# অসমৰ মিঞা জনগোষ্ঠীৰ
# আঞ্চলিক লোক সংস্কৃতি

সম্পাদনা- ডাঃ ছাহিদুল ইছলাম




প্ৰকাশন উ... -সমিতি, অভ্যৰ্থনা সমিতি,
অ... সম সাহিত্য সভাৰ
...লগাছিয়া ব... বাৰ্ষিক অধিবেশন, ২০০২ চন

# অসমৰ মিএগ জনগোষ্ঠীৰ সমাজ আৰু লোক-সংস্কৃতি




প্ৰকাশন উপ-সমিতি, অভ্যৰ্থনা সমিতি,
অসম সাহিত্য সভাৰ
কলগাছিয়া বাৰ্ষিক অধিবেশন, ২০০২ চন

প্ৰকাশক ঃ অসম সাহিত্য সভাৰ কলগাছিয়া বাৰ্ষিক অধিৱেশনৰ
প্ৰকাশন উপ-সমিতি।

প্ৰথম প্ৰকাশ ঃ ফেব্ৰুৱাৰী, ২০০২



সম্পাদনা সমিতি ঃ ডাঃ ছাহিদুল ইছলাম
আব্দুল লতিফ
শ্বাহী-উজ-জামান আহমেদ (বাবুল)
মহচিন আলী খান
আনোৱাৰ হুছেইন
হাফিজুৰ ৰহমান

বেটুপাতৰ ছবি আৰু অলংকৰণ ঃ আব্দুৰ ৰহিম
আব্দুল আওৱাল মণ্ডল

মূল্য ঃ এশ পঞ্চাছ টকা (লাইব্ৰেৰী সংস্কৰণ)
এশ টকা (সুলভ সংস্কৰণ)



মুদ্ৰণ ঃ বিশ্বজিৎ চক্ৰৱৰ্ত্তী
পাণ্ডুলিপি কম্পিউটাৰ প্ৰিন্টচ্
গুৱাহাটী ( ফোন ঃ ৫৫১৪২৩)

# শুভেচ্ছা বাণী

"অসমৰ মিঞা জনগোষ্ঠীৰ সমাজ আৰু লোক-সংস্কৃতি" নামৰ এই গ্ৰন্থখনি অসম সাহিত্য সভাৰ কলগাছিয়া বিশেষ বাৰ্ষিক অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ প্ৰকাশন উপ-সমিতিৰ দ্বাৰা প্ৰকাশ কৰা হৈছে।

শান্তি সম্প্ৰীতি মজবুত কৰি জাতি গঠন প্ৰক্ৰিয়া শক্তিশালী কৰিবৰ উদ্দেশ্যে এই গ্ৰন্থ সম্পাদিত কৰা হৈছে।

মোৰ দৃঢ় বিশ্বাস এই গ্ৰন্থই সম্প্ৰীতিৰ এনাজৰীডাল কটকটীয়া কৰি তুলিব পাৰিব। মই এই গ্ৰন্থই প্ৰভূত সমাদৰ লাভ কৰিব বুলিও আশা কৰিছো।

এই গ্ৰন্থৰ বাবে মোৰ অভিনন্দন থাকিল।

# ভূমিকা

চৰকাৰী পৃষ্ঠপোষকতা, জমিদাৰী অত্যাচাৰ, দাৰিদ্ৰতা আদিৰ দৰে বিভিন্ন পৰিস্থিতিত বংগমূলীয় মুছলমান সকলৰ পূৰ্বপুৰুষ জন্মভূমি এৰি অসমলৈ প্ৰব্ৰজন কৰিবলগা হৈছিল। ঐতিহাসিক পটভূমি পৰ্য্যালোচনা কৰিলে দেখা যায় যে, এই মানুহখিনিৰ আদিপুৰুষসকলৰ অধিকাংশই নিম্নবৰ্ণৰ হিন্দু আছিল। হিন্দু সমাজৰ কঠোৰ জাতিভেদ প্ৰথা, মুছলমান শাসকসকলৰ উদাৰ নীতি আৰু পীৰ ছুফি সকলৰ আধ্যাত্মিক ধ্যান ধাৰণাত আকৰ্ষিত হৈ নিম্ন বৰ্ণৰ হিন্দুসকল ইছলাম ধৰ্মত ধৰ্মান্তৰিত হৈছিল বুলি সাধাৰণ ভাবে ঠাৱৰ কৰা হয়। বাহ্যিক আড়ম্বৰহীন নতুন ধৰ্মত দীক্ষিত হৈছিল যদিও ইয়াৰ মূল নীতিত আঘাত নপৰাকৈ পূৰ্বপুৰুষৰ কিছু আচাৰ আচৰণ তেওঁলোকে এৰিব পৰা নাছিল। কালক্ৰমে পৰিমাৰ্জিত ৰূপত মানি চলা এই ৰীতি নীতি, আচাৰ আচৰণ বিলাকেই জনগোষ্ঠীটোৰ লোক সংস্কৃতিৰ স্বাক্ষৰ হৈ থাকিল। অসমলৈ প্ৰব্ৰজন কৰাৰ সময়ত সাতাম পুৰুষীয়া লোক সংস্কৃতিৰ এই ধাৰা বুকুত বান্ধি লৈ আহিছিল। হাবি জংঘলেৰে ভৰা পতিত মাটিত দানবীয় পৰিশ্ৰমেৰে কৃষি কৰ্মত নিয়োজিত হোৱাৰ লগতে চৰ্চা কৰিছিল তেওঁলোকৰ ঐতিহ্যমণ্ডিত লোক সংস্কৃতি। অসমৰ কৃষি অৰ্থনীতিৰ মূল ভেটি এই জনগোষ্ঠীটোৱে বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত পূৰ্ণ সহযোগ কৰি আহিছে। কিন্তু ঐতিহ্যমণ্ডিত সমল থকা সত্বেও বৃহত্তৰ অসমীয়া জাতিৰ বাৰে ৰহণীয়া লোক সংস্কৃতিত ইয়াৰ অন্তৰ্ভুক্তি নোহোৱাটো বৰ পৰিতাপৰ বিষয়!

এই জনগোষ্ঠীৰ লোক সংস্কৃতিৰ বিষয়ে বিশদ ভাবে জানিবলৈ হ'লে তেওঁলোকৰ আদি পুৰুষ, প্ৰব্ৰজন, অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত লোৱা ভূমিকা, সমন্বয়ৰ ধাৰা আদি বিষয়ক কিছু কথা আলোচনা কৰা আৱশ্যক। সেয়েহে কিতাপখনৰ উপক্ৰমণিকাত এই বিষয়ক কেইটামান তথ্য গধুৰ প্ৰবন্ধ সন্নিবিষ্ট কৰা হৈছে। পৰ্য্যায়ক্ৰমে কিতাপখন লোক পৰম্পৰা, উৎসৱ-পাৰ্বন, লোক বিশ্বাস, লোকাচাৰ, লোক সাহিত্য নামক অধ্যায় কেইটাত ভাগ কৰা হৈছে। সমল বিচাৰি বিভিন্ন অঞ্চলৰ শতাধিক শিক্ষিত, অশিক্ষিত আৰু অৰ্ধশিক্ষিত মানুহৰে হোৱা আলোচনাত অধিক সংখ্যকেই চৰুৱা, পমুৱা, অভিবাসী আদি নামৰ বিপৰীতে এই জনগোষ্ঠীটোক "মিঞা জনগোষ্ঠী" হিচাপে নামাকৰণ কৰাত জোৰ দিয়া পৰিলক্ষিত হৈছে। বিষয়টো বিতৰ্কিত হলেও ইয়াত সন্নিবিষ্ট প্ৰবন্ধৰাজিৰ নাম আৰু বিষয় বস্তুৰ ওপৰত ভিত্তি কৰি, লগতে বৃহত্তৰ অসমীয়া জাতিৰ অংশীদাৰ অন্যান্য জনগোষ্ঠীয় লোক সংস্কৃতিৰ দৰে ইয়াৰ স্বকীয়তা বজাই ৰাখিবলৈ "মিঞা লোক সংস্কৃতি" হিচাপেই উল্লেখ কৰা হৈছে। আঞ্চলিক ভিন্নতাৰ ব্যাপকতাই আটাইখিনিকে সামৰি লোৱাটো সম্ভৱ নহলেও ঐতিহ্যমণ্ডিত সমলেৰে সমৃদ্ধ এই জনগোষ্ঠীৰ লোক-সংস্কৃতি কিতাপখনৰ মাজেদি দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। অতি কম সময়, জ্ঞানৰ সীমিত পৰিসৰ আৰু আৰু আৰ্থিক অনাটনৰ মাজত কিতাপখন উলিয়াই দিব লগা হোৱাত ভুল ভ্ৰান্তি থকাটো স্বাভাৱিক। সদাশয় পাঠকে আঙুলিয়াই দিলে কৃতাৰ্থ হ'ম।

সম্পাদক

# কৃতজ্ঞতা

কিতাপখনৰ পাণ্ডুলিপি যুগুত কৰোতে অসম লোকসেৱা আয়োগৰ প্ৰাক্তন সদস্য এম. মোজাম্মেল হুছেইন, প্ৰকাশন উপ-সমিতিৰ সভাপতি আব্দুল লতিফ প্ৰমুখ্যে অন্যান্য সদস্য সকলৰ আন্তৰিক সহযোগিতাৰ বাবে কৃতজ্ঞতা প্ৰকাশ কৰিলো। নৱজ্যোতি মহাবিদ্যালয়ৰ প্ৰৱক্তা অগ্ৰজপ্ৰতিম কায়ুম কবীৰ, ড° শ্বেইখ শ্বাহ জামালৰ সুপৰামৰ্শ, অনুজতুল্য শ্বাহী-উজ-জামান আহমেদ আৰু হেলাল উদ্দিন আহমেদৰ সহযোগিতাই কিতাপখনৰ অংগসজ্জাত যথেষ্ট সহায়ক হৈছে। সকলো কেইটি ছবি আঁকি কিতাপখনৰ অৱয়ব সুদৃশ্য কৰাত ভ্ৰাতৃপ্ৰতিম আব্দুৰ ৰহিম ও আব্দুল আওৱাল মণ্ডলৰ নাম স্মৰণীয় হৈ ৰ'ব।

প্ৰকাশন সম্পৰ্কীয় বিভিন্ন পৰামৰ্শ দানৰ বাবে প্ৰাক্তন মন্ত্ৰী বিশিষ্ট আইনজীৱি অসম সাহিত্য সভাৰ আজীৱন সদস্য এম. ইব্ৰাহীম আলী আৰু কটন কলেজৰ প্ৰৱক্তা ড° জগদীশ চন্দ্ৰ পাটগিৰি ছাৰৰ প্ৰতি চিৰকৃতজ্ঞ থাকিলো।

অতি কম সময়ৰ ভিতৰত বেটুপাতৰ পৰিকল্পনা আৰু সময়োপযোগী উপদেশ-পৰামৰ্শ দি উৎসাহ দিয়াৰ বাবে বিশ্বজিৎ চক্ৰৱৰ্তী ছাৰক ধন্যবাদ যাচিছো।

শেষত অসম সাহিত্য সভাৰ কলগাছিয়া বাৰ্ষিক অধিৱেশনৰ অভ্যৰ্থনা সমিতিৰ সম্পাদক ডাঃ নজিৰুল ইছলামকে আদি কৰি আটাইলৈ সক্ৰিয় সহযোগিতাৰ বাবে ধন্যবাদ জনালো।

সম্পাদক

# সূচী

## উপক্ৰমণিকা



## প্ৰথম অধ্যায়



## দ্বিতীয় অধ্যায়



উপক্ৰমণিকা

# ঐতিহ্যৰ সোঁতত ইছলাম আৰু হিন্দু সংস্কৃতি

ত্ৰৈলোক্য ভট্টাচাৰ্য্য

ঐতিহাসিক টয়েনবিয়ে সমগ্ৰ বিশ্বৰ উমৈহতীয়া ধৰ্মৰ প্ৰাচীন ৰূপটো সম্বন্ধে কৈছে — 'মানৱ জাতিৰ মূল ধৰ্মমত একেই— সকলোতে অলেখ দেৱতা। মাথোন এজন নহয়, বহুত। গ্ৰীকো-ৰোমান জনগণ যেতিয়া খৃষ্টান ধৰ্মলৈ ধৰ্মান্তৰিত হ'ল তেতিয়াহে প্ৰকৃতিৰ অলেখ শক্তি গোট খাই এজন ঈশ্বৰত পৰিণত হ'ল। এই কাৰণেই মুছলমান বা খৃষ্টান হৈ জন্ম ল'লে এজন ঈশ্বৰৰ ধাৰণাৰে মনটো গঢ়ি উঠে।' কিন্তু এই ক্ষেত্ৰতটো নিজৰ মানসিক অৱস্থাৰ কথা উদাহৰণ হিচাপে দেখুৱাই টয়েনবিয়ে কৈছে —'মই এজন এংলিকান, কিন্তু মইও খৃষ্টান ধৰ্মৰ আগৰ গ্ৰীক আৰু লেটিন সাহিত্য পঢ়িহে শিক্ষিত হৈছো। এই সাহিত্যই খৃষ্টানৰ পূৰ্বপুৰুষসকল ধৰ্ম যে সুকীয়া আছিল সেই জ্ঞানহে দিয়ে। মুঠতে খৃষ্টান তথা মুছলমানসকলৰ পূৰ্বপুৰুষসকল হিন্দুসকলৰ দৰেই দেৱ-দেৱীবাদৰ ভক্ত। পৃথিৱীক তেওঁলোকে মাতৃ বুলি এগৰাকী দেৱী বুলি কল্পনা কৰিছিল আৰু উদ্ভিধৰ পৰা জীৱলৈ জড় পদাৰ্থৰ পৰা নৈ-বিল-সাগৰলৈ, বিজুলীৰ পৰা ভূমিকম্প আদিলৈ সকলো মাতৃদেৱী পৃথিৱীৰ ঐশ্বৰিকত্বৰ মহিমা বুলি ভাবিছিল। (Arnold Toynbee- 1 Genesis of pollution প্ৰবন্ধ Reader's Digest, March, 1974).

ইছলাম ধৰ্ম সংস্কৃতি আৰু ঐতিহ্যৰ পৰ্যালোচনাত ঐতিহাসিক টয়েনবিৰ এই গুৰুত্বপূৰ্ণ মন্তব্য স্মৰণীয়। প্ৰফেচাৰ ই জি ব্ৰাউনে তেওঁৰ 'A year amount the Persian' গ্ৰন্থত সপ্তম শতিকা ইছলামধৰ্মী সকলৰ দ্বাৰা পাৰস্য আক্ৰমণ আৰু ঐতিহ্যৰ সংঘাতৰ লগতে সংস্কৃতিৰ সংমিশ্ৰণ সম্বন্ধে কোৱা কথাতো এই দিশটো স্পষ্ট হৈ উঠে। পাৰ্চীসকলে তেওঁলোকৰ দেশখনক 'ইৰাণ' বোলে। এই 'ইৰাণ' শব্দটো ইণ্ডো-ইউৰোপীয় জনগোষ্ঠীৰ অগ্নিপূজক জৰাথুছসকলৰ ধৰ্মগ্ৰন্থ জেন্দা আবেস্তাত থকা Aririya অৰ্থাৎ আৰ্য শব্দৰ

পৰা উদ্ভূত। ইৰাণৰ অৰ্থ আৰ্যসকলৰ দেশ। (স্মৰণীয় কথা ইণ্ডো-ইউৰোপীয় ঠালৰে ভাৰতীয় আৰ্যসকলো মূলতঃ অগ্নিপূজক। অগ্নি শব্দৰেই ঋগবেদ আৰম্ভ হৈছে। শতিকাৰ পিচত শতিকা ইছলামৰ অধীনত কটোৱাৰ পিছতো আৰ্যসকলৰ ঐতিহ্যৰ প্ৰভাৱ ইৰাণবাসীৰ মনৰ পৰা আজিও মচ খাই যোৱা নাই। আৰবৰ আক্ৰমণকাৰী, হজৰত মহম্মদৰ অনুচৰসকলেৰে ইৰাণ যেতিয়া উপচি পৰিছিল, আদিম অধিবাসী অগ্নিপূজক জৰাথুচসকলৰ ওপৰত নিৰ্মম অত্যাচাৰ আৰম্ভ হৈছিল। তেওঁলোকৰ মন্দিৰা আলমা মোজেছসমূহ ধ্বংস কৰি তাৰ ঠাইত মোৱাজ্জিনৰ আজান স্তম্ভ ইছলামীসকলে গঢ়ি তুলিছিল। বৰ্তমানে যিকোনো মছজিদ এটাত দেখিবলৈ পোৱা এই আজান স্তম্ভটো প্ৰকৃততে অগ্নিপূজাৰ থলি আৰু মছজিদ সমূহ জৰাথুচসকলৰ মন্দিৰৰ অনুকৰণতহে গঢ়ি উঠিছে। পাৰস্যৰ মাটিত এই আক্ৰমণৰ পিছৰ সমন্বয়ৰ ফলত চুফিবাদ আৰু ইছলামিক দাৰ্শনিক চিন্তাৰ জন্ম হ'ল। ওমৰ খৈয়ামৰ পৰা হাফিজ আদি অগণন চুফি কবিসকল ইয়াৰেই সন্তান।

### ভাৰতবৰ্ষত ইছলাম ধৰ্ম

ভাৰতৰ মাটিত ইছলাম ধৰ্মৰ বিজয়ডঙ্কা বজোৱাৰ বিষয়েও এই একেই কথা খাটে। হিন্দু ধৰ্মৰ সুদৃঢ় ভেটিত ইছলামৰ আঘাতে প্ৰফেচাৰ ব্ৰাউনে ইৰাণৰ বিষয়ে কোৱা মাথোন মাখিছালহে কাটিলে' উপমাটোৱেই প্ৰযোজ্য। হিন্দুধৰ্মৰ চিৰন্তন মৌলিক চৰিত্ৰ অনুযায়ী যিদৰে বৌদ্ধৰ বিৰুদ্ধে প্ৰাচীনৰ নৱমূল্যায়ন কৰি গঢ়ি তুলিছিল সেই একেদৰেই ইছলামৰ বিৰুদ্ধেও এনে প্ৰতিৰোধ দুৰ্গৰ সৃষ্টি কৰা হৈছিল। ইয়েই হ'ল উপনিষদৰ ৰহস্যময়ী জ্ঞানবাদৰ নতুন ৰূপ প্ৰেমময়ী ভক্তিবাদ। শংকৰাচাৰ্য-ৰামানুজ আদিৰ দাৰ্শনিক তত্বৰ পৰা ৰামানন্দ আৰু শেষত কবিৰ-নানকৰ হিন্দু-ইছলামী সংমিশ্ৰণেৰে গঢ়া ধৰ্মৰ এই 'প্ৰতিৰোধ' ব্যৱস্থালৈ এই দৃষ্টিকোণৰ পৰা লক্ষ্য কৰা প্ৰয়োজন। পঞ্চদশ-ষষ্ঠদশ শতিকাৰ অসমত ইছলামধৰ্মী লোকৰ সংখ্যা নিচেই নগণ্য আছিল যদিও ৰামানন্দৰ পৰম্পৰাৰে হেম সৰস্ত তীয়ে প্ৰহ্লাদ চৰিতত 'নফৰ' আদি শব্দ প্ৰয়োগৰ লগতে শংকৰদেৱৰ এজন মুছলমান শিষ্য হোৱাৰ উদাহৰণ (বংগৰ চৈতন্যদেৱৰ ৮ জন পাঠান শিষ্য আছিল) এই দিশৰ পৰা লক্ষ্য কৰিবলগীয়া। ইছলাম শাসকৰ তাড়ণাত ধৰ্মান্তৰিত হোৱাৰ পৰা (অৰ্থনৈতিক-সামাজিক আন কাৰণৰ উপৰিও) হিন্দুসকলক বচাবলৈ প্ৰাচীন গোড়ামীৰ বান্ধোন শিথিল কৰা এই প্ৰচেষ্টাই বুদ্ধদেৱক বিষ্ণুৰ অৱতাৰ কৰি 'প্ৰচ্ছন্ন-বৌদ্ধ' শংকৰাচাৰ্যই হিন্দু ধৰ্মক নৱ উত্থানেৰে ৰক্ষা কৰাৰ দৰে আকৌ এবাৰ হিন্দু ধৰ্মক ৰক্ষা কৰা হ'ল। সমাজ জীৱন ইতিহাসৰ দৃষ্টিকোণৰ পৰা ধৰ্মব্যৱস্থাৰ পৰিৱৰ্তনৰ এই দিশটোত চকু



ৰখা নিতান্ত প্ৰয়োজন। হিন্দু ধৰ্মৰ কটকটীয়া বান্ধোন আৰু পুৰোহিত শ্ৰেণীৰ নিপীড়ণৰ কথা সঘনাই কৈ থকা হ'লেও আক্ৰমণকাৰী শাসকসকলৰ জোৰ-জবৰদস্তিৰে ধৰ্মান্তৰিত কৰা চাৰিত্ৰিক দিশ আৰু তাৰ ক্ৰিয়া-প্ৰতিক্ৰিয়া সম্বন্ধেও বিশেষ দৃষ্টি নিক্ষেপ কৰা প্ৰায়োজন। এইক্ষেত্ৰত নানকৰ ফৈদটোৰ ইতিহাস মূল হিন্দু ঐতিহ্যৰ ব্যতিক্ৰম যিহেতু মোগল শাসকসকলৰ লগত প্ৰত্যক্ষ ঐতিহাসিক সংঘৰ্ষৰ তেওঁলোক সন্মুখীন হ'ব লগা হৈছিল।

এই সকলো কথা মনত ৰাখি ইছলাম ধৰ্মৰ লগত সনাতন হিন্দুধৰ্মৰ মৌলিক সাদৃশ্য আৰু পাৰ্থক্যৰ তথ্যসমূহ আমি নিৰীক্ষণ কৰোঁ —

### ইছলাম ধৰ্মৰ মূল পঞ্চস্তম্ভ

ইছলাম ধৰ্মটো পাঁচোটা স্তম্ভৰ ওপৰত প্ৰতিষ্ঠিত — (১) কালিমা (২) নামাজ (৩) ৰোজা (৪) হজ আৰু (৫) জাকাত। প্ৰথম তিনিটা সকলোৰে বাবে আৰু দুটা মাথোন ধনীসকলৰ বাবেহে নিৰূপিত। ধনীয়ে নিজ আয়ৰ বিপৰীতে দিয়া দানক জাকাত বোলা হয়। হজ হ'ল তীৰ্থভ্ৰমণ। জেলহজ মাহৰ আঠ তাৰিখে এই হজ কৰা হয়। সমগ্ৰ বিশ্বৰ মুছলমানসকলে কাবা অৰ্থাৎ মক্কালৈ এই তীৰ্থযাত্ৰা কৰে। কাবা যিহেতু ভাৰতৰ পশ্চিমফালে, অবিভক্ত ভাৰত উপমহাদেশৰ মুছলমানসকলে পশ্চিম ফাললৈ মুখ কৰি নামাজপঢ়া ফাললৈ মুখ কৰি নামাজ পঢ়া, শোৱা আদি ধৰাবন্ধা নিয়ম পালন কৰে।

এই তথ্যখিনিৰ লগত হিন্দুধৰ্মৰ কথা ৰিজাই চালে ধৰিব পাৰি ...আদি অবিহনে মৌনভাৱে নামাজ পঢ়া নিয়মটো মূল হিন্দু ধৰ্মৰ গায়ত্ৰীমন্ত্ৰ জপ কৰাৰ অৱস্থা 'ধ্যান' শব্দৰেই এই 'জপ'ক বুজোৱা হয়। আনহাতে তীৰ্থভ্ৰমণ হিন্দু ধৰ্মৰো পবিত্ৰ কৰ্তব্য কিন্তু হজৰত মহম্মদৰ জন্মস্থান মক্কাই একমাত্ৰ তীৰ্থস্থান হোৱাৰ দৰে এখন তীৰ্থস্থানৰ ধাৰণা হিন্দুধৰ্মত নাই। হিন্দুধৰ্মৰ মঠ-মন্দিৰ-নামঘৰ আদি ইছলাম ধৰ্মৰ মছজিদ-দৰগাহৰ দৰেই থলুৱা আৰু আঞ্চলিক ভিত্তিত স্থাপিত যদিও শাক্তি-শৈৱ-বৈষ্ণৱ আদি প্ৰতিটো শাখাৰ উৰ্দ্ধতম কেন্দ্ৰ আছে (কামাখ্যা জগন্নাথ ইত্যাদি)। হিন্দু ধৰ্মত এনে হোৱাৰ মূল কাৰণ হ'ল শাখা-ধৰ্মসমূহৰ নিজৰ সুকীয়া অস্তিত্ব ৰক্ষা কৰিও মূলতঃ এক কৰি ৰখোৱাৰ আদৰ্শ। (কামাখ্যালৈ বৈষ্ণৱ যাব নোৱাৰিব বা জগন্নাথ ক্ষেত্ৰলৈ দোৰ্ঘোৰ শাক্ত এজন যাব নোৱাৰিব এনে বাধ্য-বাধকতা ক'তো নাই।) ইছলাম ধৰ্মই কিন্তু আন সকলোৰে অস্তিত্ব নাশ কৰি মাথোন একতহে বিশ্বাস কৰে। তুলনামূলকভাৱে ক'ব পাৰি হিন্দু ধৰ্মত চিন্তনৰ উদাৰ নীতিৰ বৰেই মহম্মদৰ দৰে মাথোন এজন প্ৰতিনিধি হৈ থকা নাই 'যুগে যুগে ধৰা অসংখ্যাত' ৰূপ লৈছে। ইয়াৰ বাবেই

ভগৱান এক বিশেষ ৰূপ 'সৰ্বশেষ' নহয় সৰ্বোত্তম স্তৰতহে তেওঁ এজন। দুয়ো ধৰ্মৰ ক্ষেত্ৰত তীৰ্থপৰ্যটন বাধ্যতামূলক নহয় যদিও ধনীসকলৰ ক্ষেত্ৰত প্ৰযোজ্য বুলি ইছলাম ধৰ্মই স্পষ্টকৈ দিয়া নিৰ্দেশ হিন্দুধৰ্মত নাই। ত্যাগী সন্যাসী অথবা 'গাৰ্হস্থ্যধৰ্মী সকলোৱে ধনী-দুখীয়া নিৰ্বিশেষে মনৰ প্ৰেৰণাতেই এই কাম কৰি থাকে। ইছলাম ধৰ্মত হজ কৰি অহাজনক কিঞ্চিৎ সুকীয়া দৃষ্টিৰে আৰু সমীহৰ চকুৰে চোৱা হয় (যেনে 'হাজী')। হিন্দু ধৰ্মত কাশী-মথুৰা-বৃন্দাবন, কামাখ্যা-বৰদোৱা জগন্নাথ ঘূৰি আহিলেই তেওঁ আগতকৈ বেলেগ হ'ল এনে ধাৰণা নাই।

হিন্দুধৰ্মত প্ৰতিজন ভক্তই নিজৰ ঘৰত যিকোনো এটুকুৰা নিৰ্দিষ্ট ঠাইত (ঘৰুৱাহি 'গোসাইঘৰ', কীৰ্তন ঘৰ আদি) ব্যক্তিগত উপাসনা থলি হিচাপে ব্যৱহাৰ কৰে। প্ৰাচীন যুগৰ অগ্নিগৃহ বা দেৱগৃহৰ ই আধুনিক ৰূপ। (মহাপুৰুষ শংকৰদেৱেও প্ৰথম সজা এনে ঘৰটোক 'দেৱগৃহ' অৰ্থাৎ দেৱতাৰ ঘৰ বুলিছিল, মহাপৰুষজনাৰ প্ৰয়াণৰ বহু পিছতহে এই 'দেৱগৃহ'টোক 'নামঘৰ' বোলা হ'ল।) আনহাতে সমূহীয়া গৃহৰ (যেনে মছজিদ) বাহিৰে ইছলাম ধৰ্মত ব্যক্তিগত অৰ্থাৎ ঘৰুৱাহি আৰু নিৰ্দিষ্ট স্থানত সজা উপাসনা থলি ৰখোৱাৰ নিয়ম নাই (বৈদিক যুগৰ প্ৰথম ছোৱাটো উন্মুক্ত আকাশৰ তলেই উপাসনা থলি আছিল)। যিকোনো ঠাইতে সময়মতে তেওঁলোকে উপাসনা কৰিব পাৰে। হিন্দু ধৰ্মৰ দৰে থাপনা-সিংহাসন (ভাগৱতেই হওক বা প্ৰতিমা-শালেগ্ৰামেই হওক) একো নৰখোৱাকৈ উপাসনা কৰিব নোৱৰাৰ চিন্তা তেওঁলোকৰ নাই।



# অসমৰ জাতিগঠন প্ৰক্ৰিয়াত মুছলমানসকলৰ অৱদান

ড° জগদীশ পাটগিৰী

অসমৰ ইতিহাস বৈচিত্ৰ্যপূৰ্ণ। স্মৰণাতীত কালৰ পৰাই প্ৰাগ্‌জ্যোতিষ-কামৰূপত বিভিন্ন দিশৰ পৰা প্ৰব্ৰজনৰ সোঁত বৈছিল। আৰ্য, অনাৰ্য, কিৰাত-কছাৰী, মংগোলীয়-অমংগোলীয় বিভিন্ন জাতি-উপজাতিৰ মিলনভূমি হ'ল আমাৰ অসম দেশ। 'অসমীয়া জাতি-সত্বা'ৰ স্বৰূপটোৱেই হৈছে অসমবাসী বিবিধ জনজাতি-অজনজাতিৰ সংমিশ্ৰিত উপাদানত গঢ়ি উঠা সংহতিৰ মহামন্ত্ৰ। নিজ নিজ সুকীয়া বৈশিষ্ট্য অটুট ৰাখিও আমি সকলো অসমবাসী একেলগে 'এক দেহ এক প্ৰাণ' ভাৱেৰে জীয়াই আছোঁ আৰু এইভাৱেই আমি মহামানৱৰ সাগৰতীত বাচি থাকিব লাগিব। অসমত প্ৰবেশ কৰা প্ৰত্যেক জনগোষ্ঠীৰে সাংস্কৃতিক অৱদান অনস্বীকাৰ্য। বিভিন্ন জনগোষ্ঠীৰ প্ৰায় প্ৰত্যেকৰে নিজা-নিজা ভাষা থকা স্বত্বেও ভালেমানে নিজৰ প্ৰাচীন ভাষা পাহৰি বৃহত্তৰ অসমীয়া জাতিৰ অংগ হৈ অসমীয়া ভাষাকেই আকোৱালী লৈছে। কিছুমান জনগোষ্ঠীয়ে অৱশ্যে নিজৰ দোৱান সংৰক্ষণ কৰি আহিছে আৰু নিজৰ নিজৰ ভাষা-সাহিত্য বিকাশৰ বাবে চেষ্টাও চলাই আহিছে। ১২২৮ খৃঃত চুকাফাই কামৰূপৰ ব্ৰহ্মপুত্ৰ উপত্যাকত ভাতৃত্বসুলভ মনোভাৱেৰে থলুৱা জাতিসমূহক অপেক্ষা কৰি ল'বলৈ সক্ষম হৈছিল। চুকাফাই যথাৰ্থতে অসমীয়া জাতি গঠনৰ পিতৃ পুৰুষ — যিয়ে সাতৰাজ মাৰি একৰাজ কৰিছিল। অৱশ্যে চুকাফাৰ আগমনৰ পূৰ্বৰে পৰাই সংহতি আৰু সংমিশ্ৰণৰ এই প্ৰক্ৰিয়া আৰম্ভ হৈছিল। চুকাফাৰ পৰৱৰ্তী স্বৰ্গদেউসকলেও তেওঁৰ আদৰ্শ গ্ৰহণ কৰাত অসমৰ সামাজিক তথা সাংস্কৃতিক ভেটি গঢ় লৈ উঠাত সহায়ক হৈছিল। কনকলাল বৰুৱাই তেওঁৰ 'History of Assam' গ্ৰন্থত লিখিছে ঃ "The Process of assimilation in to the indigeneous society was much quicker, the process has been going on the Assam since time immemorial and it is still working...it in this process which explains the complete fusion of Gandiya, Utkal, Dravida, Kamrupi, Maithali, Marawari and Nepali Brahmins in the Assamese society of present day."

মহাপুৰুষ শংকৰদেৱে নৱবৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি এক গণতান্ত্ৰিক ভাৱধাৰাৰে সেই সময়ৰ সমাজখন একত্ৰিত কৰি যুগমীয়া শান্তি-সংহতিৰ নিদৰ্শন ৰাখি থৈছে। শংকৰদেৱেই অসমীয়া জাতি গঠনৰ বাবে প্ৰয়োজনীয় আটাইবোৰ উপাদান উদ্ভাৱন কৰি সেইবোৰৰ প্ৰয়োগ সাৰ্থকবাৱে কৰে। সমাজৰ সকলো স্তৰৰ মানুহক সমমৰ্যাদা দান কৰি শংকৰদেৱে ভিন্নতাৰ মাজত ঐক্য নীতি প্ৰয়োগ কৰাত এখন সংহতি-সংমিশ্ৰনেৰে ভৰা নতুন সমাজ গঢ় লোৱাত সহায়ক হয়। পূৰ্বতেই উল্লেখ কৰা হৈছে যে অসমীয়া জাতি গঠনৰ প্ৰক্ৰিয়া প্ৰাক-ঐতিহাসিক কালৰে পৰাই আৰম্ভ হৈছিল। অসমীয়া জাতিৰ ইতিহাস বিশ্লেষণ কৰিলে লক্ষ্য কৰা যায় — অসমীয়া জাতিৰ ভালেমান লোক গৌড়, কনৌজ, শ্যাম, ৰাজস্থান, নেপাল, বিহাৰ, উৰিষ্যা, পশ্চিমবংগ আদি ঠাইৰ পৰা বিভিন্ন কাৰণত অহা। ঐতিহাসিক কাৰণতেই প্ৰব্ৰজনৰ এই অৱিচ্ছিন্ন ধাৰা চলি আহিছে।

কিৰাত-কছাৰী, বড়ো-ৰাভা, মিৰি-মিচিং, দেউৰী, চুতীয়া, সোণোৱাল, ক'ছাৰী, বৰাহী, মৰাণ, নেপালী আদিৰ দৰে চৰ-চাপৰিৰ মিঞা, মুছলমানসকলৰ প্ৰব্ৰজনো ঐতিহাসিক কাৰণতেই আৰম্ভ হৈছিল। চৰ-চাপৰিৰ ন-অসমীয়া মুছলমান, পমুৱা, চৰুৱা, মৈমনচিঙীয়া মিঞা আদি বিভিন্ন নামেৰে পৰিচিত যদিও অসমীয়া জাতি গঠনৰ অবিচ্ছেদ্য অংগ এই লোকসকলক তেওঁলোকৰ প্ৰাপ্য মিঞা-মুছলমান হিচাপে বৰ্তমান অসমৰ সৰ্বত্ৰতে চিনাকী দিয়াটো প্ৰয়োজন। অত্যন্ত কষ্ট সহিষ্ণু, প্ৰৱিশ্ৰমী, দুৰ্যোগ-দুৰ্দশাক পৰোৱা নকৰা প্ৰকৃতিৰ তাণ্ডৱলীলাৰ বিৰুদ্ধে যুঁজি জুঁজি আমৰণ দুৰ্দান্ত সংগ্ৰাম কৰি জীয়াই থকা এই লোকসকলক স্বাধীনতাৰ পূৰ্বেই অসমৰ সাৰুৱা মাটিৰ আকৰ্ষণত প্ৰবেশ কৰিছিল। অসমৰ ধমনীস্বৰূপ মহাবাহু ব্ৰহ্মপুত্ৰই প্ৰায় ঊনত্ৰিশ শ কিলোমিটাৰ বৈ ইয়াৰ দুয়োপাৰে অলেখ চৰ-চাপৰিৰ সৃষ্টি কৰিছে। ব্ৰহ্মাপুত্ৰক কেন্দ্ৰ কৰি প্ৰায় ৮৬০ কিলোমিটাৰ দৈৰ্ঘ্যৰ বিস্তৃত ভূমিত দুই হাজাৰতকৈ অধিক চৰ আৰু প্ৰায় ইয়াৰ দুগুণ চাপৰি আছে। এই চৰ-চাপৰিৰ সৰহ সংখ্যক ঠাইতে পূৰ্ব বংগৰ পৰা অহা মুছলমান খেতিয়কসকলে বসবাস কৰে। ব্ৰহ্মাপুত্ৰ আৰু ইয়াৰ উপনৈসমূহৰ পাৰৰ চৰ-চাপৰিবিলাকৰ মাজত অসংখ্য গাঁও আছে। প্ৰতিবছৰে হোৱা বানপানীৰ ফলত ইয়াৰে সৰহ সংখ্যক চৰৰ উত্থান-পতন হয়। 1992-93 চনৰ Socio Economic Survey Report of the Directorate of Char Areas Dev. Assam' অনুসৰি অসমৰ চৰ অঞ্চলৰ ছবিখন এনেকুৱা —



| ক্ৰমিক নং | জিলাৰ নাম | চৰ গাঁওৰ সংখ্যা | জিলাভিত্তিক চৰ অঞ্চলৰ জনসংখ্যা | শিক্ষিতৰ শতংকৰা হাৰ |
|---|---|---|---|---|
| ১ | দৰং | ১২১ | ১,৩৫,৮৭৬ | ১০.১২ |
| ২ | বৰপেটা | ৩৫১ | ২,৭৫,৫২৫ | ১২.১০ |
| ৩ | কামৰূপ | ১৪৮ | ১,০৫,৬৮৭ | ১৬.৮৫ |
| ৪ | নলবাৰী | ৫৮ | ৬২,৮৯২ | ৭.৯০ |
| ৫ | বঙাইগাঁও | ১৫০ | ১,১০,২১৫ | ১২.৫৮ |
| ৬ | গোৱালপালা | ১৮৭ | ১,৩০,০০৭ | ৮.৩৮ |
| ৭ | ধুবুৰী | ৩১৩ | ২,৩৩,২০৬ | ১৯.০৩ |
| ৮ | মৰিগাঁও | ৪১ | ৫৫,৫৮১ | ৮.০২ |
| ৯ | নগাঁও | ২৯ | ৪৩,১৪১ | ৯.৪৪ |
| ১০ | ধেমাজী | ৯৫ | ৬৮,৯৯৮ | ১৪.৪৪ |
| ১১ | লক্ষীমপুৰ | ১৮২ | ১,১০,২০০ | ১৪.০১ |
| ১২ | শোণিতপুৰ | ১১৮ | ৯২,০৬১ | ১২.৬৩ |
| ১৩ | তিনিচুকীয়া | ৮৬ | ৩৩,০৩৪ | ১৪.২০ |
| ১৪ | যোৰহাট | ২১০ | ১,৪১,৯০১ | ৩১.৯০ |
| | মুঠ | ২০৮৯ | ১৬,০০২৪৪ | ১৫.৪৫ |

মুঠ মাটিকালি ২,৩৯,০৫৪.১৩ হেক্টৰ।

মুঠ কৃষি উপযোগী ভূমি ১, ৬৮,৬৮৭ হেক্টৰ।

দৰিদ্ৰ সীমাৰেখাৰ তলত বাস কৰা জনসংখ্যা ৮,০১,২৬১ অৰ্থাৎ প্ৰায় ৫০ শতাংশ।

অসমৰ জাতীয় জীৱনত বিশেষ স্থান অধিকাৰ কৰা মুছলমানসকলৰ পূবপূৰুষৰ জন্মস্থান অবিভক্ত বংগ আছিল। সেই বুলি এই অধিবাসীসকলে অসম ভূমিত আহি তেওঁলোকৰ পূৰ্বৰ ভাষা-সংস্কৃতি বিস্তাৰ আৰু প্ৰসাৰৰ বাবে কেতিয়াও কোনোধৰণৰ সংঘাত আৰু সংঘৰ্ষৰ সূচনা কৰা পৰিলক্ষিত হোৱা নাই। নিতান্তই অৰ্থনৈতিক কাৰণত তেওঁলোকে এই অসম ভূমিলৈ আহিছিল। ঊনৈশ শতিকাৰ শেষভাগৰ পৰা বিংশ শতিকাৰ মাজভাগলৈ এই সময়ছোৱাত কেইবাটাও প্ৰলয়ংকাৰী ভূমিকম্পই বংগদেশৰ মানুহক জুৰুলা কৰিছিল। ১৮৯৩, ১৮৯৭, ১৮৯৮ আৰু ১৯১৫ চনত হোৱা ভূমিকম্পৰ ফলত বংগদেশত

সেইসময়ত ভীষণ অৰ্থনৈতিক আকাল হয়। অৰ্থনৈতিক হাহাকাৰৰ বলি সেই সময়ৰে পৰা ভালেমান মুছলমান লোক আহি অসমৰ হাবি-বননি চাফা কৰি বসবাস কৰিবলৈ লয়। নিজৰ ভাগ্য নিৰ্ণয়ৰ বাবে অহা এই কৃষিজীৱী মানুহখিনিয়ে নিজ পৰিশ্ৰমেৰে চনপৰি থকা হাবিজংঘলেৰে ভৰা মাটিবিলাক শস্য শ্যামলা সুজলা-সুফলা কৰি তোলে। প্ৰাকৃতিক দুৰ্যোগ, আৰ্থিক অনাটন আৰু ক'লাজ্বৰ, পালাজ্বৰ, তেৰাক্লেজ্বৰ, মেলেৰীয়াজ্বৰ, হাইজা, গ্ৰহণী, বসন্ত, কেলেৰা আদি অসংখ্য বিপদ বিঘিনি মূৰ পাতি লৈ এইলোকসকলে নগাঁও জিলাৰ বিশেষকৈ উত্তৰ অঞ্চল, কামৰূপ জিলাৰ উত্তৰ পশ্চিম (অবিভক্ত) অঞ্চল, গোৱালপাৰাৰ কিছু কিছু অঞ্চল, দৰং আৰু উত্তৰ লক্ষীমপুৰ জিলাৰ বহু অঞ্চলত বসতি কৰিবলৈ লয়। বৰ্তমান সমগ্ৰ অসমতে বিয়পি পৰা এই সম্প্ৰদায়ৰ অৱদান অসমীয়া জাতি গঠনৰ বিভিন্ন দিশত লেখত ল'বলগীয়া।

মিঞা মুছলমানসকল অসমলৈ অহাৰ কাৰণ হিচাপে অনেকে ৰাজনৈতিক বুলি সন্দেহ কৰিলেও প্ৰকৃততে এওঁলোক ৰাজনৈতিকভাৱে সচেতনেই নহয়। শিক্ষা-দীক্ষাৰ অভাৱৰ হেতু এওঁলোক বহুতো ক্ষেত্ৰত ৰাজনৈতিক নেতাসকলৰ খেলাৰ সঁজুলী হিচাপেহে ব্যৱহৃত হৈ আহিছে। বৃটিছৰ ৰাজত্ব কালতেই উৎপাদন বৃদ্ধিৰ প্ৰতি লক্ষ্য ৰাখি সেই সময়ৰ নেতৃবৃন্দই চৰ-চাপৰিৰ অনাবাদী মাটিবোৰ আবাদ কৰাবৰ বাবে দক্ষ আৰু অধিক কষ্ট সহিষ্ণু কৃষকক মাতি অনাৰ পোষকতা কৰিছিল। বৃটিছ চৰকাৰে আৰম্ভণিৰে পৰাই প্ৰব্ৰজনৰ প্ৰতি ইতিবাচক ভূমিকা লৈ আহিছিল। The Govt consistently held the view that immigration itself should not be stopped. Further, the immigratns were industrious and magnificiant cultivators who should be a great lesson to the Assamese. (A Century of Govt And Politics in North-east; V Venkata Rao and Niru Hazarika)

অসমৰ বৃহত্তৰ সমাজৰ পৰা বহুত পৰিমাণে অনাদৃত চৰ-চাপৰিৰ লোকসকলে দেহেকেহ খাটি অসমৰ অৰ্থনীতিৰ ভেটি সবল কৰাত প্ৰভুত বৰঙণি যোগাই আহিছে। অত্যন্ত কঠোৰ পৰিশ্ৰম কৰিব পৰা শক্তিৰ অধিকাৰী মিঞা-মুছলমানসকলে চৰৰ মাটিত তৰ্মুজ, খৰ্মুজ, খীড়া, চীনা, মিঠা আলু, বিভিন্ন শাক-পাচলি, কল,নানা তৰহৰ ফল, মাহ জাতীয় শস্য জলকীয়া, পিঁয়াজ, নহৰু, মূলা, গাজৰ, বেঙেনা, কবি, ভেণ্ডি, জিকা, ৰঙা লাও, কোমোৰা আদি উৎপাদন কৰি অসমত একপ্ৰকাৰৰ কৃষি বিপ্লৱ আনিছে। বিভিন্ন শস্য আদি উৎপাদন কৰাৰ উপৰি এওঁলোকেই হাঁহ, পাৰ, কুকুৰা, ম'হ, গৰু, ছাগলী, পুহি অসমৰ বৃহত্তৰ সমাজখনলৈ গাখীৰ, মঙহ আদি খাদ্যৰ যোগান ধৰি আহিছে। মাছৰ খেতি কৰিও



চৰ-চাপৰিৰ লোকসকলে অসমৰ অৰ্থনীতিলৈ উল্লেখযোগ্য অৱদান যোগাইছে। ব্ৰহ্মপুত্ৰ তথা বিভিন্ন নৈ-উপনৈত মাছ ধৰি এওঁলোকেই বজাৰত আমাক মাছ কিনাৰ সুবিধা দিছে। বৰ্তমান মিঞা-মুছলমানসকলে উৎপাদন কৰা শাক-পাচলি তথা খাদ্য শস্যৰ যোগান বজাৰত বন্ধ হ'লে অসমৰ ৰাইজৰ হাহাকাৰ হয়। অসমত মৰাপাটৰ খেতি সৰবৰাহ কৰাত মিঞা-মুছলমানসকলৰ অৱদান সাৰ্বাধিক। এওঁলোকে একচেটিয়াভাৱে এসময়ত মৰাপাটৰ খেতি কৰিছিল। অৱশ্যে আজিকালি এওঁলোকৰ প্ৰেৰণাতে থলুৱা কৃষকসকলেও মৰাপাটৰ খেতিৰ প্ৰতি আগ্ৰহী হৈছে। উন্নত পদ্ধতিত মৰাপাটৰ খেতি কৰিব পৰাতো এওঁলোকৰ মজ্জাগত। মৰাপাটৰ খেতিৰ উৎপাদন বৃদ্ধিৰ বাবে ৰাজ্য চৰকাৰে যথেষ্ট পৰিমাণে ৰাজহ আয় কৰে। এওঁলোকৰ বাবেই অসমৰ মৰাপাট খেতিয়ে ভাৰতৰ ভিতৰতে সুকীয়া স্থান অধিকাৰ কৰিব পাৰিছে। ড° অমলেন্দু গুহই তেখেতৰ 'Planter Raj to Swaraj, Freedom Struggle and Electoral Politics in Assam, 1826-1947' গ্ৰন্থত লিখিছে "This cultivation is still dominated by Muslims and to a smaller extent by Hindu refugee peasants of East-Bengal origin, with very little of transformation of technique to others." উনৈশ শতিকাৰ দ্বিতীয়াৰ্ধতহে চৰ-চাপৰিৰ মুছলমানসকলে গোৱালপাৰা জিলাত প্ৰথমতে মৰাপাটৰ খেতি জনপ্ৰিয় কৰি তুলিছিল যদিও পিচলৈ প্ৰব্ৰজনৰ প্ৰক্ৰিয়া অন্যান্য জিলালৈ বিস্তাৰিত হোৱাৰ লগে লগে এই খেতি অসমৰ প্ৰায় সকলো জিলাতে প্ৰচলন হয়। ১৯৫১-৫২ খ্ৰীঃত নগাঁও, খাৰুপেটীয়া আৰু বৰপেটাত ইমানেই মৰাপাট উৎপাদন হৈছিল যে সেই সময়ত উৎপাদিত মৰাপাট কঢ়িয়াবলৈ ৰেলৰে ডবাৰ নাটনি হৈছিল।

বাওধানৰ খেতি প্ৰৱৰ্তন কৰিও মিঞা-মুছলমানসকলে অসমৰ কৃষি অৰ্থনীতিত বিশেষ বৰঙণি যোগাই আহিছে। এওঁলোকে বাংলাদেশৰ আৰ্হিত নিৰ্মিত ঢেঁকীকল আঁচনিৰ যোগেদি পানী যোগান ধৰি মানকাচাৰ, জোৰদাংগা, কুছনিমাৰা, ঝাউদাংগা, দিয়াৰা, কুকুৰ মাৰা, সোণাপুৰ, ফেকামাৰি, হাজৰিহাট আদিত ইৰি ধানৰ খেতি কৰি উৎপাদন বৃদ্ধি কৰিছে।

কৃষিৰ উৎপাদন বৃদ্ধি, মিনপালন, পশুপালন আদিৰে অসমৰ মিঞা মুছলমানসকলে যিদৰে কৃষি অৰ্থনীতিৰ ভেটি সবল কৰিছে সেইদৰে কুটিৰ আৰু হস্তশিল্পৰ জৰিয়তেও আমাৰ সামগ্ৰিক জীৱন ধাৰণৰ বিকাশত বিশেষ অৰিহণা যোগাই আহিছে কয়াকুছি, দেউলদী, জাখা, কণটাখালী, বলবলা, আদি ঠাঁইৰ বাঁহ-বেতেৰে নিৰ্মিত চৰাশিল্প আৰু গোৱালপাৰ জিলাৰ ডুৱাপাৰা পাটী শিল্পই অসমৰ বজাৰ গৰম কৰি আছে।

মূলতঃ পূৰ্ববংগীয় যদিও মিঞা মুছলমানসকলৰ ভাষাৰ ক্ষেত্ৰত কোনো ধৰণৰ গোড়ামী পৰিলক্ষিত হোৱা নাই। অসমীয়া ভাষা-সাহিত্যৰ বিকাশৰ ক্ষেত্ৰত এওঁলোকৰ অৱদান কোনো কালেই অস্বীকাৰ কৰিব পৰা নাযাব। নতুন গৃহক সন্ধানত এওঁলোকে ইষ্ট-কুটুম্ব সকলোকে ত্যাগ কৰি নতুন ঠাইৰ খিলঞ্জীয়া ভাষাটোৰ স'তে মিলি যাবলৈ আৰম্ভণিৰে পৰাই মনে প্ৰাণে চেষ্টা কৰিছিল। চৰবাসীৰ আবাস প্ৰব্ৰজনৰ প্ৰক্ৰিয়াই ভৱিষ্যত অসমীয়া ভাষা সাহিত্যৰ সংকট ঘনীভূত কৰিব বুলি এচাম জাতীয়তাবাদী লেখক তথা ব্যক্তি সন্দিহান হৈছিল। ব্ৰিটিছ ৰিষয়া চি এছ মুলানে ১৯৩১ চনত লোকপিয়লত এনেধৰণে উল্লেখ কৰিছিল, — এওঁলোকৰ আগমনে অসমীয়া ভাষা-সংস্কৃতি আৰু পৰৱৰ্তী ত্ৰিশটা বছৰৰ পিচত শিসাগৰ জিলাৰ বাহিৰে অসমৰ ক'তো অসমীয়া বিচাৰি পোৱা নাযাব। ককা নীলমণি ফুকন, অম্বিকাগিৰি ৰায়চৌধুৰী আদি বুদ্ধিজীৱীয়ে আৰম্ভণিতে অনুপ্ৰৱেশকাৰীসকল অসমৰ শত্ৰু বুলি চিনাক্ত কৰিছিল। আম্বিকাগিৰীয়ে নিজৰ ভুল বুজিব পাৰি পিছত এইদৰে কৈছিল, "মুছলমানবিলাক বংগদেশৰ পৰা বিজেতাৰূপে অসমত আহি সোমোৱা নাই। সিবিলাক আহিচে বংগদেশৰ জমিদাৰসকলৰ উৎপীড়ণ সহিব নোৱাৰি, অসমৰ মুকলি পথাৰত নিৰুদ্বেগ আৰু নিৰ্বিঘ্নে পেটৰ ভাত মুকলি কৰিবলৈ। গতিকে এইবিলাক মুছলমানে কৃতজ্ঞতাৰ মূল্যস্বৰূপে অতি সহজেই সোণকালে অসমীয়া জাতিৰ লগত মিলি যাব বুলি বিশ্বাস হৈছে।"

১৯৩৫ চনৰ আগলৈ বঙালী আৰু অসমীয়া সকলো ছাত্ৰই ষষ্ঠ শ্ৰেণীলৈ নিজ মাতৃভাষা আৰু ইংৰাজী মাধ্যমৰ জৰিয়তে শিক্ষা লাভ কৰিছিল। ১৯৩৫ চনত অসম চৰকাৰে অসমীয়া আৰু বঙালী ছাত্ৰৰ বাবে এককভাষী স্কুল স্থাপনৰ ব্যৱস্থা কৰে। লগে লগে ব্ৰহ্মপুত্ৰ উপত্যকাত বঙালী ভাষাত স্কুল স্থাপন হ'বলৈ ধৰে। Assam Association-ৰ গুৱাহাটী অধিবেশনত (১৯৩৫, ২১ অক্টোবৰ) অসমৰ সকলো স্কুলতে অসমীয়া মাধ্যমত শিক্ষা দান কৰিব লাগে আৰু বঙালী শাখাসমূহ উঠাই দিব লাগে বুলি দাবী উত্থাপন কৰাৰ বহু আগেয়ে দুৰ্গম অঞ্চলৰ চৰ-চাপৰিবাসীয়ে অসমীয়া মাধ্যমৰ স্কুল স্থাপন কৰিছিল। ১৯০২ চনত নগাঁও জিলাৰ আলিটাঙনি গাঁৱত ওচমান আলি সদাগৰ চাহাবে স্থাপন কৰা মোক্তাবখনকে ১৯১০ চনত ২৬৫ নং এল. পি. স্কুল হিচাপে চৰকাৰে স্বীকৃতি দিয়ে। উক্ত স্কুলখন ১৯২৪ চনত ক্ৰমে এম. ই আৰু ১৯৩৭ চনত হাইস্কুল হিচাপে চৰকাৰে স্বীকৃতি দিয়ে। বৰপেটা জিলাৰ গুণিয়ালগুৰিত থকা এল পি স্কুলখন ১৯৩২ চনৰ আগৰে পৰা আছিল বুলি জানিব পৰা গৈছে। এই স্কুলখনত অসমীয়া মাধ্যমত শিক্ষাদান কৰা হৈছিল। গোৱালপাৰা জিলাত জমিদাৰসকলৰ



শাসন থকা বাবে ১৯৪৭ চনৰ আগলৈকে স্কুলসমূহত বঙালী ভাষাৰ প্ৰচলন অব্যাহত আছিল কিয়নো জমিদাৰ প্ৰভাত চন্দ্ৰ বৰুৱা প্ৰমুখ্যে ভালেমান প্ৰভাৱশালী লোক অসমীয়া ভাষা প্ৰচলনৰ তীব্ৰ বিৰোধী আছিল। স্বাধীনতাৰ পৰৱৰ্তী কালত অৱশ্যে মুছলমান প্ৰধান অঞ্চলত থকা বঙালী মাধ্যমৰ স্কুলবোৰ অসমীয়া মাধ্যমলৈ ৰূপান্তৰিত হয়। মৌলানা আব্দুল হামিদ খান ভাচানিৰ নেতৃত্বত ১৯৪০ চনত জামিদাৰী শোষণৰ বিৰুদ্ধে গোৱালপাৰাত গঢ়ি উঠা প্ৰবল জনমত স্বত্বেও চৰ-চাপৰিৰ মুছলমানসকলে অম্বিকাগিৰী ৰায়চৌধুৰীয়ে পোষকতা কৰা অসমীয়া ভাষাকে মাতৃভাষা হিচাপে গ্ৰহণ কৰিলে। উল্লেখযোগ্য মৌলানা আব্দুল হামিদ ভাচানি তেওঁলোকৰ ৰাজনৈতিক নেতা আছিল। ড° অমলেন্দু গুহই 'অসম নমৰে আমিও নমৰো' (পৃঃ ৪১)ত লিখিছে চৰ-চাপৰিৰ জনগণে অসমীয়া ভাষাক মাতৃভাষা হিচাপে গ্ৰহণ কৰাৰ বাবে ১৯৩১ চনৰ লোকপিয়লত অসমত থকা মুঠ অসমীয়াভাষী লোকৰ সংখ্যা ৩৬ শতাংশৰ পৰা ১৯৫১ চনত ৬২ শতাংশলৈ বৃদ্ধি পায়। ১৯৬০ চনৰ ১০ অক্টোবৰত অসম বিধান সভাত উত্থাপিত হোৱা Official Language Bill-ৰ বিৰোধীতা কৰি বৰাক উপত্যকাৰ বঙালী আৰু পাহাৰী জনজাতিসকলে অসমীয়া ভাষাক চৰকাৰী ভাষা হিচাপে গণ্য কৰা নহ'ব বুলি কোৱাৰ সময়তো চৰ-চাপৰিৰ মুছলমানসকলে সমৰ্থন দিয়া নাছিল, বৰং ১৯৬০ চনত সদৌ অসম ছাত্ৰ সন্থাই কৰা ভাষা আন্দোলনত এওঁলোকে সহযোগহে কৰে। বিশ্ববিদ্যালয় আৰু মহাবিদালয়সমূহত শিক্ষাৰ মাধ্যম অসমীয়া হ'ব লাগে বুলি কৰা ১৯৭০ চনৰ মাধ্যম আন্দোলনতো চৰ-চাপৰিবাসীয়ে সক্ৰিয় সহযোগ কৰাৰ তথ্যপাতি পোৱা যায়।

চৰ-চাপৰিৰ জনগণে অম্বিকাগিৰীৰ আহ্বানৰ প্ৰতি সঁহাৰি জনাই অসমীয়া ভাষাক শিক্ষাদানৰ মাধ্যম হিচাপে গ্ৰহণ কৰি নিজে অসমীয়া বুলি পৰিচয় দাঙি ধৰাত নীলমণি ফুকনে পূৰ্বৰ ভুল বুজি তেওঁলোকৰ প্ৰতি কৃতজ্ঞ হয়। নীলমণি ফুকনে কৈছিল, "আজি সেই পমুৱাসকলে অসমীয়া সমাজত জাহ গৈ ভাষা-সংস্কৃতিত যোগ্য আসন গ্ৰহণ কৰিব পাৰিছে, সমানে নেতৃত্ব লৈ দেশ চলোৱা কামত সমান দায়িত্ব ল'ব পৰা হৈছে। এইটো স্বাভাৱিক খিলঞ্জীয়া হোৱাৰ পথ। এতিয়া অতীতৰ ভুল পাহৰি, সংঘৰ্ষৰ কথা মনত ঠাই নিদি কি হিন্দু, কি বৌদ্ধ, কি মুছলমান, কি শিখ, কি জৈন, কি বঙালী, কি বিহাৰী, কি ৰাজস্থানী... সকলোৱে বুজি উঠা ঐক্য সংহতি যেন দিনে দিনে বৃদ্ধি পায়..." (নীলমণি ফুকনৰ চিন্তাধাৰা, ১৯৭২)। ১৯৪৩ চনত জ্যোতিপ্ৰসাদ আগৰৱালাই লিখিছিল—

'সাম্য-মৈত্ৰীৰ ময়েই ৰণুৱা

চাহ বাগিচাৰ ময়েই বনুৱা

ন-অসমীয়া মৈমনছিঙীয়া

থলুৱা নেপালী

নৃত্য-কুশলী মণিপুৰীয়া মই।'

— অসমীয়া ডেকাৰ উক্তি

বিষ্ণুপ্ৰসাদ ৰাভা, ৰজনীকান্ত বৰদলৈ (অসম সাহিত্য সভাৰ সভাপতিৰূপে), জ্ঞাননাথ বৰা, কমলাকান্ত ভট্টাচাৰ্য, ৰত্নেশ্বৰ মহন্ত, শৈলধৰ ৰাজখোৱা, ড° অমলেন্দু গুহ, ড° হীৰেন গোহাঁই, হোমেন বৰগোহাঁঞি, চন্দ্ৰপ্ৰসাদ শইকীয়া, ড° নগেন শইকীয়া, ড° লক্ষীনন্দন বৰা, ড° লীলা গগৈ, হিতেশ ডেকা, শশী শৰ্মা আদি সাহিত্যিক-বুদ্ধিজীৱীসকলে মিঞা-মুছলমানসকলক বাদ দি অসমীয়া জাতি গঠন প্ৰক্ৰিয়া সম্ভৱ নহয় বুলি দৃঢ় মত পোষণ কৰিছে। শেহতীয়াভাৱে অসম সাহিত্য সভাই চৰ-চাপৰিৰ সাহিত্য-সংস্কৃতিৰ উন্নয়নৰ বাবে চৰ-চাপৰি উপসমিতি গঠন কৰিছে। ১৯৯৭ চনৰ বিলাসীপাৰা অধিবেশনত গঠন হোৱা সভাৰ চৰ-চাপৰি উপসমিতিয়ে কিছুমান উন্নয়নমূলক আঁচনি লৈ সদভাৱনাৰ পৰিচয় দিছে।

চৰ-চাপৰিৰ মিঞা-মুছলমানসকলে অসমীয়া ভাষাত সাহিত্য সৃষ্টি কৰি অসমীয়া সাহিত্য জগতলৈও বৰঙণি যোগাই আহিছে। চৰ-চাপৰিৰ পৰাই ওলাই অহা কেইজনমান বিশিষ্ট লেখকে যোৱা দুটামান দশকত অসমীয়া সাহিত্যৰ বিভিন্ন দিশত গুৰুত্বপূৰ্ণ বৰঙণি যোগাইছে। চৰ-চাপৰিৰ অসমীয়া মুছলমান লিখক সাংবাদিকসকলৰ ভিতৰত বৰপেটা জিলাৰ এম. ইলিমউদ্দিন দেৱান ('আজান' আলোচনীৰ সম্পাদক আৰু প্ৰায় চল্লিশখনৰো অধিক গ্ৰন্থৰ প্ৰণেতা), আতাউৰ ৰহমান, ছাকিনা খাতুন, ছামচুল হুদা, দেৱান আব্দুল হামিদ, আব্দুল হাই, দেৱান আব্দুল কাদিৰ, এম. ইব্ৰাহিম আলী, ৰিয়াজউদ্দিন আহমেদ, নবীৰ হুচেইন, আব্দুল কদ্দুছ, ইছমাইল হোছেইন (জ্যেষ্ঠ), আৰফান আলি, ইৰফানুল হক, আহম্মদ হুছেইন খান, জবেদ আলি, আবুল হাচান মোল্লা, আব্দুৰ ৰেজ্জাক, হবিবুৰ ৰহমান, আব্দুৰ ৰহমান ফিৰোজী, দিলোৱাৰ খন্দকাৰ, চুলতান আলী, কাছেমা খাতুন, মাৰ্ছিয়া খন্দকাৰ, আব্দুৰ ৰহিম মুস্তাফী, আব্দুল জব্বাৰ মিঞা, অহিজুদ্দিন শ্বেখ, মেহদী আলম বৰা, ইছমাইল হোছেইন, হাফিজ আহমেদ, খবিৰ আহমেদ, তাজউদ্দিন আহমেদ, মৌলানা আব্দুল হামিদ, ডাঃ ৰেজাউল কৰিম, আব্দুল মান্নান, ছামচুদ্দিন আহমেদ, ইমৰাণ হুছেইন, ফজলুল হক, এম. আব্দুল মজিদ খান, মাইৰুল আলম, এম. মতিয়াৰ ৰহমান, এম. ইব্ৰাহিম আলি, হজৰত আলী, হেকিম এ আহমেদ, দেৱান আব্দুল কাদিৰ, জমেশ্বৰ আলি,



খাইৰুল আলম, শ্বাকীম নাছৰিন মিলন, আখতাৰুল ইছলাম, আশ্ৰাফুল হক, ফজলুল হক, হাফিজ আহমেদ, ছোহৰাব আহমেদ, আক্ৰাম হোছেইন, গোলাম ছাৱোৱাৰ, মাহবুবুৰ ৰহমান, আব্দুল কৰিম, আল আমান, ছাদিকুল ইছলাম, চুলতান মাহমুদ, জমশ্বেৰ আলী, কুলছুম আহমেদ, লিয়াকৎ আলি, এম. আকবৰ হুছেইন, ডাঃ ছাহিদুল ইছলাম আদি ভালেমান নবীন-প্ৰবীন লেখকে গল্প, উপন্যাস, জীৱনী, চিন্তাগধুৰ প্ৰবন্ধ, কবিতা, ধৰ্মবিষয়ক গ্ৰন্থ, অনুবাদেৰে অসমীয়া সাহিত্যলৈ বিশেষ অৰিহণা আগবঢ়াইছে। (উৎসঃ 'চৰ-চাপৰিৰ জীৱন চৰ্যা' পৃষ্ঠা-১২৯-১৩৭) চৰ-চাপৰিৰ মুধাফুটা লেখকসকলৰ ভিতৰত ইমদাদ উল্লা, আতাউৰ ৰহমান, ৰেজাউল কৰিম, ইছমাইল হোছেইন (জ্যেষ্ঠ), ইছমাইল হোছেইন, ইলিমউদ্দিন দেৱান, খবিৰ আহমেদ, ছাকিনা খাতুন, কাছেমা খাতুন, মেহদী আলম বৰা, ইমৰান হুছেইন, এম আব্দুল মজিদ খান, মীৰ্জা হুমায়ুন কবীৰ আদি বিশেষভাৱে উল্লেখযোগ্য লেখক, বুদ্ধিজীৱীসকলে অসমীয়া ভাষা-সাহিত্যৰ বেদীলৈ আগবঢ়োৱা বৰঙণিৰ বাবে সাহিত্যৰ বুৰঞ্জীত জিলিকি থাকিব।

চৰ-চাপৰিৰ কেবাগৰাকীও লিখকে কাকত-আলোচনী সম্পাদনা কৰি অসমীয়া সংবাদ-সাহিত্য জগতলৈ উল্লেখযোগ্য বৰঙণি আগবঢ়াইছে। এইসকলৰ ভিতৰত ইমদাদ উল্লাহ, মেহদী আলম বৰা, আব্দুল খালেক, আব্দল মান্নান, আনোৱাৰ হুছেইন, হাফিজ আহমেদ, খবিৰ আহমেদ, ছাহজাহান তালুকদাৰ, ৰেজাউল কৰিম, এম এাকবৰ হুছেইন, ৰুহুল আমিন, মফিদুল ইছলাম, আব্দুৰ ৰহিম মুস্তাফী, আব্দুৰ ৰহমান, তাজউদ্দিন আমেদ, কামাল হায়দৰ, জমশ্বেৰ আলী, আৰশাদ আহমেদ, বাহাৰুল ইছলাম, এম. আব্দুল মজিদ খান, মমাত আলী, মৌলানা আব্দুল জলিল ৰাগবী, নবীৰ হুছেইন, ছফিউৰ ৰহমান, এম আৰ বৰভূঞা আদি। নাম উল্লেখ নোহোৱা আৰু ভালেমান সাংবাদিকে চৰ-চাপৰিৰ সমাজৰ পৰা অসমীয়া জাতিৰ বিভিন্ন দিশত সেৱা আগবঢ়াই আহিছে। ভাষা-সাহিত্য ক্ষেত্ৰখনিৰ উপৰি চৰ-চাপৰিৰ অধিবাসীসকলে অসমৰ সাংস্কৃতিক জগতখনলৈ ভালেখিনি অৱদান আগবঢ়াইছে। গোৱালপাৰাৰ আদিল হুছেইন এগৰাকী সৰ্বভাৰতীয় খ্যাতিসম্পন্ন মঞ্চ অভিনেতা। সেইদৰে বাহাৰুল ইছলামেও অভিনয় কৰি খ্যাতি অৰ্জন কৰিছে।

অসমীয়া সংস্কৃতিৰ স্বৰূপটোৱে হ'ল সমন্বয় আৰু সংমিশ্ৰণ। যথাৰ্থতে সাহিত্য-সংস্কৃতিৰ কোনো নিৰ্দিষ্ট ভৌগোলিক পৰিসীমাই নাথাকে। সীমাৰ পৰিধি অতিক্ৰমি সংস্কৃতি সুন্দৰৰ ৰথযাত্ৰা অবিৰত গতিত সংমিশ্ৰনেৰে আগবাঢ়ে, নতুন নতুন ৰূপত জীৱন বসন্তৰ গান হৈ ব্যক্তি আৰু সমাজ জীৱনৰ স্তৰে স্তৰে সোমাই পৰে। নিৰবিচ্ছিন্ন গতিত পোহৰৰ ৰেখা হৈ সংস্কৃতি উজ্বলি উঠে।

সমাজখন নতুন ৰূপত জিলিকি উঠে। মিলি যোৱাৰ প্ৰক্ৰিয়া অব্যাহত থকা মিঞা-মুছলমানসকলে খিলঞ্জীয়া লোকসকলৰ আচাৰ-ব্যৱহাৰ, ৰীতি-নীতিৰ স'তে সহাৱস্থান ঘটাবলৈ আৰম্ভণিৰে পৰা চেষ্টা অব্যাহত ৰাখিছিল। এখন দেশৰ সংস্কৃতি গঢ়ি উঠে দেশখনৰ অৰ্থনৈতিক অৱস্থা আৰু সামাজিক গাথনিৰ ওপৰত। মিঞা-মুছলমানসকলে কৃষিকৰ্মৰ জৰিয়তে থলুৱা কৃষকৰ জীৱনধাৰাৰ স'তে একাকাৰ হৈ গৈছিল। এনেকুৱা অৱস্থাত তেওঁলোকৰ মাজত দেশজ সাংস্কৃতিক চেতনাৰ উন্মেষ ঘটাটো সহজ নাছিল। তাৰোপৰি প্ৰব্ৰজনৰ দীঘলীয়া সময় অতিক্ৰম কৰাৰ পিছত এওঁলোকে নিজৰ ভাষাটো লাহে লাহে পাহৰি যাবলৈ উপক্ৰম হয় অথবা ভিনৰ কলিকতীয়া বা ঢাকাৰ বাংলা ভাষা শুদ্ধকৈ ক'ব নোৱাৰা অৱস্থা এটা আহি পৰে। ঘৰুৱা পৰিবেশত মিশ্ৰিত দোৱান এটাহে ক'বলগীয়া হয়। ড° অমলেন্দু গুহৰ মতে 'কোনো কোনো ক্ষেত্ৰত দ্বিভাষী নাথাকি পুৰা অসমীয়া ভাষী হৈ পৰিছে এওঁলোক।" (অসম নমৰে আমিও নমৰো।) শব্দচয়ন, কথন ভংগীত,স্থান কাল নাম বাচক শব্দৰ প্ৰয়োগ আদিয়ে সাংস্কৃতিক ব্যৱধান কমাই আনিছে। বিয়া-সবাহ, বিহু উৎসৱ আদিয়ে মিঞা মুছলমানৰ জীৱনধাৰাত প্ৰভাৱ পেলাইছে। ফকৰা-যোজনা, ডাকৰ বচন আদি চৰ-চাপৰিৰ মুছলমান সমাজত প্ৰচলিত হৈছে। গৰাখহনীয়া, বানপানী, ধুমুহা আদিয়ে জীৱন-যাপন দুৰ্বিসহ কৰি তোলা চৰবাসীয়ে নদীৰ পাৰত বসবাস কৰি আনন্দ লভে। জীৱনৰ নিৰাপত্তাৰ বাবে যুঁজি যুঁজি ভাষা-সাহিত্য, সাংস্কৃতিক উত্তৰোণৰ বাবে চৰবাসীয়ে আহৰি উলিয়াব নোৱাৰে, তথাপিও তেওঁলোকে সময় পালে মনৰ আনন্দ প্ৰকাশ কৰে। নদী আশ্ৰিত জীৱনত নাওখেলত তেওঁলোকে গায় 'আয়ৰে মোৰ মছুৱাৰে।' থলুৱা অসমীয়া সমাজত এই গীত এইদৰে গোৱা হয় —'আয়ৰে আমাৰ মলুৱাৰে।' হিন্দু ধৰ্মালম্বী সমাজখনত চলা, বিয়াৰ গীত, আইনাম, ভেকুলী বিয়া, নিচুকণি গীত, পচতি গীত, অপেচৰীসবা, কুমাৰী পূজা, বনগীত, টোকাৰী গীত, দেহবিচাৰৰ গীত, মহখেদা গীত ইত্যাদি চৰ-চাপৰিৰ মিঞা-মুছলমান সমাজখনতো কিছু পৃথকভাৱে প্ৰচলিত। অসমীয়াৰ জাতীয় উৎসৱ বিহু মিঞা-মুছলমান সমাজতো বুকুৰ আপোন হৈ উঠিছে। কুজাৰ পীঠ বিহুসন্মিলনীৰ চতুৰ্থ বৰ্ষৰ মুখপত্ৰত সম্পাদনাক ফজল আলি আহমেদ আৰু ৰফিকুল ইছলামে এনেদৰে লিখিছে, "বিহুৰ এনাজৰীৰে চৰ-চাপৰি, পৰ্বত-ভৈয়াম, জাতি-উপজাতিৰ, বিভিন্ন জনগোষ্ঠীক একতাৰ সুঁৰত বান্ধিব লাগিব।" যৌৱনৰ উচ্চাসত মতলীয়া হৈ আকাশ-বতাহ মুখৰিত কৰা অসমীয়াৰ প্ৰাণত যাউতিযুগীয়া হেন্দোলনি তোলা বিহু উৎসৱ আৰু গীত চৰ-চাপৰিৰ মুছলমান সমাজখনত স্পন্দন তুলিছে, ধমনীত সোমাই পৰিছে। জাত-পাতৰ বিৰুদ্ধে ৰূপান্তৰৰ সংস্কৃতি বিহুগীতত চৰৰ মুছলমান সমাজে



এইদৰে গাইছে —

'প্ৰেমে চিনেনা জাত-বেজাত
ঘুমে চিনে না শ্মশান ঘাট
খিদায় চিনেনা পান্তাভাত।' (আজান, ১৯৬৫)

খিলঞ্জীয়া অসমীয়াই গাইছে এইদৰে

'তোৰে মন গ'লে মোৰে গ'লে
কি কৰিব কলিতা কুলে।'

ৰীতি-নীতি, নৃত্য-গীত, বাদ্য-উৎসৱ পাৰ্বন আদিত সংমিশ্ৰণৰ ছবি হিন্দু-মুছলমান উভয় সম্প্ৰদায়ৰ মাজত যিদৰে স্পষ্ট সেইদৰে সাজ-পোছাক, আ-অলংকাৰ আদিতো এই প্ৰক্ৰিয়া আৰম্ভ হৈছে। স্কুল-কলেজত পঢ়া ল'ৰা-ছোৱালীবোৰে শাৰীৰ উপৰিও মেখেলা চাদৰ পিন্ধা দেখা যায়। পাৰস্পৰিক, আদান-প্ৰদান, সহমত বিনিময়, পৰৰ কৃষ্টিক নিজৰ বুলি ধুইমচি লোৱা মানসিকতাৰে আগবাঢ়িলে অসমীয়া জাতি গঠন প্ৰক্ৰিয়াৰ ভেটি শক্তিশালী হ'ব — এই কথা প্ৰত্যেক অসমীয়াই মৰ্মে মৰ্মে বুজি উঠিব লাগিব। চৰ-চাপৰিৰ মিঞা-মুছলমানসকল আজি বৰ অসমৰ অবিচ্ছেদ্য অংগ। এশ বছৰে অসমৰ উত্থান-পতনত, দুখ-আনন্দৰ সময়ত এওঁলোকে বহুতো কষ্ট, যন্ত্ৰণা আৰু ত্যাগেৰে তেজৰ বন্দি জ্বলাই অসমতে আছে -নিজৰ মাতৃভুমি বুলি গণ্য কৰি। অসমৰ দুৰ্যোগৰ সময়ত একেলগে থকা স্বত্বেও এওঁলোকৰ জীৱনলৈ সময়ে সময়ে চৰম দুৰ্দিনো আহিছে। সস্তীয়া জাতিয়তাবাদী আবেগৰ বা-মাৰলীত এওঁলোকে পাকঘূৰণি খাবলগীয়া হৈছে —অবিশ্বাস, সন্দেহ, সংশয়ে ভুল বুজাবুজিৰ সৃষ্টি কৰিছে। ৰাজনীতিৰ ডাবাখেলাৰ সঁজুলী হিচাপেও এওঁলোক ব্যৱহৃত হৈছে। এতিয়াও চৰবাসীৰ জনসংখ্যাৰ শতকৰা আশী ভাগতকৈ অধিক লোক অশিক্ষিত। উপযুক্ত, শিক্ষা, ৰাস্তা-ঘাট , চিকিৎসা আদি আধুনিক সকলো সা-সুবিধাৰ পৰা বঞ্চিত চৰ কৃষিজীৱী জনগণে ৰাজনীতৰ আওভাও বুজি নেপায়। এই দুৰ্বলতাৰ সুযোগ গ্ৰহণ কৰি ৰাজনৈতিক নেতাবোৰে এওঁলোকক ষড়যন্ত্ৰৰ বলিৰ পঠা কৰি আহিছে। ফলত এওঁলোকে হৈছে নিষ্পেষিত, নিগৃহীত। ৰাজনৈতিক ষড়যন্ত্ৰৰ বলি হোৱাৰ উপৰি শিক্ষা-দীক্ষাৰ অভাৱত চৰ অঞ্চলত সামাজিক চেতনাৰ সঠিকভাৱে উন্মেষ নোহোৱাত জনসংখ্যা নিয়ন্ত্ৰণৰ প্ৰাথমিক স্তৰৰ ধাৰণাও গঢ়ি উঠা নাই। জনসংখ্যা নিয়ন্ত্ৰণ সমগ্ৰ বিশ্বৰ বাবেই এটি প্ৰয়োজনীয় কৰ্তব্য। অসমত বৰ্তমান জনসংখ্যাৰ সমানুপাতিক নিয়োজন বিনিয়োগ আৰু স্বনিয়োজনৰ উৎস বিকশিত হৈ উঠা নাই। সমগ্ৰ ৰাজ্যখনত নিবনুৱাৰ সংখ্যা

ক্ৰমশ দ্ৰুত গতিত বাঢ়িবলৈ ধৰিছে। ভয়াবহ অৰ্থনৈতিক সংকটে ৰাজ্যখনক জুৰুলা কৰিছে। এনেকুৱা অৱস্থাৰ পৰিপ্ৰেক্ষিতত চৰ অঞ্চলৰ মুছলমানবাসীৰ মাজত জনসংখ্যা নিয়ন্ত্ৰণৰ সঠিক ব্যৱস্থা কৰিবলৈ স্থানীয় শিক্ষিত যুৱকচামে তথা সকলোস্তৰৰ সচেতন লোকে বিশেষভাৱে সতৰ্ক হোৱাটো অসমৰ শান্তি-সম্প্ৰতি সংহতি ৰক্ষা আৰু জাতি গঠনৰ প্ৰক্ৰিয়া অধিক ত্বৰান্বিত কৰাৰ স্বাৰ্থত প্ৰয়োজন। বিদ্বেষ, অৰিয়া-অৰিয়ে ঘৃণাৰ জন্ম দিয়ে, মমত্ববোধ আৰু ভাতৃত্ববোধে জন্ম দিয়ে নতুন সৃষ্টিৰ। ঘৃণাই জাতিগঠনৰ পথ ব্যাহত কৰে, আনহাতে সৃষ্টিয়ে শান্তিৰ ভঁৰাল ওপচাই একাত্মীকৰণ প্ৰক্ৰিয়া সবল কৰে। আমি আজি কিহৰ পথ ল'ম ঘৃণা-বিদ্বেষৰ নে সৃষ্টিৰ?



# অসমত মিঞা জনগোষ্ঠীৰ প্ৰব্ৰজনৰ ইতিবৃত্ত

ডাঃ ছাহিদুল ইছলাম

সমগ্ৰ ভাৰতবৰ্ষৰ লগত অসমতো ১৮৭২ চনতে প্ৰথম লোকপিয়ল কৰা হয় যদিও পূৰ্ববংগীয় মুছলমানসকলৰ আগমন নথিভুক্ত কৰা হয় ১৯১১ চনত। দৰাচলতে এই প্ৰব্ৰজন তাৰো বহু আগৰ পৰাই আৰম্ভ হৈছিল। তৎকালীন ইংৰাজসকলৰ বাবে অসমত সামান্য পৰিমাণৰ মাটিৰ খাজনাৰ বাহিৰে ৰাজহ সংগ্ৰহ কৰিব পাৰ অন্য ব্যৱস্থা নথকাত অৰ্থনৈতিক কাৰণতেই তেতিয়াৰ ইংৰাজ প্ৰশাসকসকলে অসমৰ খেতি উপযোগী পতিত মাটিত নতুন নতুন মানুহ সংস্থাপন কৰি ৰাজহ বৃদ্ধি কৰাৰ কথা চিন্তা কৰিছিল। তৎকালিন অসমৰ থলুৱা মানুহৰ সংখ্যা কম আৰু তেওঁলোকৰ কৰ্ম বিমুখ স্বভাৱৰ বাবেই ইংৰাজসকলে বিকল্প চিন্তা কৰিবলৈ আৰম্ভ কৰিছিল। ইফালে বংগদেশৰ ভূমিহীন উদ্বৃত্ত মুছলমান কৃষকসকলক অন্য কৰবাত সংস্থাপন কৰিবলৈ হিন্দু জমিদাৰসকলে ইংৰাজ শাসকসকলক খাটনি ধৰিছিল। অসমৰ ইংৰাজ প্ৰশাসকসকলৰ উচ্চ পদস্থ বিষয়াসকলেও বংগৰ এই উদ্‌বৃত্ত কৃষকসকলক অসমৰ পতিত মাটিত সংস্থাপন কৰি কৃষি অৰ্থনীতি উন্নত কৰিবলৈ উৰ্ধতন কতৃপক্ষক অনুৰোধ জনাইছিল। নগাঁওৰ তদানীন্তন জিলা প্ৰশাসক কেপ্টেইন বাটলাৰ চাহাবে উৰ্ধতন কতৃপক্ষলৈ পঠোৱা এটা টোকাত লিখিছিল 'Unless Assam is colonized from Bengal there is no Prospects or hope of the Province being brought fully under cultivation for centuries to come' (উদ্ধৃতি Report of the Province of Assam 1854. সংগ্ৰহ ঃ ডঃ হীৰেন গোহাঁই আৰু ডঃ দিলীপ বৰা সম্পাদিত অসম আন্দোলন প্ৰতিশ্ৰুতি আৰু ফলশ্ৰুতি, পৃষ্ঠা -১২)। তৎকালীন বংগৰ গবৰ্ণৰ জেনেৰেলৰ অসমত থকা এজেণ্ট কৰ্ণেল হপকিন্স চাহাবে ১৮৭২ চনত বংগদেশৰ গবৰ্ণৰলৈ লিখিছিল যে, ' What is wanted for Assam are drafts of immigrants from the over crowded famine striken district of Bengal who might require plots of waste land to break up on the most liberal terms' (উদ্ধৃতি ঃ Col. Hopkins letter no 238 to secretary to government of Bengal, General Department সংগ্ৰহ ঃ Asam

Muslims Politics and Cohesion by B.J. Dev. and D.K. Lahiri Page -107) একে সুৰতেই সেই সময়ৰ বহু ইংৰাজী বিষয়াই বঙ্গদেশৰ পৰা কৃষি শ্ৰমিক আনি অসমৰ পতিত মাটিত সংস্থাপন কৰি অধিক ৰাজহ প্ৰাপ্তিৰ পোষকতা কৰিছিল। কেৱল ইংৰাজ সকলেই ন হয় বৰং অসমীয়া মধ্যবিত্ত উচ্চ পদস্থ কৰ্মচাৰী সকলেও অৰ্থনৈতিক উন্নয়নৰ স্বাৰ্থতে বঙ্গদেশৰ পৰা কৃষি শ্ৰমিক আনি অসমৰ পতিত মাটিত সংস্থাপন কৰাৰ বাবে অধিক তৎপৰতা হবলৈ ইংৰাজ প্ৰসাশক সকলক খাটনি ধৰিছিল। অসমৰ এজন চিৰ নমস্য ব্যক্তি আনন্দৰাম ঢেকিয়াল ফুকনেও বঙ্গদেশৰ দুৰ্ভিক্ষজনিত কিছুমান এলেকাৰ কৃষি শ্ৰমিক বিলাকক অসমলৈ প্ৰব্ৰজনৰ বাবে আমন্ত্ৰণ জনোৱাৰ পোষকতা কৰিছিল। তেওঁৰ মতে "............the people from some of the badly provided parts of Bengal could be....... invited to emigrate" উদৃতি ঃ অসম আন্দোলনৰ প্ৰতিশ্ৰুতি আৰু ফলশ্ৰুতি আৰু ফলশ্ৰুতি পৃঃ ১৩। ১৮৭৪ চনত গৱৰ্ণৰ জেনেৰেল নৰ্থব্ৰুক চাহাবক তেওঁৰ অসম ভ্ৰমণকালত সেই সময়ৰ প্ৰায় ১০০ জন মান মুধাফুটা ব্যক্তিৰ স্বাক্ষৰ সম্ভলিত স্মাৰকপত্ৰ এখন প্ৰদান কৰা হৈছিল, য'ত বংগদেশৰ পৰা প্ৰব্ৰজিত কৃষকসকলৰ সামাজিক আৰু সাংস্কৃতিক গুণগত মান নিম্ন হোৱা বাবে উত্তৰ ভাৰতৰ পৰা কৃষি শ্ৰমিক আমদানী কৰিবলৈ অনুৰোধ জনোৱা হৈছিল। সেই সময়ৰ অসমৰ এজন ইতিহাসবিদ, বুদ্ধিজীৱি আৰু অগ্ৰণী ব্যক্তি গুণাভিৰাম বৰুৱাদেৱেও অসমৰ অৰ্থনৈতিক উন্নতিৰ বাবে বংগদেশৰ পৰা কৃষি শ্ৰমিক আনি উৎপাদনযোগ্য পতিত মাটিত সংস্থাপন কৰিবলৈ যোৰ দিছিল। ১৯২৬ চনত অসম সাহিত্য সভাৰ ধুবুৰী অধিবেশনৰ সভাপতি বেণুধৰ ৰাজখোৱা দেবৰ অভিভাষণত প্ৰব্ৰজিত মুছলমান কৃষকসকল অসমত সংস্থাপিত হোৱাত আনন্দ প্ৰকাশ কৰিছিল। তেওঁ কৈছিল 'অসমলৈ ময়মন সিংহ জিলাৰ পৰা বহু মুছলমান আহিছে। যি প্ৰদেশ সমৃদ্ধিশালী, অনেক ঠাইৰ পৰা মানুহ আহি তাত বসতি কৰেহি। এই বাবে আমি আনন্দ প্ৰকাশ কৰিছো। (উদ্ধৃতি ঃ সভাপতিৰ অভিভাষণ, অসম সাহিত্য সভা। সম্পাদনা ঃ অতুল চন্দ্ৰ হাজৰিকা।)

তদুপৰি বংগদেশত উৎপন্ন হোৱা মৰাপাটৰ ওপৰত ভিত্তি কৰি ইংৰাজ বণিকসকলে কলিকতাৰ আশে পাশে স্থাপন কৰা বহুতো মৰাপাট কলৰ কেঁচামালৰ চাহিদা পূৰণৰ উপৰিও উৎপাদিত মৰাপাট ব্যাপক হাৰত বিদেশলৈ ৰপ্তানিও কৰা হৈছিল। এই চাহিদা পুৰাবলৈ বংগদেশত উৎপাদিত মৰাপাটখিনিৰে নোজোৰা হৈছিল। অসম ভুখণ্ডত এই খেতিৰ উপযোগী দ আৰু জলাশয় মাটি অপৰ্যাপ্ত পৰিমাণে থকালৈ চাই ব্যৱসায় আৰু উদ্যোগৰ চাহিদাৰ বাবেও



বংগদেশৰ পৰা এই কামত পাৰ্গত মুছলমান কৃষকসকলক অসমলৈ আনি পট্টন দিয়াটো ইংৰাজ প্ৰশাসকসকলে অৰ্থনৈতিক কাৰণতেই প্ৰয়োজনবোধ কৰিছিল। পিচলৈ এই সকল প্ৰব্ৰজিত কৃষি শ্ৰমিকবিলাকৰ দানবীয় পৰিশ্ৰমৰ ফলতেই মৰাপাট উৎপাদনত অসমে ভাৰতৰ ভিতৰত এক সুকীয়া স্থান দখল কৰিবলৈ সক্ষম হৈছিল। তৎকালীন অসম আৰু উত্তৰ পুব সীমান্তৰ কমিচনাৰ ফ্ৰেঞ্চিচ জেনকিনচ চাহাবে প্ৰব্ৰজনত উৎসাহ যোগোৱাৰ বাবে ৰাস্তাঘাট উন্নয়ন, নতুন নতুন ঠাইলৈ ৰেল লাইন সম্প্ৰসাৰণ, বংগদেশৰ পৰা উজনি অসমলৈ জাহাজ চলাচল সম্প্ৰসাৰণ আদিকে ধৰি অসমৰ আভ্যন্তৰিণ যোগাযোগ ব্যৱস্থা উন্নত কৰিবলৈ জেনেৰেল নৰ্থব্ৰুক চাহাবৰ ওচৰত এখন বৃহৎ আঁচনি দাখিল কৰিছিল। উক্ত আঁচনিৰ ভিত্তিত নৰ্থব্ৰুক চাহাবে অসমৰ ব্ৰহ্মপুত্ৰ আৰু বৰাক উপত্যকাৰ বিভিন্ন ঠাইলৈ ৰেল চলাচলৰ বাবে লাইন বহুৱাৰ কামকে ধৰি স্থল আৰু জলপথ উন্নয়নৰ কামত ৫০,০০০ ষ্টাৰ্লিং পাউণ্ড পৰিমাণৰ ধন খৰচ কৰাৰ পৰিকল্পনা কৰিছিল। ১৮৮৫ চনত অসম উপত্যকাৰ জিলাসমূহৰ কমিচনাৰ H.L. Jonson য়ে অসমলৈ কৃষি শ্ৰমিকৰ প্ৰব্ৰজন খৰতকীয়া কৰিবলৈ বংগদেশৰ বাতৰি কাকতসমূহ মাধ্যমেৰে বিজ্ঞাপন দিয়াৰ বাবেও উদ্যোগ লৈছিল। তেওঁ নতুনকৈ প্ৰব্ৰজিত মানুহবিলাকৰ কাৰণে তিনি বছৰৰ বাবে খাজনা ৰেহাই দিয়াৰ ব্যৱস্থা কৰি প্ৰব্ৰজনত উৎসাহ যোগাইছিল। তেওঁ লিখিছিল "I have now authority under Rule. 35 section 2 of the settlement rules to allow a revenue free term of three years to encourage immigration" উদ্ধৃতি Note on Immigration to Assam by H.L. Jonson, No. 4010 Dtd Ghy-8th Aug/1888. সংগ্ৰহ ঃ ৰমেশ চন্দ্ৰ কলিতাৰ প্ৰব্ৰজনকাৰীৰ সমস্যা আৰু অসম ঃ আনন্দৰাম ঢেকিয়াল ফুকনৰ পৰা গাপীনাত বৰদলৈলৈকে। সংকলন ঃ অসম আন্দোলন প্ৰতিশ্ৰুতি আৰু ফলশ্ৰুতি ষ্ঠা-১৮)।

ইমানখিনি সা-সুবিধা দিয়াৰ পিচতো ইনবিংশ শতিকাৰ শেষলৈ বংগদেশৰ মুছলমান কৃষকসকলৰ প্ৰব্ৰজন আছিল তেনেই নিৰুৎসাহজনক। ১৮৯১ চনৰ লোকপিয়ল বিষয়া গেইট চাহাবৰ টোকাৰ পৰা এইটো প্ৰতিয়মান হয়। ".......It might have been thought that the amount of available land, the fertility of the soil and the low rents prevailing would have induced some portion atleast of the over crowded cultivators of Bengal to find their way to Assam and take up land here but this not appears to be the case. (Census report of India-1891, সংগ্ৰহ ঃ উক্ত গ্ৰন্থৰ পৃষ্ঠা-১৯) সম্ভৱত প্ৰাদেশিক

ভিন্নতা অটব্য অৰণ্যত বাঘ-ভালুকৰ ভয় আৰু মেলেৰীয়া, কালা জ্বৰ, কলেৰা বসন্তৰ লেখিয়া ভয়ানক বেমাৰ আদিৰ ভয়তে মুছলমান কৃষকসকল নিজ ৰাজ্য এৰি অসমলৈ আহিবলৈ অনীহা প্ৰকাশ কৰিছিল।

১৯০৫ চনত লৰ্ড কাৰ্জন চাহাবে প্ৰশাসনিক সুবিধাৰ আলম লৈ বংগদেশক দুভাগ কৰি মুছলমান প্ৰধান পূৱ অংশক অসমৰ লগত সাঙুৰি ঢাকা চহৰক ৰাজধানী হিচাপে লৈ এখন ৰাজ্য গঠন কৰিছিল। প্ৰশাসনিকভাৱে অসম আৰু পূৰ্ব বংগ এখন ৰাজ্য হোৱাৰ পিছত স্বাভাৱিকভাৱেই ঘন বসতিপূৰ্ণ পূৰ্ববংগৰ পৰা অসমলৈ হোৱা প্ৰব্ৰজন অধিক ত্বৰান্বিত হৈছিল। এই প্ৰসংগত উল্লেখ কৰিব পাৰি যে ৰজ্মুৰ চনৰ লোকপিয়ল মতে বংগদেশৰ জনবসতিৰ ঘনত্ব প্ৰতি বৰ্গ মাইলত ১৮২৩ চনৰ বিপৰীতে অসমত এই ঘনত্ব আছিল মাত্ৰ ১৭১ জন। (প্ৰসংগ ঃ Assam Muslims Politics and Cohesion by B.J. Dev and D.K. Lahiri Page-54) গতিকে এখন দেশৰ চুবুৰীয়া দুখন ৰাজ্যৰ জন বসতি ঘনত্বৰ এই ব্যাপক পাৰ্থক্যৰ বাবেও প্ৰাকৃতিক কাৰণতেই প্ৰব্ৰজন অধিক স্বভাৱিক আৰু সুচল হৈছিল। ইংৰাজ প্ৰশাসকসকলৰ পৃষ্ঠপোষকতাই এইক্ষেত্ৰত যথেষ্ট ইন্ধন যোগাইছিল। অসমৰ গোৱালপাৰা, নগাঁও, কামৰূপ আৰু দৰং জিলাৰ নৈপৰীয়া দ অঞ্চলবিলাকত অধিক হাৰত প্ৰব্ৰজন আৰম্ভ হৈছিল। মংগলদৈৰ S.D.O. হৈ থাকোতে কালীৰাম মেধি ডাঙৰীয়াৰ উদ্যোগত সেই অঞ্চলৰ পতিত মাটিত ব্যাপক হাৰত মুছলমানসকলক পট্টন দিয়া হৈছিল। নগাঁও, গোৱালপাৰা আৰু কামৰূপ জিলাৰ বৰপেটা মহকুমাতো নেতৃস্থানীয় ব্যক্তি তথা প্ৰশাসনিক উদ্যোগতেই প্ৰব্ৰজিত মানুহবিলাকক পতিত মাটিত পট্টন দিয়া হৈছিল। বৰপেটা মহকুমাত স্থানীয় মানুহে অনুৎপাদনশীল অটব্য অৰণ্যৰে পৰিবেষ্টিত তথা নদীপৰীয়া দুৰ্গম চৰ অঞ্চল নিজৰ দখলত লৈ নৱ-প্ৰব্ৰজিত কৃষি শ্ৰমিকসকলৰ ওচৰত চৰা দামত বিক্ৰী কৰি সহজতে ধনী হৈছিল। বৰপেটাৰ তদানীন্তন মাটিৰ হাকিম শৈলধৰ ৰাজখোৱাৰ লিখনিত এই বিষয়ে বিস্তৃত তথ্য পোৱা যায়। এইদৰে মুছলমান কৃষি শ্ৰমিকসকলৰ আগমনত ধনে জনে সহায় কৰা ইংৰাজসকল থলুৱা মানুহৰ স্বাৰ্থ ৰক্ষাৰ নামত ১৯২০ চনত নগাঁও জিলাত লাইন প্ৰথা প্ৰৱৰ্তন কৰি অসমত বিভেদৰ প্ৰথম বীজটো ৰোপন কৰিছিল। ইংৰাজসকলক সহায় কৰিবলৈ সদায় তৎপৰ হৈ থকা কিছুমান অসমীয়া মধ্যবিত্ত মানুহে লাইন প্ৰথাৰ সমৰ্থনত হৈ চৈ আৰম্ভ কৰিছিল। ১৯২৫ চনত বিধান পৰিষদৰ সদস্য কুলধৰ চলিহা আৰু কামাখ্যাৰাম দাসে বংগৰ পৰা হোৱা মুছলমানসকলৰ প্ৰব্ৰজন বন্ধ কৰি ভূমিপুত্ৰসকলক পতিত মাটিত পট্টন দিয়াৰ বাবে বিধান পৰিষদত প্ৰস্তাৱ আনিছিল। কিন্তু মুছলমান আৰু ইউৰোপীয়



সদস্যসকলৰ বিৰোধিতাৰ বাবেই এই প্ৰস্তাৱ তেতিয়া নাকচ হৈছিল যদিও লাইন প্ৰথা সমপ্ৰসাৰণ কৰি কামৰূপ, দৰং, লক্ষীমপুৰকে ধৰি অন্যান্য জিলাসমূহতো প্ৰৱৰ্তন কৰা হৈছিল। লাইন প্ৰথাই কিন্তু প্ৰব্ৰজন প্ৰক্ৰিয়াক কোনোধৰণৰ বাধাগ্ৰস্ত কৰিব পৰা নাছিল কাৰণ ইংৰাজসকলে সাম্প্ৰদায়িক বিভেদ সৃষ্টি কৰিবলৈ এই প্ৰথা প্ৰৱৰ্তন কৰিছিল যদিও তেওঁলোকৰ অৰ্থনৈতিক অভিসন্ধিৰ বাবেই প্ৰব্ৰজনকাৰীসকললৈ প্ৰশাসনীক সা-সুবিধা পূৰ্বৰ দৰেই বাহাল ৰাখিছিল। ফলত আন্তঃৰাজ্যিক প্ৰব্ৰজন অব্যাহত আছিল। লাইন প্ৰথা প্ৰৱৰ্তনৰ ফলত অসমৰ ৰাজনৈতিক প্ৰেক্ষাপট সম্পূৰ্ণ সলনি হৈ গৈছিল। জাতীয়তাবাদীসকলে প্ৰব্ৰজন বন্ধ কৰাৰ বাবে বিধান পৰিষদত পৰ্যায়ক্ৰমে বিভিন্ন প্ৰস্তাৱ লোৱা আৰম্ভ কৰাৰ বিপৰীতে মুছলিম লীগে ইয়াৰ বিপক্ষে ৰাজনৈতিকভাৱে অনগ্ৰসৰ নৱাগত মুছলমানসকলৰ মাজত ৰাজনৈতিক বিভেদৰ বীজ ৰোপণ কৰিছিল। তৎকালীন অসমৰ জনজীৱনত তিক্ততাৰ সৃষ্টি কৰা লাইন প্ৰথাৰ বিৰুদ্ধে অসম বিধান পৰিষদত ১৯৩৬ চনত নুৰুদ্দিন আহমেদ নামৰ সদস্য এজনে প্ৰথমবাৰৰ বাবে অৰ্থপূৰ্ণ আলোচনাৰ পাতনি মেলিছিল। মুছলিম লীগৰ সদস্যসকলে যেনেকৈ এই প্ৰথাৰ বিপক্ষে সৰৱ প্ৰতিবাদ কৰিছিল ঠিক তেনেকৈ কংগ্ৰেছী সদস্যসকলে এই প্ৰথাক অধিক কাৰ্যকৰী কৰিবলৈ যোৰ দিছিল। বহু বিতৰ্কৰ পিছত এই প্ৰথাৰ ব্যাপক তদন্তৰ বাবে বিধান পৰিষদৰ ইউৰোপিয়ান দলৰ দলপতি এফ. ডব্লিউ. হকেনহাল চাহাবক চেয়াৰমেন হিচাপে লৈ ৮ জনীয়া তদন্ত কমিটি গঠন কৰা হৈছিল। ১৯৩৮ চনৰ প্ৰথম ভাগতে উক্ত কমিটিয়ে বিভিন্ন টোকা, মন্তব্য সম্বলিত এক বিস্তৃত প্ৰতিবেদন দাখিল কৰিছিল। এই প্ৰতিবেদনত বিশেষকৈ অসমৰ ভূমিপুত্ৰ জনজাতিসকলৰ স্বাৰ্থ সুৰক্ষিত কৰিবলৈ লাইন প্ৰথা অব্যাহত ৰাখি অসমৰ কৃষি অৰ্থনীতিৰ উন্নয়নৰ স্বাৰ্থত প্ৰব্ৰজিত কৃষি শ্ৰমিকসকলক পতিত মাটিত সংস্থাপন কাৰ্য অব্যাহত ৰাখিবলৈ পৰামৰ্শ দিয়া হৈছিল। এই প্ৰতিবেদনত সংলগ্ন দুটামান মন্তব্য আছিল এনে ধৰণৰ — 1. "Proper development of Assam's Agriculture would not be Possible without the aid of the immigrants and hence settlement of immigrants would have to continue."

2. "The Line System should be further tightened in order to protect in interest of the tribals in particular." (উদ্ধৃতি ঃ দেৱব্ৰত শৰ্মাৰ অসমত ভাষিক জাতীয়বাদৰ ৰাজনীতি আৰু বিদেশী বিতাড়ণ আন্দোলন। অসম আন্দোলন প্ৰতিশ্ৰুতি আৰু ফলশ্ৰুতি পৃষ্ঠা-২৫২)

১৯৩৯-৪৫ চনত আৰম্ভ হোৱা দ্বিতীয় বিশ্বযুদ্ধৰ সময়ত সমগ্ৰ ভাৰতবৰ্ষত হোৱা খাদ্য সংকট আৰু মিত্ৰশক্তিৰ সৈন্যবাহিনীৰ কাৰণে অতিৰিক্ত খাদ্য সামগ্ৰীৰ চাহিদা পুৰণৰ বাবে অধিক খাদ্য শস্য উৎপাদন কৰিবলৈ তেতিয়াৰ ভাইচৰয় ওৱাভেল চাহাবৰ নিৰ্দেশ আৰু পৰামৰ্শমতে ভাৰত চৰকাৰে Grow more food আঁচনি হাতত লৈছিল। অসমৰ প্ৰধান ছাৰ ছাদুল্লা চাহাবেও ভাৰত চৰকাৰৰ নিৰ্দেশমতে এই আঁচনিৰ অধিনত বংগৰ কৃষি শ্ৰমিকসকলক অধিক সা-সুবিধা দি অসমৰ পতিত মাটিত সংস্থাপন কৰিব লগা হৈছিল। এই আঁচনি অধিক ফলপ্ৰসু কৰিবলৈ লাইন প্ৰথা শিথিল কৰা জৰুৰী হৈ পৰা বাবেই ১৯৪০ চনৰ শেষ ভাগত অসমৰ তৎকালীন এডভোকেট জেনেৰেল পি.ছি. দত্তই ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ আইনমতে লাই প্ৰথাৰ কোনো বৈধতা নাই বুলি চৰকাৰক পৰামৰ্শ দিছিল (Assam Gazzete Part vi-B 1940 Page 116-117, সংগ্ৰহ ঃ Assam Muslims Politics and Cohesion) সেই সময়ৰ অসমৰ ৰাজহ সচিব মিঃ এ. জি. পেট্টন চাহাবেও ১৯৩৫ চনৰ ভাৰত চৰকাৰৰ আইনৰ ২৯৮ নং ধাৰামতে অসমৰ প্ৰব্ৰজনকাৰী মুছলমান খেতিয়কৰ কাৰণে প্ৰযোজ্য লাইন প্ৰথা শিথিল কৰি দিয়াৰ বাবে টোকা লিখিছিল ".....the long term land settlement policy must include provision for relaxation of the restriction placed immigrant Muslims especially in the face of section 298 of the Government of India act-1935 লগতে আৰু লিখিছিল "...All the lines in villages and individual reservation of the villages should be abolished from the 1st April, 1944. [অসম চৰকাৰ File No. Rd/43 (As) সংগ্ৰহ উক্ত কিতাপৰ পৃষ্ঠা নং—) ভাৰত চৰকাৰৰ প্ৰত্যক্ষ হস্তক্ষেপৰ ফলত তেতিয়াৰ এজন বয়োজ্যেষ্ঠ I.C.S. বিষয়াৰ দ্বাৰা অসমৰ চৰণীয়া পথাৰৰ ৰিজাৰ্ভ মাটি প্ৰণালীবদ্ধভাৱে অনুসন্ধান কৰি প্ৰতিটো মহৰ বাবদ ৫ বিঘা আৰু প্ৰতি তিনিটা গৰুৰ বাবদ সমপৰিমাণৰ মাটি সংৰক্ষণ কৰি অতিৰিক্ত পতিত মাটি নতুনকৈ প্ৰব্ৰজন কৰা মুছলমান কৃষকসকলক পট্টন দিয়াৰ ব্যৱস্থা কৰিছিল। (Note for the famine enquiry committee prepared by Revenue secretary, file No. RD-25/43 Page-58) বংগদেশৰ কৃষি শ্ৰমিকসকলক নতুনকৈ প্ৰব্ৰজনত উৎসাহ যোগাবলৈ অসম চৰকাৰৰ উক্ত ব্যৱস্থাৰ কথা বংগদেশৰ চৰকাৰক জনোৱাও হৈছিল। (প্ৰসংগ ঃ Letter no 25/44/4 Dtd 5.5.44 from A.G. Patton to S. Bannerjee) এই ব্যৱস্থাৰ ফলত নতুনকৈ প্ৰব্ৰজন কৰা বংগৰ কৃষি শ্ৰমিকসকলক অসমৰ প্ৰাক্তন গৱৰ্ণৰ H. Reid য়ে স্বাগতম জনাইছিল এই বুলি On general Grounds however these



immigrants deserve to be welcomed for they are good cultivators (উদ্ধৃতি ঃ Assam Government Secret Record (S.B) সংগ্ৰহ ঃ Assam Muslims Politics and Cohesion) কিন্তু এইজনা ভাইচৰয়ে অৱসৰ গ্ৰহণৰ পিছত ছাদুল্লাৰ এই নীতিক "Grow more Muslim" বুলি কটাক্ষ কৰি টোকা লিখি থৈ গৈছিল। পৰৱৰ্তী সময়ত ১৯৩১ চনৰ লোকপিয়ল বিষয়া S.C. Mullan চাহাবৰ বিতৰ্কিত আৰু প্ৰৰোচনামূলক টোকা আৰু ওৱাভেল চাহাবৰ টোকাবিলাকেই মিঞা মুছলমানসকলক হাৰাশাস্তি কৰিবলৈ অসমীয়া জাতীয়তাবাদীসকলে মোক্ষম যুক্তি হিচাপে ব্যৱহাৰ কৰি আহিছে। স্বাভাৱিকতে প্ৰশ্ন হয় ইংৰাজসকলৰ পৃষ্ঠপোষকতাতেই হোৱা প্ৰব্ৰজনক তেওঁলোকেই কৰা সমালোচনাৰ উদ্দেশ্য কি আছিল? ভাগ কৰি শাসন কৰা নীতিয়েই জানো ইয়াৰ মুখ্য উদ্দেশ্য নাছিল? বৃটিছসকলক ভাৰতৰ পৰা খেদা হ'ল যদিও তেতিয়াৰ ইংৰাজসকলে উদ্দেশ্য প্ৰণোদিতভাৱে কৰা মন্তব্যবিলাক স্বাধীনোত্তৰ কালত অসমৰ মিঞা-মুছলমানসকলক অন্যায়ভাৱে হাৰাশাস্তি কৰিবলৈ আজিও ব্যৱহাৰ কৰা হৈ আছে।

প্ৰাসংগিক কিতাপ ঃ

১। Assam Muslim's Politics and Cohesion by Dr. B.J. Dev and Dr. D.K. Lahiri.

২। অসম আন্দোলন প্ৰতিশ্ৰুতি আৰু ফলশ্ৰুতি সম্পাদনা ডঃ হিৰেন গোঁহাই আৰু ডঃ দিলীপ বৰা।

৩। সাহিত্য সভাৰ অভিভাষণ, অসম সাহিত্য সভা সম্পাদনা ঃ অতুল চন্দ্ৰ হাজৰিকা।

৪। Muslim in Assam (1200-2000) By Dr. Samir Uddin Ahmed.

# ইতিহাসৰ ভুল ব্যাখ্যাত

## অসমৰ বংগীয় মূলৰ মুছলমানসকল

এম, মোজাম্মেল হুছেইন

অবিভক্ত ভাৰতৰ পূৰ্ববংগ বৰ্তমানৰ বাংলাদেশৰ পৰা অসমলৈ অহা মুছলমানসকল বংগমূলীয় মুছলমান হিচাপে পৰিচিত। এই মানুহখিনিক আকৌ কোনো মহলে মিয়া, পমুৱা, ময়মনচিঙিয়া, চৰুৱা আদি বুলিও কয়। উপৰোক্ত বিশেষণীয় শব্দ বা উপাধিসমূহ থলুৱা অসমীয়া মানুহে ব্যংগ অথবা তুচ্ছাৰ্থত ব্যৱহাৰ কৰা দেখা যায়। এইখিনিতে এটা কথা মনত ৰখা উচিত হ'ব যে এই প্ৰব্ৰজন হৈছিল এখন দেশৰ এটা অঞ্চলৰ পৰা অইন এটা অঞ্চললৈ অথবা অসম-পূৰ্ববংগৰ এটা প্ৰদেশৰূপে একোটা প্ৰশাসনিক ব্যৱস্থাৰ এলেকাধীন হৈ থকা সময়ত। স্থানান্তৰৰ মূল কাৰণ বিচাৰিলে দেখা যায় অৰ্থনৈতিক দুৰাৱস্থাত জৰ্জৰিত, কৰ্ম-সংস্থান নোপোৱা পূৰ্ববংগৰ মাটিহীন একাংশ মুছলমান কৃষক জীৱিকা নিৰ্বাহৰ বাট বিচাৰি অসমলৈ আহিছিল। তদুপৰি বৃটিছে অসম দখল কৰাৰ পিছত চৰকাৰী কাম-কাজত সহায় কৰা, বিদ্যালয়ত শিক্ষাদান, ইংৰাজী, পাচী আদি ভাষাৰ পৰা চৰকাৰী নথি-পত্ৰ বাংলা ভাষালৈ তৰজমা কৰা আদি কামৰ কাৰণে পূৰ্ববংগৰ পৰা শিক্ষিত মুছলমানসকলক নিযুক্তি দি অসমলৈ আনিছিল। ১৮২৬ চনৰ ইয়াণ্ডাবু সন্ধিৰ পিছত বৃটিচে অসমৰ শাসনৰ দায়িত্ব নিজৰ হাতলৈ আনে আৰু ১৮৩১ চনত প্ৰদেশখনৰ কোৰ্ট, আদালত, বিদ্যালয় আদিত মাধ্যম হিচাপে বাংলা ভাষা প্ৰৱৰ্তন কৰে। শাসন ব্যৱস্থা নিয়াৰিকৈ পৰিচালনা কৰিবলৈ সুদক্ষ্য শিক্ষিত মুছলমানক পূৰ্ববংগৰ পৰা মকৰল কৰা হৈছিল। ইতিহাসৰ পাতত এই কথাৰ সবিশেষ প্ৰমাণ আছে। অসমৰ তদানিন্তন প্ৰধান মন্ত্ৰী ছাৰ ছাদুল্লাক এই প্ৰব্ৰজনৰ কাৰণে দায়ী কৰি দোষাৰোপ কৰা হৈছে আৰু তাৰ অন্তৰালত তেওঁৰ ৰাজনৈতিক উদ্দেশ্য থকা বুলি কোনো কোনো মহলে ক'ব খোজে। কিন্তু, উক্ত অভিযোগৰ কোনো ঐতিহাসিক ভিত্তি নাই। সম্পূৰ্ণ মনে-গঢ়া ইতিহাসৰ এক বিকৃত আৰু ভুল ব্যাখ্যা বুলি ক'ব লাগিব। কাৰণ, ছাৰ ছাদুল্লা অসমৰ প্ৰধান মন্ত্ৰী ৰূপে কাৰ্য নিৰ্বাহ কৰিছিল ১৯৩৭ চনৰ পৰা ১৯৪৫ চনলৈ (মাজতে বিৰতি), আৰু এই শতিকাৰ দ্বিতীয় দশকৰ শেষৰ



পিনে তেওঁ অসমৰ সক্ৰিয় ৰাজনীতিত সোমায়। কিন্তু পূৰ্ববংগৰ পৰা মুছলমানৰ প্ৰব্ৰজন আৰম্ভ হৈছিল বৃটিছে অসমৰ শাসন দায়িত্ব লোৱাৰ পৰা। কোনো কোনো ঐতিহাসিকৰ মতে এই প্ৰব্ৰজন তাৰ বহু বছৰ আগৰ পৰা আৰম্ভ হৈছিল। অসমৰ ৰাজনৈতিক ইতিহাস (The Political History of Assam Volume-I Page 62)ত উক্ত প্ৰব্ৰজন সম্পৰ্কে উল্লেখ আছে।

"Though the commercial treaty with Gaurinath Singh (1740-94) had entered into with captain Welsh in 1773 opened the gates to the merchants of Bengal to enter into the interior of the Province, it was not until the British occupation of Assam when avenues of employment both in offices and trade were opened that the inflow of population from the districts of Sylhet, Dacca, Mymensingh and Rangpur actually began. The task of the new recruits was made all the more easier when in 1831 government made Bengali in place of Persian the language of the court; for it was found too costly and too difficult to have substitute when a persian scribe was on leave and left the service."

পূৰ্ব বংগৰ মুছলমানসকলৰ প্ৰব্ৰজন ১৮২৬ চনৰ পৰা যে আৰম্ভ হৈছিল তাৰ স্পষ্ট ইংগিত ইতিহাসৰ উপৰোক্ত উদ্ধৃতিত পোৱা যায়। ১৬৬২ চনত মীৰজুমলাৰ অসমৰ আক্ৰমণৰ সময়ত তেওঁৰ লগত অহা মুছলিম বুৰঞ্জীবিদ (Muslim Chronicler) চাহাবুদ্দিন টেলিচে তেওঁৰ Tarikhi-i-Assam or Fathiyya-i-ibriyya গ্ৰন্থত উল্লেখ কৰিছে।

"Muslim immigrants were allowed to settle in Assam since their services were essential in deciphering and interpreting of Persian documents, carving of inscriptions, minting of coins, embroidery works, painting with fast colours, carpentry, sword and gun-making," —তেওঁ আৰু কৈছে যে, "There was hardly any evidence of communal out burst or ill feeling between the Muslims and the Hindus. No where of Assam had the immigrant Muslims identified themselves so completely as in the Brahmaputra Valley. (The political History of Assam volume-I page-61). উক্ত উদ্ধৃতিৰ পৰা বুজা যায় যে ভাষ্যকাৰ হিচাপে, পাচী নথি পত্ৰ তৰজমা কৰা, আখৰ খোদাই কৰা, মুদ্ৰা

তৈয়াৰ কৰা, হাতৰ কাম, ধুনীয়াকৈ চিত্ৰ অংকণ কৰা, কাঠ-মিস্ত্ৰিৰ কাম, তৰোৱাল আৰু বন্দুক, বন্দুকৰ বাৰুদ আদি তৈয়াৰ কৰা কামত মুছলমানসকল অতি পাৰ্গত আছিল। গতিকে উক্ত কামৰ কাৰণে তেওঁলোকক অসমত বসতি স্থাপন কৰিবলৈ দিয়া হৈছিল। ব্ৰহ্মপুত্ৰ উপত্যকাত হিন্দু-মুছলমানৰ সহৃদয় সম্ভাৱ থকাৰ কথাও উল্লেখ কৰিছে। ইয়াৰ পৰা এই কথা স্পষ্ট হৈ পৰিছে যে ১৬৬২ চনৰ পৰাই অসমত বংগীয়মূলৰ মুছলমানৰ বসতি আৰম্ভ হয়। উজনি অসম তথা কামৰূপ জিলাত পূৰ্ববংগৰ পৰা অহা বহুত মুছলমান অসমীয়া ভাষা সংস্কৃতিত সম্পূৰ্ণ মিলি হৈছে। তেওঁ লোকৰ সতি-সন্ততিবিলাক অসমীয়া মুছলমান বুলি চিনাকি দিয়ে। তেওঁলোকৰ চৰিত্ৰ, আচাৰ ব্যৱহাৰত পূৰ্বপুৰুষৰ কোনো বৈশিষ্ট্য এতিয়া দেখা নাযায়।

১৮৭৪ চনত বেংগল প্ৰেচিডেন্সীৰ পৰা অসমক পৃথক কৰি চীফ কমিশনাৰ প্ৰদেশৰূপে ঘোষণা কৰে। পূৰ্ববংগৰ কাছাৰ আৰু ছিলেট জিলা এই নতুন প্ৰদেশৰ লগত চামিল কৰা হয়। অসম, কাছাৰ আৰু চিলেট জিলাৰ মাজত বেহাবেপাৰ, যাতায়াতৰ বাট মুকলি হয়। ফলত, ছিলেট জিলাৰ পৰা অসমৰ নগাঁও আদি জিলালৈ মুছলমানৰ প্ৰব্ৰজন হয়।

১৯০৫ চনত লৰ্ড কাৰ্জনে বংগ বিভাগ কৰি পূৰ্ব-বাংলা আৰু অসমক লৈ এটা নতুন প্ৰদেশ (The Province of Assam and Eastern Bengal) গঠন কৰে উক্ত চনৰ অক্টোবৰ মাহৰ ১৬ তাৰিখত। ঢাকা নতুন প্ৰদেশৰ ৰাজধানী হয়। পূৰ্ব বংগৰ লগত অসমৰ যাতায়াত, ব্যৱসায়-বাণিজ্য আদিৰ বাট মুকলি কৰিবলৈ আসাম বেংগল ৰেল-লাইন প্ৰৱৰ্তন কৰা হ'ল। ১৯০৫ চনৰ পৰা ১৯১৬ চনৰ মাজত পূৰ্ববংগৰ পৰা বহু মুছলমান অসমলৈ আহি পতিত মাটি, ৰিজাৰ্ভ আদি দখল কৰি বসতি স্থাপন কৰে। এখন ৰাজ্য, এটা প্ৰশাসন (One state, one administration) এইটো আছিল উক্ত সময়ত প্ৰব্ৰজনৰ মূল কাৰণ। এনেকুৱা ধৰণৰ প্ৰব্ৰজনৰ উদাহৰণ প্ৰত্যেক দেশৰ ইতিহাসত আছে। অসমত বড়ো কছাৰীসকলৰ বাহিৰে বাকী অন্য গোষ্ঠী যেনে আহোমসকল, হিন্দু ব্ৰাহ্মণ আনকি থলুৱা অসমীয়া বুলি দাবিদাৰসকলৰ পূৰ্বপুৰুষ এসময়ত অসমৰ বাহিৰৰ পৰা অহা লোক।

এইটো ঠিক যে অসমৰ তৎকালীন থলুৱা দুই একে আৰম্ভণিৰ পৰা উক্ত প্ৰব্ৰজনৰ বিৰোধিতা কৰিছে। জাতি হিচাপে বিলুপ্তি হোৱাৰ আশংকাই আছিল বিৰোধিতাৰ মূল কাৰণ। চৰকাৰেও মাজে সময়ে বিভিন্ন ধৰণৰ ব্যৱস্থা গ্ৰহণ কৰি প্ৰব্ৰজন ৰোধ কৰিবলৈ চেষ্টা কৰিছিল। ১৯২০ চনত নগাঁও জিলা আৰু বৰপেটা মহকুমাত লাইন প্ৰথা (Line System) প্ৰৱৰ্তন কৰি চৰকাৰী প্ৰশাসনে



প্ৰব্ৰজন বাধা দিবলৈ চেষ্টা কৰে। উক্ত ব্যৱস্থামতে ১। কিছুমান নিৰ্দিষ্ট ঠাইত এইসকল মানুহে বসতি কৰিব পাৰিব, ২। কিছুমান ঠাই চিহ্নিত কৰা হৈছিল য'ত তেওঁলোকে বসতি কৰিব নোৱাৰিব, ৩। আৰু কিছুমান ঠাইত লাইন টনা হৈছিল যাৰ এফালে তেওঁলোকক বসতি কৰিবলৈ দিয়া হৈছিল। অসমৰ এক বিস্তৃত অঞ্চল পতিত, বন-জংঘলেৰে পৰিপূৰ্ণ আছিল। অসমৰ ৰাজহ ভড়াল টনকিয়াল কৰাৰ কাৰণে এই অঞ্চলবিলাক খেতিৰ উপযোগী কৰা অতি প্ৰয়োজন হৈছিল। কিন্তু মানৱ সম্পদৰ (Man-Power) অভাৱৰ কাৰণে চৰকাৰে কৃষি উন্নয়নৰ কোনো ব্যৱস্থা ল'ব পৰা নাছিল। গতিকে, লাইন প্ৰথা উঠাই দিয়া নিদিয়া মতবিৰোধৰ মাজত ১৯৩৮ চনত ছাদুল্লা মন্ত্ৰী সভাই সহানুভূতিশীল হৈ এই মানৱ সম্পদখিনিক সদ্ব্যৱহাৰ কৰিবলৈ সিদ্ধান্ত লয়। কাৰণ এই মানুহসকল দুঃসাহসিক, কঠোৰ প্ৰৰিশ্ৰমী আৰু দ মাটিত আহুধান, মৰাপাট আদি খেতি কৰাত সিদ্ধহস্ত বুলি পৰিচিত। যিখিনি মানুহ ইতিমধ্যে আহি বসতি লৈছে সেই মানুহখিনিক ছাদুল্লা মন্ত্ৰীসভাই ৰক্ষণাবেক্ষণ দি অসমৰ সৰ্বাংগীন উন্নতিত নিয়োগ কৰিবলৈ যত্নপৰ হৈছিল।

১৯৫০ চনৰ পৰা বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত এই মানুহসকলে উল্লেখযোগ্য অৱদান আগবঢ়াই আহিছে। কিন্তু পৰৱৰ্তী সময়ত ৰাজনৈতিক তথা সামাজিক ঘাত প্ৰতিঘাতত এই প্ৰক্ৰিয়া বাধাগ্ৰস্ত হয়। তথাকথিত বিদেশী খেদা আন্দোলনৰ নামতেই হওক অথবা ভোটাৰ তালিকা সংশোধনৰ বেলিকাই হওক, এই মুছলমানসকলৰ প্ৰতি যি মোনোভাব দেখুওৱা হ'ল সি বহু পৰিমাণে এই প্ৰক্ৰিয়াক বাধাগ্ৰস্ত কৰিলে। এই ক্ষেত্ৰত অসমৰ সাংবাদিক তথা পত্ৰ-পত্ৰিকাবোৰে ইতিহাস অধ্যয়ন নকৰি এই সমস্ত মানুহখিনিক বিদেশী আখ্যা দি সহজ-সৰল অসমীয়া মানুহৰ মাজত যি ভুল ধাৰণা সোমাই দিলে সি সঁচাকৈ অতি দায়িত্বজ্ঞানহীন আৰু পৰিতাপৰ কথা।

# প্ৰথম অধ্যায়

## মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত লোক পৰম্পৰা

আব্দুল লতিফ

পৃথিবীৰ প্ৰতিটো জাতি উপজাতি, জনগোষ্ঠীৰ জন-জীৱনত কিছুমান ৰীতি-নীতি, পৰম্পৰা প্ৰচলিত থাকে। কোনো কোনো ক্ষেত্ৰত এই বিলাকৰ যুক্তি যুক্ত কাৰণ থাকে আকৌ কিছুমানৰ কোনো যুক্তি সংগত কাৰণ বিচাৰি পোৱা নগ'লেও অতীজৰে পৰা পৰম্পৰাগতভাবে চলি আছে এই ৰীতি নীতি পৰম্পৰাৰ প্ৰবাহমান ধাৰা। অসমৰ মিঞা জনগোষ্ঠীৰ জন জীৱনতো অতীজৰে পৰাই চলি আহিছে কিছুমান সুকীয়া ৰীতি নীতি, লোক পৰম্পৰা। বহু ক্ষেত্ৰত এই বিলাক ধৰ্মীয় নিয়ম-নীতিৰ লগত সামঞ্জস্য নাথাকে। এই পৰম্পৰা বিলাক আলোচনা কৰিবলৈ শিশু এটিৰ কন্যা-কালৰ পৰা আৰম্ভ কৰি যৌবন প্ৰাপ্ত, বিয়া, গৰ্ভাৱস্থা, সন্তানজন্মৰ সময়ত মানিচলা ৰীতি-নীতিৰ পৰা আৰম্ভ কৰি সন্তানৰ প্ৰতিপালন আদিলৈকে পৰ্যায়ক্ৰমে আলোচনা কৰা দৰকাৰ।

**কন্যাকাল ঃ** কন্যা সন্তানসকলক সাধাৰণতে নাবালক অৱস্থাত নাক-কাণ বিন্ধা কৰি আ-অলংকাৰ ব্যৱহাৰৰ উপযোগী কৰি তোলা হয়। কুমলীয়া মাংসপেশী বিন্ধা কৰা সহজ আৰু কম বেদনা দায়ক বাবেই নাবালক অৱস্থাত এই কাম কৰা হয়। মুছলমান সমাজত কন্যা সন্তান সকল অলংকাৰাদি ব্যৱহাৰ কৰালৈ ধৰ্মীয় প্ৰবাদ এটা প্ৰচলন আছে। কথিত আছে যে এজন নবী (আল্লাৰ প্ৰেৰিত পুৰুষ) হজৰত ইব্ৰাহিম (আঃ)ৰ পত্নী ছাৰা নি সন্তান হোৱা বাবে ইব্ৰাহিম (আঃ)ৰ অনিচ্ছা সত্তেও পত্নীৰ কাতৰ অনুৰোধ সাপেক্ষে তাইৰে কৃতদাসী হাজেৰাক দ্বীতিয় পত্নী হিচাপে গ্ৰহণ কৰিব লগা হৈছিল। কিছুদিন পিছত নাৰীৰ স্বাভাবজাত সতিনী-বিদ্বেষী মনোভাবৰ বাবেই ইব্ৰাহিম (আঃ) অনুপস্থিতিত ছাৰাই তাইৰ এসময়ৰ দাসী তথা সতিনীয়েকৰ নাক-কাণ ফুটা কৰি কিছুমান অদ্ভূত বস্তু লগাই দিছিল। তাৰোপৰি গল, ভৰি, কঁকাল আদিত শিকলী লগাই কিম্ভুত কিমাকাৰ চেহেৰা বনাই দিছিল। ইব্ৰাহিম (আঃ) বিদেশ ভ্ৰমণৰ পৰা আহি দ্বিতীয় পত্নীৰ এই সাজ-সজ্জা দেখি অতিশয় আনন্দিত হৈছিল। এই প্ৰবাদৰ আলমতেই মুছলমান নাৰীসকলে নাক-কাণ ফুটাই বিভিন্ন অলংকাৰ পিন্ধা ধৰ্মীয় কৰ্তব্য বুলি ভাবে।



**যৌৱন কাল ঃ** কন্যা কালৰ পৰা যৌৱন প্ৰাপ্ত হোৱাৰ সময়ত অন্যান্য কিছু জনগোষ্ঠীৰ মাজত প্ৰচলিত নীতি-নিয়ম পালন কৰা নহ'লেও প্ৰথম ঋতুমতী হোৱাৰ দিনাখন আবু বা তেনে সম্পৰ্কীয় তিৰোতাৰ দ্বাৰা ঋতুমতী ছোৱালী জনীৰ স্ৰাৱিত তেজৰে থকা ঘৰৰ পিছৰ ডোৱা (কাথি)ত তিনিটা ফোট দি শেষৰ ফোটটো সমান দুভাগ কৰি কাটি দিয়া হয়। জন বিশ্বাসমতে এনে কৰিলে আঢ়ৈ দিনহে ৰক্ত স্ৰাৱ থাকে। তাৰোপৰি প্ৰথম ঋতুমতী হোৱা দিন কেইটাত ছোৱালীজনী নাওঁ বা আন কোনো বাহনত উঠিব নাপায়। লগতে ছোৱালীজনীক ছাফ-চিকুণতাৰ বিষয়ে সজাগ কৰি দিয়ে। ঋতুমতী হোৱাৰ সপ্তম দিনা কাপোৰ কানি ধুই পৰিস্কাৰ কৰা হয়। সাধাৰণতে প্ৰথম ঋতুমতী হোৱাৰ সময়ত ছোৱালীজনীক মাছ-মাংসৰ নিচিনা গুৰু খাদ্য খাবলৈ দিয়া নহয়।

**বিয়া ঃ** মিঞা জনগোষ্ঠীৰ বিয়া-বিলাক সাধাৰণতে বিভিন্ন ৰীতি-নীতি পৰম্পৰাৰ মাজেৰে সম্পন্ন কৰা হয়। ধৰ্মীয়ভাবে ইয়াৰ প্ৰাচুৰ্য্যৰ বিশেষ স্থান নাই। দুজন সাক্ষীৰ সন্মুখত দৰা কইনাৰ অভিভাৱকৰ সন্মতি সাপেক্ষ দৰা কইনাই তিনিবাৰকৈ কবুল উচ্চাৰণ কৰি সন্মতি জনালেই ধৰ্মীয়ভাবে বিয়া সম্পন্ন হয় যদিও অতীজৰে পৰাই বিভিন্ন ৰীতি-নীতি মানি চলাটো পৰম্পৰাগতভাবেই চলি আহিছে। বিয়াৰ সকলো কাম ঘটকৰ মধ্যস্থতাত সম্পন্ন হোৱা দেখা যায়। (পৰৱৰ্তী অধ্যায়ত বিশদ আলোচনা কৰা হৈছে।)

**সাত-খুওৱা ঃ** সাত মাহৰ গৰ্ভৱতী মহিলাক অতিৰিক্ত পুষ্টিকৰ খাদ্য খুওৱা অনুষ্ঠানটোক 'সাত' খুওৱা বুলি কোৱা হয়। হিন্দু সমাজৰ পঞ্চামৃত খুওৱা অনুষ্ঠানৰ লগত ইয়াৰ বহুলাংশে সামাঞ্জস্য আছে। প্ৰথম সন্তান সম্ভৱা মহিলাৰ গৰ্ভকাল সাত মাহ হোৱাৰ সময়ত এটা নিৰ্দিষ্ট দিনত এই অনুষ্ঠান পতা হয়। সাধাৰণতে মহিলাজনীৰ মাকৰ ঘৰত এই অনুষ্ঠান পালন কৰা হলেও স্থান কাল পাত্ৰ ভেদে ইয়াৰ ব্যাতিক্ৰমো নোহোৱা নহয়। এটা নিৰ্দিষ্ট দিনত মহিলা গৰাকীক ৰাতিপুৱাই অজু গোছল (ইছলামীয় পদ্ধতিত গা-পা ধোৱা) কৰোৱাই নতুন কাপোৰ পিনন্ধোৱা হয়। পূৰ্বতে প্ৰস্তুত কৰা কিছু পুষ্টিকৰ খাদ্য মিষ্টান্ন আদি বিশেষ কিছুমান নীতি নিয়মৰ মাজেৰে খাবলৈ দিয়া হয়। এটা ডাঙৰ চৰিয়াত নাস্তা (চাউল চেনী-গাখীৰ আদিৰে তৈয়াৰী পায়স জাতীয় খাদ্য) খাবলৈ দিয়া হয়। ঠাট্টা মস্কৰা কৰিব পৰা মহিলাজনীৰ মহিলা আত্মীয় যেনে ঃ আবু, ভাই-বোৱাৰী বান্ধৱী আদিয়ে বিভিন্ন হাঁহি ঠাট্টাৰ মাজত উক্ত চৰিয়াৰ পৰা একেলগে বহি নাস্তা খোৱা পৰিলক্ষিত হয়। নাস্তা খোৱাৰ সময়ত কিছু নিয়ম মানি চলা দেখা যায়। লোক বিশ্বাসমতে দীঘল মৰাপাটৰ আঁহৰ মুঠিৰ ওপৰত বহি নাস্তা খালে গৰ্ভস্ত কন্যা সন্তানৰ চুলি দীঘল হয়। নাস্তাত অলপ মান হালধি গুৰি মিহলাই

দিলে গৰ্ভস্থ সন্তান দেখাত সুদৰ্শন হয়। একেলগে খোৱাৰ সময়ত কোনোবাই চকু মুদি খালে গৰ্ভস্থ সন্তানৰ গাৰ ৰং ক'লা হয়। খোৱাৰ সময়ত পোন আৰু টানকৈ বহি খালে গৰ্ভস্থ ল'ৰা সন্তান বলবান হয়। কোনো কোনো ঠাইত নাস্তা খোৱাৰ সময়ত মহিলাজনীৰ বান্ধৱী সকলে বিভিন্ন ধৰণৰ গীতমাত পৰিবেশন কৰাও দেখা যায়। উল্লেখ্য যে এই অনুষ্ঠানত কোনো পুৰুষ মানুহৰ প্ৰবেশ সম্পূৰ্ণভাবে নিষিদ্ধ থাকে।

নাস্তা ৰন্ধাৰ সময়ত ইয়াৰ লক্ষণৰ ওপৰত ভিত্তি কৰি গৰ্ভস্থ সন্তানটোৰ লিঙ্গ-নিৰ্ণয় কৰা যায়। বিশ্বাসমতে নাস্তা ৰান্ধোতে যদি চাউল ফাটি যায় তেন্তে গৰ্ভস্থ সন্তানটো ছোৱালী হয় অন্যথায় গৰ্ভস্থ সন্তান ল'ৰা হয়।

নাস্তা খোৱাৰ পৰ্ব শেষ হোৱাৰ পিছত বোৱাৰীজনীক অধিক পুষ্টিকৰ খাদ্য খুৱোওৱাৰ পিছত এই অনুষ্ঠানৰ সামৰণি পৰে।

**প্ৰসৱকাল ঃ** সন্তান জন্মৰ সময়তো কিছুমান লোক বিশ্বাস পালন কৰা হয়। সন্তান ভূমিষ্ঠ হোৱাৰ সাম্ভাব্য দিনৰ কেইদিন মান আগৰ পৰাই ঘৰৰ মুৰব্বী মানুহখিনি নৱজাত সন্তানক আদৰণি জনোৱাৰ বাবে প্ৰস্তুত হয়। মূল থকা ঘৰত সন্তান প্ৰসৱ হ'লে চুৱা হয় বুলি বিশ্বাস, সেয়েহে আগতীয়াকৈ ঘৰৰ আচুতীয়া ঠাইত সন্তান প্ৰসৱৰ বাবে অস্থায়ীভাবে চালি তৈয়াৰ কৰা হয়। ইয়াক "কুইৰা ঘৰ" বুলি কোৱা হয়। "প্ৰসৱ বেদনা" আৰম্ভ হোৱাৰ লগে লগে মহিলা গৰাকীক গাঁওৰ অভিজ্ঞ ধাইৰ তত্বাৱধানত পূৰ্বতে প্ৰস্তুত ৰখা কুইৰা ঘৰলৈ স্থানান্তৰ কৰা হয়। সন্তান সম্ভৱা মহিলাক পৰিস্কাৰ পৰিছন্ন কাপোৰ পিন্ধি প্ৰসৱ কৰোৱাৰ বাবে প্ৰস্তুত কৰা হয়।

সন্তান ভূমিষ্ঠ হোৱাৰ লগে লগে আজান (ডাঙৰকৈ সুৰ লগাই আল্লাৰ গুণাকীৰ্তন) দিয়া হয়। পুত্ৰ সন্তানৰ ক্ষেত্ৰত উচ্চস্বৰে আজান দিয়া হয়। লোক-বিশ্বাসমতে কন্যা সন্তানৰ ক্ষেত্ৰত উচ্চস্বৰে আজান দিলে সন্তানটোৰ কণ্ঠস্বৰ পুৰুষ সুলভ হয় বাবে নিম্ন স্বৰত আজান দিয়া হয়, যদিও ধৰ্মীয় মতে উভয় ক্ষেত্ৰতে আজান দিব লাগে। নৱজাতকৰ নাড়ী (Naval Cord) কাটোতে বহু ধৰণৰ নিয়ম পালন কৰা দেখা যায়। লোক-বিশ্বাসমতে অতি চোকা ধাৰ থকা সঁজুলিৰে নাড়ী কাটিলে সন্তানটো বুদ্ধিত চোকা হয়। বঠি (ঘৰৰ মাছ-কটা সঁজুলি) ৰে নাড়ী কাটিলে সন্তানটো মাছ-মৰাত পাকৈত হয়। বাহৰ চটা (পাতল নেইল) ৰে নাড়ী কাটিলে সন্তান বাঁহ বেতৰ কামত পাৰ্গত হয়। নাড়ী কাটি সন্তানৰ নাক স্পৰ্শ কৰিলে ভূমিষ্ঠ সন্তান লাজকুৰীয়া স্বভাৱৰ হয়। কটা-নাড়ী পানীত পৰিলে সন্তানৰ হাঁপানী বেমাৰ হয়। নাড়ী কাটি ভঁড়াল ঘৰত পুতি থলে সন্তান ডাঙৰ হ'লে ধনে-ধানে আঢ্যৱন্ত হয়। নাড়ী স্কুল ঘৰৰ মজিয়াত পুতিলে সন্তান বিদ্যান হয় ইত্যাদি বিভিন্ন ধৰণৰ লোক বিশ্বাস মানি চলে। অপদেৱতাৰ কুদৃষ্টিৰ পৰা ৰক্ষা কৰিবলৈ নৱজাতকৰ কান ফুটা কৰি বা কপালত ক্ষত চিহ্ন কৰি দিয়া



নৱজাতকৰ ঘৰত তুহজুই জলোৱা, আদি কৰ্ম কৰা পৰিলক্ষিত হয়।

**হাঠুৰা পালন ঃ** নৱজাত সন্তানৰ ৭ দিন বয়সত হাঠুৰা পালন কৰা হয়। জন বিশ্বাসমতে ভূমিস্থ হোৱাৰ সপ্তম দিনা সন্তানৰ ভাগ্য লিখন হয়। গতিকে সিদিনাখন বিশেষ কিছুমান নীতি নিয়ম পালন কৰা পৰিলক্ষিত হয়। সেইদিনা ৰাতিপুৱাৰ পৰাই নৱজাতক থকা ঘৰৰ আটাইবিলাক কানি-কাপোৰৰ পৰা আৰম্ভ কৰি আচবাব পাতি বাহিৰলৈ আনি ধুই পৰিষ্কাৰ কৰা হয়। ঘৰৰ মজিয়া নতুন মাটিৰে লেপি চিকুণ কৰা হয়। দুপৰীয়া সাত বিধ ফুল তিৰোৱা পানীৰে সন্তানক ভালকৈ গা ধুৱোৱা হয়। লোক বিশ্বাসমতে এনেকৈ গা ধুৱালে সন্তানৰ গাত কোনো ধৰণৰ ছালৰ বেমাৰ নহয়। সন্তানৰ মাকক মতা কুকুৰাৰ ডিঙিটো গোটে গোটে ৰান্ধি খুৱালে সন্তানৰ ডিঙি সোণকালে পোন হয় বুলি বিশ্বাস। ইয়াৰ উপৰিও মাকক সাত প্ৰকাৰৰ পুষ্টিকৰ তৰকাৰীৰে "লাৱৰা" বনাই ভাতৰ লগত খুৱালে সন্তানটো সোনকালে ডাঙৰ দীঘল হয় বুলি বিশ্বাস। সন্ধিয়া সন্তানটোৰ গাত সুগন্ধী তেল ঘঁহি নতুন কাপোৰ পিন্ধাই পৰিস্কাৰ পৰিচ্ছন্ন বিছনাত পশ্চিম মুৱাকৈ শুৱোৱা হয়। জন বিশ্বাসমতে গোটেই ৰাতি ঘৰটো চাকিৰ পোহৰত পোহৰাই ৰাখিলে সন্তানটোৰ ভৱিষ্যৎ উন্নতি হয়। সন্তানটো মুৰ শিতানত কাগজ কলম ৰাখিলে বিদ্বান হয়। ওচৰত ধান-চাউল ৰাখিলে সন্তান ডাঙৰ হ'লে সম্পত্তিশালী হয়। টকা-পইচা থলে সন্তানটো ডাঙৰ হ'লে বিত্তশালী হয়। হাঠুৰা ঘৰত থকা আটাইখিনি মানুহ (ধাই আৰু অন্য দুই এজন তিৰোতা) গোটেই ৰাতি উজাগৰে থাকিলে সন্তানটো সকলো কামতে সজাগ হয়। হাঠুৰা ঘৰত থকা মানুহখিনি উজাগৰে থাকিলেও কথা-বতৰা পাতিব নালাগে তেনে কৰিলে ভাগ্য লিখোতাজন ৰুষ্ট হয় বুলি জন বিশ্বাস (ৰাতিপুৱাই সন্তানটোৰ ওচৰত থোৱা ধান-চাউল, টকা-পইচা দান কৰি দিয়া হয়। তেনে কৰিলে সন্তান ডাঙৰ হ'লে দানশীল হয় বুলি বিশ্বাস। হাঠুৰা ঘৰত উজাগৰে থকা তিৰোতা সকলক ৰাতিপুৱাই নতুন কাপোৰেৰে মান ধৰা পৰিলক্ষিত হয়।

**আক্কিকাহ ঃ** সন্তানৰ ৭ দিন বয়সৰ পৰা জীৱনৰ যিকোনো দিন এটাত সন্তানৰ পিতৃ-মাতৃয়ে আক্কিকাহ পালন কৰাটো ধৰ্মীয় ভাবে চুন্নত। ইছলাম ধৰ্মৰ প্ৰৱৰ্ত্তনৰ আগৰ পৰাই আৰব ভূমিত আক্কিকাহ পালনৰ নিয়ম প্ৰচলিত আছিল। হজৰত মহম্মদ (ছাঃ)ৰ আকিকাহ তেখেতৰ খুৰাই কৰিছিল। পিছলৈ ইছলাম ধৰ্ম প্ৰৱৰ্ত্তনৰ পিছত এই নিয়ম ধৰ্মীয় ভাবে স্বীকৃত হয়। সাধাৰণতে পুত্ৰ সন্তানৰ বাবে দুটা চতুষ্পদ (গৰু, ছাগলী, ভেড়া; উট মহ আদি মুছলমান সকলৰ হালাল জীৱ) জন্তু আৰু কন্যা সন্তানৰ বাবে এটা চতুষ্পদ জন্তুৰ মাংসৰে আক্কিকাহ কৰা হয়। আক্কিকাহ কৰিবলগীয়া সন্তানৰ নামত ওপৰোক্ত নিয়মত জন্তু জবেহ (ধৰ্মীয় নিয়মেৰে জন্তুৰ ডিঙিৰ দুই মূল শিৰা কাটি



বটি দাওঁ



ঢেকী



কুপী (দোৱাত চাকি)



গাছা



ৰক্ত প্ৰবাহিত কৰি হত্যা কৰা) তাৰ মাংস দুখীয়া, নিচলা, মগনীয়া আৰু প্ৰতিবেশী মানুহৰ মাজত ভগাই দিয়া হয়। কোনো কোনো মানুহে এই মাংসৰে সমজুৱাক ভোজ-ভাত খুওৱাৰো নিয়ম পালন কৰে। অৱশ্যে নিয়ম মতে উপৰোক্ত দুয়োটা নিয়মতে সন্তানৰ পিতৃ-মাতৃয়ে আক্বিকাহ কৰা জন্তুৰ মাংস ভক্ষণ কৰিব নোৱাৰে। আক্বিকাৰ দিনা সমবেত সমজুৱাই সন্তানৰ ভৱিষ্যৎ মঙ্গল আৰু দীৰ্ঘায়ু কামনা কৰি আল্লাৰ ওচৰত দোৱা কৰাৰ লগতে উপহাৰ দিও প্ৰদান কৰা দেখা যায়। ধৰ্মীয় বিশ্বাস মতে আক্বিকাহ কৰিলে সন্তানৰ অপায় অমঙ্গল নহয়। জৰা ব্যাধি আদিৰ পৰা মুক্ত থাকে। সন্তানটো ডাঙৰ হ'লে ধৰ্মৰ প্ৰতি আগ্ৰহশীল হয়। পাপ কাৰ্য্যৰ পৰা বিৰত আৰু পুণ্য কাৰ্য্যৰ প্ৰতি ধাউতি থাকে।

**খাতনা বা মুছলমানী ঃ** পুত্ৰ সন্তান যৌৱন প্ৰাপ্ত হোৱাৰ আগতে খাতনা বা মুছ মানী কৰা হয়। ই এক ধৰ্মীয় কৰ্ত্তব্য। পুৰুষাংগৰ আগৰ অতিৰিক্ত ছাল ডোখৰ কাটি পেলোৱাকে খাতনা বা মুছলমানী কৰা বুলি কোৱা হয়।

**মৃতকৰ দাফন-কাফন ঃ** মিঞা জনগোষ্ঠীৰ মানুহ সমাজ প্ৰিয়। সমাজৰ প্ৰতিটো ঘৰৰ সকাম নিকামত পৰস্পৰে সহায় সহযোগিতা দেখুৱায়। সমাজত কোনো মানুহৰ মৃত্যু হ'লে সমজুৱা সকলোৱে মিলি জানাজা (মৃতকৰ আত্মাৰ সদ্‌গতিৰ বাবে সমূহীয়া প্ৰাৰ্থনা) নামাজ পঢ়ি মৃতকক কবৰস্থ কৰা হয়। জানাজাৰ আগত মৃতকক সম্পূৰ্ণ ইছলামীয় পদ্ধতিৰে গা-ধোৱা (গোছল কৰোৱাই) সুধ বগা কাপোৰেৰে বিশেষ ধৰ্মীয় নিয়মেৰে মেৰিয়াই দিয়া হয়। ইয়াকে 'কাফন' বুলি কোৱা হয়। মৃত্যুৰ তিনি দিনৰ দিনা মৃতকৰ আত্মাৰ সদ্‌গতিৰ কাৰণে দুখীয়া নিছলাক ভোজ ভাত খুৱাই নগদ ধন আৰু বস্ত্ৰাদি দান কৰা হয়। মৃত্যুৰ চল্লিশ দিনা চল্লিশা পালন কৰা হয়। সেইদিনা পুৱাৰ ভাগত কোৰাণ পাঠকে আদি কৰি ধৰ্মীয় আচাৰ পালন কৰাৰ পিছত আবেলি গৃহস্থৰ সামৰ্থ্য অনুযায়ী দুখীয়া নিছলা আৰু সমজুৱাক ভোজ ভাত খুৱোৱাৰ নিয়ম।

**সহায়ক ঃ**

১। ছালেহা খানম ঃ শাওৱাচৰা, বৰপেটা
২। গোলাপজান, খেল্লী, বৰপেটা
৩। ৰৌশনাৰা খানম, জাহ্নৱপাম, বৰপেটা
৪। আব্দুল মান্নান, মৈৰাবাৰী, মৰিগাওঁ
৫। মজিবৰ ৰহমান, আগমনি, ধুবুৰী
৬। শওকাত আলী, ডিমাপুৰ, বৰপেটা
৭। সহৰ আলী আকন্দ, বগুলামাৰী, বৰপেটা
৮। জাহিদুল ইছলাম (তুলু), কলগাছিয়া, বৰপেটা

# খাতনা বা ছুন্নত

সাহিউজ্জামান

ইছলামীয় ৰীতি-নীতিৰ এক অপৰিহাৰ্য্য কাৰ্য্য খাতনা বা ছুন্নত। ধৰ্মীয় আদেশ অনুযায়ী মুছলমান পৰিয়ালত জন্মগ্ৰহণ কৰা প্ৰতিজন পুত্ৰ সন্তানক নাবালক অৱস্থাত (সাধাৰণতে ৩ ৰ পৰা ৯ বছৰৰ ভিতৰথ) প্ৰচলিত কথাত মুছলমান কৰোৱা হয়। অভিভাৱকে নিজৰ পুত্ৰ সন্তানৰ খাতনা কৰাবৰ কাৰণে স্থানীয় হাজাম (বৃত্তিধাৰী খাতনা কৰোৱা মানুহ)ক মাতি অনা হয় আৰু ইষ্টি-কুটুম্বৰ উপস্থিতিত এই কাৰ্য্য নিজৰ ঘৰতেই সম্পন্ন কৰা হয়। বেমাৰ-আজাৰৰ পৰা ৰক্ষা পাবলৈ সাধাৰণতে খাতনা ঠাণ্ডাৰ দিনতেই কৰা হয়। কেতিয়াবা এখন চুবাৰ সম বয়সীয়া হৈবাজনে ল'ৰাক একেলগে একে ঠাইতে ছুন্নত কৰোৱা হয়।

খাতনা কৰাবলগীয়া পুত্ৰ সন্তানক ৰাতিপুৱাই গা ধুৱাই লুংগী বা গামোছা পিন্ধাই প্ৰস্তুত ৰখা হয়। এই সময়ত হাজাম জনে সন্তানটোক বিভিন্ন ধেমেলীয়া কথাৰ মাজত ৰাখি ভয় ভাব গুচাবলৈ চেষ্টা কৰে। পুৰ্বতে প্ৰস্তুত কৰি ৰখা যন্ত্ৰপাতিৰে পুৰুষাংগৰ আগত থকা অতিৰিক্ত ছালখিনি কাটি দিয়া হয়। এই সময়ত হাজামজনে ল'ৰাজনক কালিমা তৈয়বা (লাই-ইলাহা ইল্লাল লাহু মুহাম্মাদুৰ ৰাছুলুল্লাহ) পঢ়ুৱায়। খাতনা কৰা সময়ত সন্তানটোক ভয়ৰ পৰা নিৰাপদে ৰাখিবৰ কাৰণে সাধাৰণতে সম্পৰ্কীয় ককা, আতা বা ভিনিদেৰে চকু ধৰি ৰখাৰ পৰম্পৰা মানি চলে। খাতনাৰ পিছত হাজামজনে কটা অংশত ঘাব সৃষ্টি নহবৰ বাবে পৰিস্কাৰ কাপোৰ জুইত পুৰি ছাইৰ সতে মিঠাতেল মিহলাই পট্টি বান্ধি দিয়ে। চকু ধৰি ৰখা মানুহজনে তাৰ পিছত সন্তানটো দাঙি নি ব'দত পৰা বিছনাত শুৱাই দিয়ে। বিষ উপশমৰ কাৰণে সাধাৰণতে উহা-চাউলত হালদি সানি ভজা চাউল সন্তানটোক চোবাই থাকিবলৈ দিয়া হয়।

খাতনা কাৰ্য্য শেষ হোৱাৰ পিছত হাজাম জনক পাচপোৱা চাউল আৰু ৫.২৫ টকা বাধ্যতামূলকভাবে দিয়া হয়। ইয়াৰ উপৰিও হাজামজনক বিভিন্ন ধৰণে উপহাৰ যেনে— টকা, লুংগী বা পাঞ্জাবী আদি দিয়া হয়। প্ৰচলিত নিয়ম অনুযায়ী খাতনা কৰোৱা সন্তানটোক সাতদিন পৰ্য্যন্ত গা ধুবলৈ দিয়া নহয়। সাধাৰণতে প্ৰতি দিন ৰাতিপুৱা সন্তানটোৰ পুৰুষাংগৰ আগটো কুহুমীয়া গৰম পানীৰে ধোৱা হয়। বিজানু নাশ আৰু হাজাম জনে বন্ধা পট্টিটো সহজতে খুল খাবৰ বাবেই এই কাৰ্য্য কৰা হয়।

ধৰ্মীয় নিয়মৰ উপৰিও কোনো কোনো অঞ্চলত পৰম্পৰাগতভাবে চলি অহা কিছু বিশেষ নিয়ম পালন হয়। খাতনা বা চুন্নত কৰাৰ সপ্তম দিনা ছুন্নত কৰা সন্তানজক ইছলামীয় ৰীতি-নীতিত "অজু গোছল" কৰোৱাই নতুন কাপোৰেৰে বিয়াৰ দৰাৰ নিচিনাকৈ সজাই সু-সজ্জিত আসনত উপবিষ্ট কৰোৱা হয়। আত্মীয়-স্বজন, বন্ধু-বান্ধৱ আৰু ওচৰ চুবুৰীয়াক নিমন্ত্ৰণ কৰি ভোজ ভাত খুওৱা হয়। নিমন্ত্ৰীত অতিথি সকলে ল'ৰাজনক সাক্ষাৎ কৰি উপহাৰাদি প্ৰদান কৰি দীৰ্ঘ জীবি আৰু সৌভাগ্যশালী হোৱাৰ আশীৰ্বাদ কৰি ঘৰা ঘৰি গুচি যায়। এনেকৈ এই অনুষ্ঠানৰ সামৰণি পৰে।



# মিঞা জনগোষ্ঠীৰ কৃষি পৰম্পৰা

মজিবুৰ ৰহমান

পৃথিৱীৰ ভিতৰত গঢ়ি উঠা প্ৰতিটো সভ্যতাই কৃষিক কেন্দ্ৰ কৰি গঢ়ি উঠিছিল। প্ৰতিটো সভ্যতাৰ অন্তৰ্গত বিভিন্ন জাতি উপজাতি বা জনগোষ্ঠীৰ মাজত প্ৰচলিত আছে কৃষিৰ লগত জড়িত বিভিন্ন লোকবিশ্বাস। অসমৰ মিঞা মুছলমানসকলৰ ৯৯ শতাংশ মানুহেই কৃষিৰ লগত জড়িত। তেওঁলোকে অসমত নতুন ধৰণৰ কৃষি পদ্ধতিৰ পাতনি মেলে। একেডৰা খেতিত একে সময়ত দুই তিনিটা শস্য কৰাৰ পদ্ধতি অসমত এইসকল লোকৰ দ্বাৰাই আৰম্ভ কৰা হৈছিল। তদুপৰি আহু ধান, মৰাপাট, মেছেটো, তেল জাতীয় শস্য, মাহজাতীয় শস্য, ঘেহু, ঢেমচি, চীনা ধান, কাউন আদিৰ লগতে বিভিন্ন ধৰণৰ শাক-পাচলিৰ খেতি এই জনগোষ্ঠীৰ মানুহেই অসমলৈ আনিছিল।

প্ৰব্ৰজিত হোৱা এই মিঞা জনগোষ্ঠীয়ে প্ৰব্ৰজনৰ লগে লগে তেওঁলোকৰ কৃষিৰ লগত জড়িত পৰম্পৰাও অসমলৈ লৈ আনিছিল। মানুহবোৰ প্ৰধানকৈ কৃষিজীৱী আৰু কৃষিক জীৱিকা হিচাপে লৈয়েই অসমলৈ আহিছিল। লগত লৈ আহছিল তেওঁলোকৰ পূৰ্ববংশীয় কৃষি পৰম্পৰা ও কৃষিৰ লগত জড়িত বিভিন্ন লোকবিশ্বাস। পূৰ্ববংগৰ মৈমনসিং, পাবনা, ৰংপুৰ, চিলেট আদি ঠাইৰ লগত অসমৰ চৰ-চাপৰিৰ জলবায়ুৰ আৰু মাটিৰ গঠনৰ সামঞ্জস্য থকাত তেওঁলোকে নিজৰ পৰম্পৰা আৰু পদ্ধতিৰেই কৃষিকৰ্ম কৰাত কোনো অসুবিধা নেপাইছিল। এইদৰেই অসমৰ বুকুত মিঞাৰ এই কৃষি পৰম্পৰা আৰু ঐতিহ্যৰ সংযোজন আৰু মিলন (Cultural union and assimilation) ঘটিব পাৰিছিল। সাম্প্ৰতিক কালতো এই পৰম্পৰাৰ পৰিমাৰ্জন (rectification) ঘটিছে তথাপি ইয়াৰ স্বকীয়তা আজিও বিদ্যমান। মিঞা জনগোষ্ঠীৰ কৃষি পৰম্পৰাৰ ওপৰত এই সুযোগতে অলপ আলোকপাত কৰা যাওঁক।

মিঞা জনগোষ্ঠীয়ে শস্য উৎপাদন, পশুপালন আৰু মৎস পালন কৰে। শস্যৰ ভিতৰত প্ৰধানকৈ ধান, মৰাপাট, সৰিয়হ, মাহ, মছুৰ, ধনিয়া, আলু, পিঁয়াজ, জলকীয়া, কুঁহিয়াৰ আদি কৰি প্ৰায়বোৰ শাক-পাচলি উৎপাদন কৰে। যিহেতু এই জনগোষ্ঠীৰ লোকসকল নদীৰ পাৰ, চৰ-চাপৰি আৰু দ ঠাইত বসবাস কৰে গতিকে তেওঁলোকে আনকি আজিও আধুনিক কৃষি পদ্ধতি অৱলম্বন কৰিব পৰা নাই। মিঞাসকলে কৃষি ঋতুত ভাগ কৰে। আহিন মাহৰ পৰা ৰবি ঋতু আৰম্ভ হয় আৰু এই ঋতুতেই

তেওঁলোকে ঘেঁহু, সৰিয়হ, ধনিয়া, আলু, পিঁয়াজ, জলকীয়া, বিভিন্ন শাক-পাচলি আদি ৰবি শস্যৰ খেতি কৰে। এই সময়ত মিঞাসকলে মাটিৰ উৰ্বৰতা পৰিপূৰণৰ বাবে সন, খেচাৰি বা অন্যান্য মাহজাতীয় (Leguminous) শস্য কৰে। ঋতুটো হ্ৰস্বকালীন। মাঘৰ পৰা চ'তৰ ভিতৰত ৰবি শস্য চপাই বাৰিষা শস্যৰ বাবে প্ৰস্তুত হয়। কাতিমাহত প্ৰধানকৈ ৰবি শস্য আৰম্ভ কৰা হয় কাৰণেই ইয়াক 'কাইতালি' বুলি কোৱা হয়। আকৌ কিছুমানে চ'ত মাহত এইবোৰ চপোৱা শেষ হোৱ বাবে ইয়াক 'চৈতালী' বুলিও কয়।

ৰবি ঋতুকেই সম্ভৱত বছৰটোৰ প্ৰথম কৃষি ঋতু বুলি গণ্য কৰা হয় আৰু সেইবাবেই এই ঋতুত প্ৰথমদিনা হাল বাবলৈ ওলাওতে কিছু মাংগলিক কাম কৰা দেখা যায়। সাধাৰণতে শুক্ৰবাৰে হাল বাবলৈ আৰম্ভ কৰা হয়। হাললৈ যোৱাৰ আগতে 'নাস্তা' (ঘৰতে বনোৱা চাউল, গুড় বা চেনী আৰু গাখীৰৰ খাদ্য) খায়। গৰুৰ কান্ধত সৰিয়হ তেল আৰু হালধি শানি মালিচ দি পথাৰলৈ যোৱাৰ পৰম্পৰা আছে। খেতিডৰাৰ সোঁফালৰ পৰা 'বিছমিল্লাহিৰ ৰহমানেৰ ৰাহিম' (পৰম করুণাময় প্ৰভুৰ নাম আৰম্ভ কৰিছো) শ্লোক ফাঁকি মাতি হাল বাবলৈ আৰম্ভ কৰা হয়। এই প্ৰসংগত মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত এষাৰ বচন হ'ল—

"ডাইনে থাইকা বাও হাল
তাইলে হইবা মালামাল।"

কাতি মাহৰ প্ৰথম দিনা সাধাৰণতে শস্য সিঁচা বা ৰোৱা নহয়। এই প্ৰসংগত প্ৰচলিত বচন ফাঁকি—

"চৈতেৰ পইলা
শাওণেৰ ঢালা
কাৰ্তিক ভূইলা
এই কয় দিন খেত বুনা নিষেধ।"

চ'ত, শাওণ আৰু কাতিমাহৰ প্ৰথম দিন সঁচ সিচা নিষেধ। হাল বোৱাৰ সময়ত তেওঁলোকে 'ছাটা' (দলবদ্ধভাৱে কাম কৰা) বান্ধি কাম কৰে। একেখন চুবুৰীৰ দুটা বা চাৰিটা বা অধিক এনেকুৱা যুগ্ম হাৰত হালোৱাৰ দ্বাৰা দল বন্ধা হয়। মিঞাসকলে পথাৰত মৈ দিয়াৰ সময়ত গৰুৰ কষ্ট লাঘৱ কৰিবৰ বাবে এযোৰ হাল ব্যৱহাৰ কৰা দেখা যায়, সেইবাবেই যুগ্ম হাৰত ছাটা বন্ধা নিয়ম। চুবুৰীৰ কোনো খেতিয়কে পথাৰত বিভিন্ন কাৰণত সঁচ সিঁচা দেৰি হ'লে 'মাগন' (বিনামূলীয়া) হাল লোৱা দেখা যায়।



এই পদ্ধতিত পিচপৰা খেতিয়কজনে তেওঁৰ চুবুৰীৰ গৃহস্থবোৰক এবেলাৰ বাবে বিনামূলীয়া ভাৱে হাল বাই দিবলৈ আমন্ত্ৰণ জনায়। বিনিময়ত খেতিয়কজনে হালোৱাসকলক লঘু বা কেতিয়াবা গৰু খাদ্য পৰিবেশন কৰাৰ পৰম্পৰা আছে। নিৰানিৰ সময়তো 'মাগন" কামলা লোৱাৰ পৰম্পৰা আছে।

এই জনগোষ্ঠীৰ লোকসকলে 'কাইতালি' বা 'চৈতালী'ৰ বাবে নিয়মিত বৰষুণ হোৱাটো বিচাৰে। এই প্ৰসংগত এটা জনপ্ৰিয় বচন হ'ল—

"বিষ্টি (বৃষ্টি) হয় আগুনে, ৰাজা যায় মাগুনে
বিষ্টি হয় পুষে, সোনা জন্মে তুষে।
বিষ্টি হয় মাঘেৰ শেষ, ধৈন্য ৰাজাৰ পূণ্য দেশ।"

আগতে চৈতালী বা কাইতালিৰ বেচিভাগ শস্য পলস পৰা খিল মাটিত (নচহুৱা মাটি) পোনে পোনে সিঁচা হৈছিল। কিন্তু সময়ৰ লগে লগে মাটিৰ উৰ্বৰতা কমি যোৱাত মাটি চহ কৰা জৰুৰী হৈ পৰিছে। আগতে নিৰানিও (weed control) কৰাৰ দৰ্কাৰ হোৱা নাছিল। কিন্তু বৰ্তমান নিৰানি কৰা অপৰিহাৰ্য হৈ পৰিছে।

নিৰানিৰ সময়ত 'কামলা' (পথাৰত কাম কৰা মানুহ) বোৰে কিছুমান চুটি ছন্দৰ সুমধুৰ সুৰৰ সমূহীয়া লোকগীত গায়। এই গীতবোৰ ধুৱাগান, বাৰমাহী, জাৰী ইত্যাদি নামেৰে জনা যায়। গীতবোৰৰ বিষয়বস্তু সাধাৰণতে ইছলাম আৰু হিন্দু ধৰ্মৰ আখ্যান, জনপ্ৰিয় কাহিনী (যেনে বেউলা-লক্ষীন্দাৰ, লায়লা-মজনু, খ্ৰিৰী-ফৰহাদ, ইত্যাদি), জনশ্ৰুতি ইত্যাদি। গীতবোৰ গোৱাৰ সময়ত ওচৰা-ওচৰিকৈ কাম কৰা কামলাৰ মাজত প্ৰতিযোগিতা হোৱাও দেখা যায়। গীতৰ বিষয়বস্তু এনেক্ষেত্ৰত তত্বগধুৰ হয় আৰু পৰস্পৰে পৰস্পৰৰ প্ৰতি প্ৰশ্নবান নিক্ষেপ কৰে। কেতিয়াবা এই প্ৰতিযোগিতা তীৰ্যক কটাক্ষ বা গালি গালাজলৈ ৰূপান্তৰিত হয়, কিন্তু কাজিয়া কেতিয়াও নহয়। এইবোৰ গীত গাওতে এজন আত-ধৰোতা থাকে, যিজনক 'বয়াতি' বোলা হয়। তেওঁ ৰংচঙীয়া সাজপাৰ পিন্ধি খঞ্জুৰি (তাল) বজাই নাচি নাচি গীত গায়। গীতৰ ছন্দে ছন্দে তাল মিলাই কামলাসকলে 'পাচুন' (খন্তি) চলায়। ফলত গৃহস্থৰ আশা কৰাতকৈ বেছি কাম হয়। নিৰানিৰ সময়ত বহাগৰ ভৰ দুপৰীয়া অতিপাত গৰমত নিজান পথাৰত অকলে কাম কৰি আমনি লগাৰ বাবে চুবুৰীৰ বহুকেইজন খেতিয়কে একেলগে 'ছাটা' বান্ধি লয়। মাঘ মাহৰ পৰা কাইতালি বা চৈতালী ফচলবোৰ চপাবলৈ লোৱা হয় আৰু চ'ত মাহত শেষ হয়। কিন্তু ফাগুন মাহৰ পৰাই আকৌ 'বাৰিষা' (খাৰিফ) 'আবাদ'ৰ (শস্যাৰোপন) প্ৰস্তুতি আৰম্ভ কৰা হয়।

**বাৰিষা আবাদেই হ'ল এই জনগোষ্ঠীৰ প্ৰধান আবাদ। খাৰিফ ফচলৰ পৰাই**

মিএগ্রসকলে তেওঁলোকৰ খাদ্য সংগ্ৰহ কৰে। দ' মাটিত ফাগুন মাহতেই মাটি চহাই 'বাইন' (শস্যাৰোপন) দিয়া হয়। সাধাৰণতে তেনে মাটিত আউচ ধানৰ (আহু ধান) লগত একেলগে বাওঁ ধান ও আমন(শালি) সিঁচা হয়। মাটি বেচি দ' হ'লে তাত 'বাউইছা' (কেৱল বাওধান) কৰা হয়। মাটি বাম হ'লে তেনে মাটিত বেচিকৈ মৰাপাট কৰা হয়। এই জনগোষ্ঠীৰ লোক ধান আৰু মৰাপাটৰ শস্যাবৰ্তন (rotation) কৰা দেখা যায়। উল্লেখযোগ্য যে অসমত উৎপাদিত মৰাপাটৰ অধিকাংশই এই সম্প্ৰদায়ৰ উৎপাদন। আগতে মিএগ্রসকলে শালি খেতি কৰা নাছিল অথবা কৰিলেও খুব কমকৈ কৰিছিল। চ'ত মাহত বাৰিষা হাল শেষ কৰি মানুহবোৰে আকৌ নিৰানিত মনোনিবেশ কৰে। ৰং ধেমালিৰে কাম কৰিবৰ বাবে তেওঁলোকে ছাটা বান্ধে। চ'তৰ শেষৰ পৰা জেঠলৈ নিৰানিৰ কাম চলে। পথাৰবোৰৰ আকাশ বিচিত্ৰ ৰং আৰু আকৃতিৰ চিলাৰে সুশোভিত হয়। কামলাবোৰে ধুৱা, গান, বাৰমাসী, জাৰি প্ৰবৃত্তি গীতেৰে পথাৰবোৰত এক উৎসৱমুখৰ পৰিবেশ সৃষ্টি কৰে। চিলাৰ 'বেণা'ৰ (বতাহত কপি শব্দ সৃষ্টি কৰিবৰ বাবে চিলাৰ মূৰত বেত চুঁচি পাতল কৰি বনোৱা ধনু) শব্দ আৰু গীতৰ ছন্দেৰে অংগ ছন্দায়িত কৰি কাম কৰে। এই সময়ত প্ৰত্যেকজন কৃষকৰ সুখত ফুটি উঠে প্ৰত্যয় আৰু উদ্বেগ — বছৰটোৰ প্ৰয়োজনীয় ধান উৎপাদন কৰিবই লাগিব লগতে ভয় বানপানীৰ। গীতবোৰ গাওঁতে ছন্দ, তাল আৰু তৰংগৰ ওপৰত জোৰ (Stress) দিয়া হয় যাতে নিৰণি কামলাবোৰৰ অংগ সঞ্চালন ছন্দোময় হয় আৰু কামত ভাগৰ নলগা হয়।

এই সময়ত পথাৰত উৰোৱা চিলাবোৰ বিচিত্ৰ বৰণ আৰু বিচিত্ৰ আকৃতিৰ। কিছুমান চিলাৰ বিৱৰণ নিম্নোক্ত ধৰণৰ—

১। চোং বা কয়ৰা ঃ চতুৰ্ভুজাকৃতিৰ বাঁহৰ মিহি কামিৰে গঠনটো সজাই ওপৰত ৰং বিৰঙৰ কাগজ মেৰিয়াই তলৰ ফালে পাতল কাপোৰৰ ত্ৰিভুজাকৃতিৰ দুটা দীঘল নেজ লগোৱা থাকে। মূৰৰ ফালে 'বেণা' থাকে।

২। ফেইস্কা বা গুড্ডি ঃ অৰ্ধবৃত্তাকাৰ (eliptical) আৰু তলৰ ফালে দুটা অৰ্ধচন্দ্ৰাকাৰ নেজা থাকে। মিহি বাহৰ কামিৰে গঠনটো সজাই ওপৰত ৰংবিৰঙৰ কাগজ লগোৱা হয়। কিছুমানৰ মূৰত বেনা থাকে।

৩। চিল্লা বা চিলা ঃ ফেইস্কা সদৃশ কিন্তু নেজৰ গঠন ঘূৰণীয়া থাকে।

৪। সাপা ঃ ফনাতোলা সাপৰ আকৃতিৰ আৰু দীঘল নেজৰ চিলা, নেজ সাধাৰণতে ৰং বিৰঙৰ কাগজৰ ফিতা সদৃশ।

৫। পতিংগা ঃ বৰ্গাকাৰ, কিছুমানৰ 'সাপা'ৰ দৰে দীঘল নেজ থাকে আৰু কিছুমানৰ



ত্ৰিভুজাকৃতিৰ নেজ থাকে। ইয়াৰোপৰিও আৰু বহুতো বিচিত্ৰ আকৃতিৰ গুড্ডি (চিলা) সেই সময়ৰ আকাশত উৰি থকা দেখা যায়। চেলেঙীয়াসকলৰ মাজত কাৰ গুড্ডি কিমান ওপৰত গৈছে তাক লৈ প্ৰতিযোগিতাও হয়।

মিএগ্রসকলে নিৰানিৰ আগত পথাৰৰ শস্যৰ ঘনত্ব নিৰ্দিষ্ট কৰাৰ বাবে এক বিশেষ প্ৰকাৰৰ যতন-নাইংলা জৰকা ব্যৱহাৰ কৰে। ই পথাৰৰ শতকৰা পঞ্চাচ ভাগ অপতৃণ ও (weed) আতৰায়। কৃষিত সচৰাচৰ ব্যৱহাৰ কৰা যতনবোৰ হ'ল — নাংগল (নাঙল), যুৱাল (জুয়লি), নৰি (এচাৰি), চংগ(মৈ), ইটা মুগুৰ (দলিবাৰি), আত নাইংলা (জৰকা), কাচি, পাচুন (খন্তি), নাইংলা (চিন্দা) ইত্যাদি। বিভিন্ন সময়ত কৰা চহ বা মৈৰো নাম বেলেগ বেলেগ। ভাংঙা চহ (খিল মাটিত প্ৰথম চহ) 'উভ্যানী' (সঁচ সিঁচাৰ পিছত কৰা চহ), বাতানি (সঁচ সিঁচাৰ পিছত, একেবাৰে শেষত দিয়া মৈ), জায়ে (নাইংলা ব্যৱহাৰ কৰাৰ আগত আৰু পিচত দিয়া মৈ), ইত্যাদি।

বহাগৰ শেষৰ ফালৰ পৰাই অলপ অলপ বৰষুণ পৰিবলৈ লয় আৰু এই বতৰতেই মিএগ্রসকলে শেষবাৰৰ বাবে শস্যখিনিত 'দুইনা' (শেষ নিৰানি) দি উঠি কিছুদিনৰ বাবে কামৰ পৰা আজৰি পায়।

বাৰিষা আবাদৰ বাবে হাল মৰা আৰু খেতিত সঁচ সিঁচা যেতিয়া শেষ হয় সেইদিনা গৃহস্থৰ ঘৰত এটা সৰু উৎসৱ পাতে। বছৰেকীয়া চুক্তিত কাম কৰা 'ৰাখাল' (বনুৱা) আৰু অন্যান্য কামলাৰ উদ্দেশ্যে এই উৎসৱ পতা হয়। সঁচ সিঁচা শেষ হোৱাক 'দাবা' উঠা বোলা হয় আৰু আহাৰত মৰাপাট খেতিত বাছ (ঘনত্ব নিয়মিয়া কৰিবৰ বাবে দুৰ্বল পুলি কাটি অনা) দিয়া হয়। বাছ পাট খিনি জাগ (গেৰোৱা) পচাবৰ বাবে পানীত ডুবাই ৰখা হয়। জাগ অহাৰ পিছত ধুই শুকুৱাই বজাৰত বিক্ৰি কৰা হয়। এই খিনিতে এটা পৰম্পৰা দেখিবলৈ পোৱা যায়। মৰাপাট বেছি গৃহস্থই বজাৰৰ পৰা জিলেপি কঠাল আৰ ইলিচ মাছ কিনে। আহাৰৰ পৰাই আউছ ধান পকিবলৈ লয়। যদি বানপানীয়ে ক্ষতি নকৰে তেন্তে এই জনগোষ্ঠীৰ লোকসকলৰ বৰ্ষা ঋতুৰ খাদ্যৰ চিন্তা নেথাকে। আহু ধান চপোৱাৰ সময়তো ছাটা বান্দি কাম কৰে। বৰষুণ আৰু বানপানীত ডুবিবলৈ লোৱা 'আউছ' ধান চপাবলৈ যোৱা কামলাবোৰে জাৰৰ পৰা ৰক্ষা পাবলৈ আৰু বানপানীৰ বাবে বেজাৰত কৰুণ সুৰীয়া বাৰমাসী গীত গাই গাই বানৰ কবলৰ পৰা যিমান দূৰ সম্ভৱ আউস ধান উদ্ধাৰ কৰিবলৈ প্ৰয়াস কৰে। বানপানীৰ পৰা আউস ধানবোৰ কাচিংহে ৰক্ষা পৰে। আউছ কটাৰ আগতে পকি [illegible] ধৰা ধানৰ নমুনা হিচাপে এমুঠা ধান কাটি আমি বৰ ঘৰৰ দুৱাৰ মুখত সততে চকুত পৰাকৈ বেৰত আৰি থোৱা হয়। ইয়াক "আগ অনা" বুলি কোৱা হয়। আগ অনা ধান মুঠা পৰবৰ্ত্তী বছৰলৈ যথাস্থানত ৰখা হয়। লোক বিশ্বাসমতে এনে কৰিলে ঘৰত লক্ষ্মী

বসবাস কৰে। আউছ ধানৰ পিছতেই মৰাপাট চপোৱাৰ সময়। মৰাপাট চপাই মানুহখিনি অলপ সময় কামৰ পৰা বিৰাম পায়।

শাওণ মাহৰ পৰা দ অঞ্চলত আকৌ শালি খেতি কৰাৰ তৎপৰতাই দেখা দিয়ে। এই সময়ত কঠিয়া পৰা হয়। কোনো কোনোৱে আকৌ জেঠ মাহতেই কঠিয়া পাৰে। এনে কঠিয়াক 'গাছি' বোলা হয়। পিছত মাটিত পেক পেলোৱা কঠিয়াক 'লেচি', 'জ্বালা' বাৰ 'নেপি' বুলি জনা যায়। আন এক প্ৰকাৰে পৰা কঠিয়াৰ 'ডাইটা' বোলা হয়। আহুৰ নিচিনাকৈ আৰু একেলগে এইবিধ কঠিয়া পৰা হয়। এই বিধ কঠিয়া দ' মাটিত ৰোৱা হয়। নদী উপত্যকা অঞ্চলত বানপানীয়ে প্ৰতিবাৰেই পলস পেলাই থৈ যোৱাৰ বাবে বহুক্ষেত্ৰত পেক দিয়াৰ প্ৰয়োজন হোৱা নাছিল। শালি ৰোৱাত মিঞা সকল অপৈণত আছিল বাবে ওচৰ পাজৰৰ অসমীয়া, বড়ো তিৰোতা সকলৰ ফেৰত নিৰ্ভৰ কৰিব লগা হৈছিল। বৰ্তমান এই ক্ষেত্ৰতো জনগোষ্ঠীটোৱে যথেষ্ট অভিজ্ঞতা অৰ্জন কৰি পেলাইছে। শালি ধানৰ কাৰণেও মিঞা জনগোষ্ঠীয়ে পানীৰ বাবে বৰষুণৰ ওপৰত নিৰ্ভৰ কৰে। আকাশৰ অৱস্থা চাই পথাৰত আলি বান্ধে। শালিধান প্ৰসংগে বচন আছে —

১। "কোদালে কাটা নাংগলে ঘাওঁ
চাসা কোদাল নিয়া খেতে যাওঁ
বান্ধ আইল।
বিষ্টি (বৃষ্টি) আইজ না হইলেও
হইবে কাইল।।"

২। খন্তা পাচুন কোদালেৰ ঘাওঁ ;
আউৰা কাউৰা কৰে বাওঁ ;
অহে চাসা বান্ধ আইল ;
বিষ্টি আইজ না হয়
হবে কাইল.

৩। পাহাৰে বান্ধিয়া আইল,
সময় মতে গাৰ' শাইল
যদি না হয় শাইল
খনা বলে দিয়ো গাইল।



শালি ধানৰ বতৰ সম্পৰ্কে প্ৰচলিত বচন ফাকি হ'ল —

শাওনেৰ পুৰা, ভাদ্দুৰে বাৰো,
ইয়াৰ মধ্যে যত পাৰো।

শাওণ, ভাদ আনকি আহিন মাহতো নদীৰ নিচেই ওচৰত থকা লোকসকলে বালিৰ ওপৰত চাট পলস পৰা মাটিত দুবছৰীয়া আহুধানৰ সঁচ পোনপটিয়া ভাৱে সিঁচি দিয়ে। এই পদ্ধতিক 'পৰংগা' বোলা হয়। বানে বিধ্বস্ত নকৰিলে কেতিয়াবা কেতিয়াবা ইয়াৰ পৰা যথেষ্ট উৎপাদন হয়। চাপৰিবোৰত শাওণ মাহতেই মাস কালাই (মাটিমাহ), মুগ (মগুমাহ) সিঁচা হয় আৰু ই চাপৰিবাসীৰ এক প্ৰধান কৃষি উৎপাদন। কাতিমাহত ধানখেতিত 'খেচাৰ' মাহ সিঁচা হয়। খেচাৰি সাধাৰণতে গৰুক খুওৱাবৰ বাবে আৰু মাটিৰ উৰ্বৰতা অটুট ৰাখিবৰ কাৰণে কৰা হয়।

আঘোণ মাহ আহাৰ লগে লগে জনগোষ্ঠীটোৰ পৰিশ্ৰমী মানুহখিনি আকৌ সজাগ হৈ উঠে বাঁও আৰু শালিধান চপাবৰ বাবে। আহিন মাহৰ পৰাই কাইতালিত মনোযোগ দিয়ে। আঘোণ মাহটো তেওঁলোকৰ বাবে বৰকৈ গুৰুত্বপূৰ্ণ সময়। যদি বানে ধ্বংস নকৰে, তেন্তে বহুতেই আউস ধান অহাৰ আগলৈ খাবৰ যোখাৰে ধান সংগ্ৰহ কৰিবলৈ সক্ষম হয়। 'দাৱা' উঠা দিনত (ধান কটা শেষ হোৱা দিনত) পিঠা পনা বনাই উৎসৱ পালন কৰা দেখা যায়। এই উৎসৱত পৰিয়াল এটাৰ যি কেইজন পথাৰত কাম কৰাত মুখ্য ভূমিকা পালন কৰে তেওঁলোকক বিশেষভাৱে গুৰুত্ব দিয়া হয়। এই দিনা সাধাৰণতঃ ভাপা পিঁঠা (গুড় দি বনোৱা টেকেলি পিঠা) বনোৱা হয়। ইয়াৰোপৰি মুড়ি, চিৰা আদিও তৈয়াৰ কৰা হয়। আউস (আহু), আঘোন (বাও) ধান চপাই মৰণা মৰাৰ সময়তো কিছুমান বিশেষ পৰম্পৰা মানি চলা দেখা যায়। বতৰৰ প্ৰথম মৰণা মৰাৰ দিনাখন ব্যৱহাৰ কৰা গৰু কেইটাৰ গাত মিঠাতেল সানি দিয়া হয়। পৰাপক্ষত প্ৰথম মৰণাটো বৃহস্পতি বা শুকুৰবাৰে মাৰে। কোনো কোনো ঠাইত মৰণা মৰাত ব্যৱহৃত নৰী (এছাৰি), দাউন (ডাঙৰ পঘা), কাৱাইল (ওখনা), হাৰপাট (কোৰণা) আদি আগতেই চাফ চিকুণ কৰিহে কামত ব্যৱহাৰ কৰা হয়। মৰণাৰ মেৰেৰ গৰু (একেবাৰে বাওঁফালৰ গৰুটো) সাধাৰণতে একে ঠাইক কেন্দ্ৰ কৰি ঘুৰোতে গৰুটোৰ বাওঁফালৰ পিছ ভৰিত মৰণাৰ খেৰ দীঘলকৈ জোট বান্ধে ইয়াকে "বৈৰা" বুলি কোৱা হয়। লোক বিশ্বাস মতে প্ৰথম মৰণাৰ বৈৰা ডাল ফল গছত বান্ধি দিলে গছডালত বেছি ফল ধৰে। আকৌ বতৰৰ একেবাৰে শেষৰ মৰণাটো মৰাৰ পিছত মৰণা মৰা মানুহ জনে এমুঠা খেৰ লৈ প্ৰতিটো গৰুৰ মূৰৰ পৰা নেজৰ আগলৈকে ঘহি দি খেৰ মুঠি বৰ ঘৰৰ চালৰ ওপৰত দলিয়াই দিয়ে। লোক বিশ্বাসমতে তেনে কৰিলে গৰু

কেইটাৰ কোনো ধৰণৰ বেমাৰ আজাৰ নহয়। ৰাতি পিঠা পনা, নাস্তা আদি খাই এক উৎসৱ মুখৰ পৰিবেশ সৃষ্টি কৰা হয়।

শস্য উৎপাদনৰ ওপৰিও মিঞাসকল মাছ পালনো কৰে। সাধাৰণতে যি সকলে নদীৰ পৰা অলপ নিলগত বসবাস কৰে, তেওঁলোকে মাছ পোহা দেখা যায়। লোকসকলে সাধাৰণতে দ' অঞ্চলত বসবাস কৰে আৰু তেওঁলোকৰ বসতিৰ লগত প্ৰায়েই বিল বা জলাহ সংলগ্ন দেখা যায়। তেওঁলোকে পাৰ নবন্ধা খোলা পুখুৰীত মাছ বিল বা জলাহৰ পৰা আকৰ্ষণ কৰিবৰ বাবে 'পাগাৰ'ত (খোলা পুখুৰী) মাছৰ খাদ্য আৰু মাছ আহিবৰ বাবে নলা খান্দি দিয়ে আৰু বিল বা জলাহৰ পৰা প্ৰাকৃতিক ভাবে পালিত আৰু বান পানীৰ লগত অহা মাছবোৰ 'পাগাৰ'ত আকৰ্ষিত কৰাৰ বাবে গছৰ ঠানি আদিৰে 'কাঠাম' দিয়া হয়। আহিন, কাতি মাহত পানী যেতিয়া কমি যায়, তেতিয়া 'পাগাৰ'ৰ মাছবোৰ ধৰা হয়। আগতে পাগাৰবোৰ বিহাৰী মানুহ পোনে পোনে কিনি নিছিল কিন্তু আজি কালি 'পাগাৰ'ৰ গৰাকীয়েই মাছ ধৰে। মাছ ধৰা পাইকত মানুহবোৰে মাছ ধৰা কাম কৰে। কেতিয়াবা 'পাগাৰ' সিঁচাও হয়। আৰু মাছবোৰ 'জাইলা'ৰ (বৃত্তিধাৰী মাছ ব্যৱসায়ী) ওচৰত বিক্ৰি কৰা হয়। আগতে 'জাইলা'ৰ ব্যৱসায় অনা-মিঞাৰ হাতত আছিল যদিও বৰ্তমানে মিঞা সকলেও এই ব্যৱসায় লোৱা দেখা যা?। সাম্প্ৰতিক কালত মিঞা সকলে আধুনিক পদ্ধতিৰে মৎস্য পালন কৰিবলৈ লৈছে। কিছুমানে আকৌ ইয়াক উদ্যোগ হিচাপে লোৱা দেখা যায়।

পশুপালনৰ ক্ষেত্ৰত মিঞা সকল অনগ্ৰসৰ। গৰু, মহ পুহে পথাৰত কাম কৰা আৰু নিজৰ প্ৰয়োজনীয় গাখীৰ উৎপাদনৰ কাৰণে। ভেৰা, ছাগলী, হাঁহ-কুকুৰা সাধাৰণতে তিৰোতা বিলাকে তেওঁলোকৰ নিজৰ ইচ্ছাৰ কিছু খৰচ উলিয়াব্য বাবে পোহে। গৰুক বেমাৰ আজাৰৰ পৰা ৰক্ষা কৰাৰ কাৰণে গাওঁৰ বেজ বা গোৱালে প্ৰত্যেক গৃহস্থৰ ঘৰৰ পঘা পৰি দিছিল। সেই মন্ত্ৰপূত পঘা গোহালি ঘৰৰ চালত ওলোমাই থলে গৰুৰ বেমাৰ আজাৰ নহয় বুলি বিশ্বাস কৰা হৈছিল। গৰুৰ বেমাৰ হলে ডাক্তৰৰ ওচৰলৈ নগৈ বেজৰ ওচৰলৈ যোৱা দেখা যায়। বৰ্তমানে গৰুক আধুনিক চিকিৎসা কৰোৱা হয় যদিও গোৱাল বা কবিৰাজৰ প্ৰভাৱ কমি যোৱা নাই। গৰুৰ বেমাৰ ভাল হোৱাৰ পিছত কবিৰাজৰ উপদেশ মতে গোহালি ঘৰত ৰাখাল সিন্নি কৰা হয়। এই সিন্নি চাউল, গুৰ আৰু গাখীৰেৰে বনাই সৰু ল'ৰা ছোৱালীক খুওৱা হয়। ডাঙৰে এই সিন্নি সাধাৰণতে নাখায়। এই সিন্নি প্ৰত্যেক বছৰতে কৰা হয় যাতে গৰুৰ বেমাৰ আজাৰ নহয়।

সংস্কৃতিৰ স্বকীয়তা, প্ৰাচুৰ্য্য আৰু ৰুচি যেনেকুৱাই নহওক কিয়, এই জনগোষ্ঠীটোক



যি উদ্দেশ্যত অসমলৈ অনা হৈছিল, সেই উদ্দেশ্য কিন্তু এশ শতাংশ ৰূপায়িত হৈছে। ¿ ÷ Û □ ± waste land) উন্নয়ন কৰি অসমক কৃষিৰ ক্ষেত্ৰত স্বনিৰ্ভৰশীল কৰিবলৈ সক্ষম হৈছে। এই কাম কৰোতে অসমৰ হাবিৰ বাঘ, ভালুক, জোঁক, ঘৰিয়াল, বানপানীৰ সৈতে সহ-অৱস্থান কৰি মৃত্যুক সাৱটি লব লগা হৈছিল শ শ উদ্যমী মিঞাই। আজি বিজ্ঞানৰ যুগতো এই জনগোষ্ঠীটোৱে তেওঁলোকৰ আওপুৰণি পদ্ধতিৰেই অসমৰ মুঠ কৃষি উৎপাদনৰ আধাতকৈ বেছি উৎপাদন কৰি আহিছে। চৰকাৰী অৱহেলা, সামাজিক আৰু ৰাজনৈতিক বিদ্বেষত যদিও এই জনগোষ্ঠীটো জৰ্জৰিত তথাপিও অসমৰ অৰ্থ ভাণ্ডাৰত তেওঁলোকৰ অৱিহণা আজিও অব্যাহত আছে আৰু অসমক হাড়ে-হিমজুৱে নিজৰ কৰি লৈছে। এই জনগোষ্ঠীৰ নিৰ্দ্দিষ্ট নামেৰে চিনাকি নথকাত ইয়াৰ কলা-সংস্কৃতিৰ বিস্তাৰ হোৱা নাই। এই জনগোষ্ঠীৰ এটা নিৰ্দ্দিষ্ট নামকৰণ হোৱা সমিচীন। পমুৱা, চৰুৱা, ভাটিয়া, ন-অসমীয়া, লৌহিত্য, অভিবাসী ইত্যাদি নামেৰে এই জনগোষ্ঠীক চিনাক্ত কৰা হয়। এই ধৰণৰ নামাকৰণত মিঞাসকল সন্তুষ্ট নহয়। যিহেতু 'মিঞা' বা 'ভাটিয়া' নামেৰেই অসমৰ প্ৰায়বোৰ মানুহেই জনগোষ্ঠীটোক জানে, সেইবাবে ইয়াক 'মিঞা' নামেৰে নামাকৰণ কৰিলে সকলোৱে ইয়াক গ্ৰহণ কৰাৰ সম্ভাৱনা আছে।



ইটা মুগুৰ (দলিবাৰী)



কানাইল (উখনা)



জুৱাল (জুৱলি)



হাত নাঙইলা
(বিন্ধা)

কোদাল (কোৰ)



চংগ (মৈ)



হাৰপাট (কোৰনা)





নুৰাইচা নাঙইলা



শিংগ্যা পাচোন



পাচোন



কোৰ খন্তি



খন্তি



কাঁচি



নৰী (এছাৰি)



নাঙল



# মিঞা জনগোষ্ঠীৰ ঘৰ বন্ধা প্ৰণালী আৰু পৰম্পৰা

কোৰবান আলী চৌধুৰী

অসমৰ মিঞা জনগোষ্ঠীৰ লোকসকলে অসমলৈ প্ৰব্ৰজন কৰি বংগীয়মূলৰ বহু ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, পৰম্পৰাগতভাৱে পালন কৰি আহিছে যদিও অসমৰো কিছুমান সংস্কৃতি আৰু পৰম্পৰা এওঁলোকৰ মাজত সোমাই নতুন এক পৰম্পৰাৰ সৃষ্ট কৰিছে। নতুন জীৱনধাৰা, নতুন সংস্কৃতি গঢ় লৈ উঠিছে। এই আলোচনাত মিঞা সমাজত পালন কৰা কিছুমান পৰম্পৰা দাঙি ধৰাৰ প্ৰায়াস কৰা হৈছে।

"খেৰেৰ চাল খৰিৰ বেৰা
ঐ ডাই হইল মিঞা পাৰা।"

অসমত মিঞা জনগোষ্ঠীৰ বসতি চিনাক্ত কৰণত উক্ত বচন ফাঁকি সচৰাচৰ ব্যৱহাৰ হৈ থাকে। মিঞা জনগোষ্ঠীৰ প্ৰায়বোৰ ঘৰৰ চাল সাধাৰণতে বাঁহ আৰু খেৰেৰে, বেৰাবোৰ ঘৰি বা কাশিয়া (শৰণখেৰ)ৰে তৈয়াৰ কৰা হয় বাবেই হয়তো এই বচন ফাঁকি কোৱা হয়। মিঞা জনগোষ্ঠীৰ মানুহসকলে ঘৰবোৰ পৰিকল্পিতভাৱে কিছুমান বিশেষ নিয়ম মানি চলি তৈয়াৰ কৰে। ঘৰ বন্ধাৰ দুমাহমান আগৰ পৰাই এই কামৰ বাবে প্ৰস্তুতি চলায়। বাহৰ কামিৰে 'শলা-হুস্বী', 'হাৰোক', 'আটন' আৰু গোটা বাঁহৰ 'ৰুৱা', 'ধন্যা', 'পাইৰ', খুটি, ঘৰত ব্যৱহৃত বিভিন্ন ধৰণৰ ৰচি আদি বনোৱা হয়। শুভাশুভ চাই পূৰ্বতে ঠিক কৰা দিন বাৰত বৰ ঘৰৰ প্ৰথম খুটি (সন্মুখ ভাগৰ সোফালৰ কোণাৰ খুটিটো) স্থাপন কৰোতে মৌলবী/ মুন্সীক মাতি আনি তেওঁৰ হতুৱাই স্থাপন কৰোৱা হয়। এই সময়ত মিঠাই/বাতাসা আদি উপস্থিত সমজুৱাৰ মাজত বিতৰণ কৰা হয়। প্ৰথম খুটিটোৰ উপৰ মূৰত 'শ্বালু কাপোৰ' (গেৰুৱা ৰঙৰ কাপোৰ) মেৰিয়াই দি বাহেৰে সৰুকৈ তৈয়াৰি ধনুকাড় বান্ধি দিয়া হয়। শ্বালু কাপোৰৰ এই গেৰুৱা ৰং হ'ল ত্যাগ আৰু আদৰ্শৰ প্ৰতীক। প্ৰবাদ আছে যে এই ৰঙৰ দৰেই গৃহস্থৰ সংসাৰখন উজ্জ্বল হোৱাৰ প্ৰতীক হিচাপেই এই কাম কৰা হয়। কোনো চৰাই-চিৰিকটি খুটিৰ ওপৰত বহিব নোৱাৰা কৰা কাৰণেই ধনু-কাড় বান্ধি দিয়া হয়। চৰাই চিৰিকটি প্ৰথম

খুটাত (আধাৰশিলা)-বহিলে সংসাৰত অপায়-অমংগল হয় বুলি লোকবিশ্বাস।

বান্ধিবলগীয়া ঘৰৰ জোখ অনুযায়ী ৰচি টানি চাৰিসীমা নিৰ্ণয় কৰা হয়। ইয়াকে 'চৌসত' বোলে। এই চৌসত কৰোতে খুঁটাবোৰ ছয় আৰু আঠৰ মিলত ভাগ কৰি লোৱা হয়। লোক বিশ্বাসমতে এনে ভাগত ঘৰ বান্ধিলে ঘৰত লক্ষী বাস কৰে। খুঁটাৰ ভাগ অনুসৰি ভিন ভিন নামেৰে নামাকৰণ কৰা হয় যেনে— মাচাৰ খুটা, চান্দসেৰ খুটা, চকীৰ খুটা, কাণীৰ খুটা, প্লটৰ খুটা, মূল খুটা ইত্যাদি। প্ৰায়বোৰ ঘৰৰ খুটা বাহেৰে বনোৱা হয় যদিও গৃহস্থৰ সামৰ্থ্য অনুযায়ী কাঠৰ খুটা ব্যৱহাৰ কৰা দেখা যায়। কাঠৰ খুটাৰ তলত উয়ে নধৰিবলৈ কেতিয়াবা খুটাৰ গুৰিটো অলপমান পুৰি দিয়া হয়। প্ৰতিটো খুটাৰ ওপৰমূৰত বাহৰ পাৰি বহুৱাবৰ বাবে কান্তন কটা হয়। গোটেইকেইটা খুটি পুতাৰ পিচত ধন্যা (পথালিকৈ প্ৰতিযোৰ খুটি সংলগ্ন কৰা গোটা বাহৰ টুকুৰা) আৰু পাইৰ (দীঘলে ঘৰটোৰ ইমূৰৰ পৰা সিমূৰলৈ প্ৰতিটো খুটি সংলগ্ন কৰি বন্ধা গোটা বাহৰ দীঘল টুকুৰা) টানকৈ বন্ধা হয়। ইয়াকে ঘৰৰ পাইৰাম কৰা বুলি কয়। খুটিৰ কান্তনৰ ওপৰত পাইৰ (পাৰি) বহুৱাই টানকৈ বন্ধা গাঠিক কান্তন বান্ধ আৰু সাৰকৰ লগত পাইৰৰ বান্ধটোক আচলা বান্ধ বোলে। পাইৰামৰ ওপৰত শলা-হুস্বী, সাৰোক, ৰুৱা, আন্ধাৰী (চালৰ মূল জকাৰ ওপৰত বাহৰ পাতল কাথীৰে তৈয়াৰী জালৰ নিচিনা বেৰা বা খৰি-কাশিয়া পাতলৈ পাৰি কামীৰে বান্ধি দিয়া) আদিৰে বনোৱা চালৰ জকা উঠাই ঘৰৰ মূল জকাটো বনোৱা হয়। ঘৰৰ চাল দুই ধৰণৰ থাকে। দুটীয়ামোৰ বা জাও মোৰেৰে বৈ দিয়া চালক আন্ধাৰা চাল বোলে। তলে-ওপৰে মোৰ কামী দি মাজত জেঠিৰে বৈ গাঠি দি বান্ধী দিয়া চালক শীতল চাল বোলে। বান্ধী দিয়া চালক একনলীয়া ৰচি বা সুতলিৰে 'বশ্বি টাৱৰা', 'ঘৰ গিৰো' 'চেল্লা গিৰো' আদি গাঠি দিয়া হয়। সাধাৰণতে উলুখেৰ, কাশিয়া খেৰ আৰু বৰতা খেৰেৰে ঘৰ চাউনি কৰা হয়। পুৰণি বুকুলি খেৰো ব্যৱহাৰ কৰা হয়। তলত বুকুলি খেৰ দি ওপৰত নতুন খেৰেৰে ঘৰ ছোৱাল হয়। চালৰ ওৰত শাৰী শাৰীকৈ খেৰ পাৰি কামিৰে বান্ধী দিয়া হয়। উক্ত কামিক 'আটন' বুলি কয়। আটন বান্ধিবলৈ বাহৰ দুবিধ তমাল ব্যৱহাৰ কৰে। সাধাৰণতে টুই (মুধচ)ৰ গাঠিকেইটা নলীয়া তমালেৰে বা নাৰিকলৰ ৰচিৰে দিয়া হয়। ছোনচা (পানীপতা)ৰ পৰা শাৰী শাৰীকৈ খেৰ পাৰি ওপৰলৈ আৰ্থাৎ মুধচলৈ ছাই যোৱা হয়। প্ৰত্যেক শাৰীক একোটা আটন দি ৰুৱাৰ সৈতে পাটৰ ৰচিৰে গাঠি দিয়া হয়। ইয়াক 'টোপা গাঠি' বোলে। ঘৰ ছোৱোৱা শেষ হ'লৈ ধন্যাবিলাকৰ ওপৰেৰে বাহৰ পাতল কামি বা খৰিৰে তৈয়াৰী পাতল বেৰা পাৰি দিয়া হয় ইয়াকে 'কাৰ-চিলিং) বোলা হয়। সৰ্বশেষত ঘৰৰ চাৰওফালে বেৰা দিয়া পিচতহে ঘৰখন বসবাস কৰাৰ উপযোগী হয়।



মিঞা জনগোষ্ঠীৰ মানুহবিলাকৰ বৰ ঘৰটো সাধাৰণতে দক্ষিণ মুৱাকৈ উত্তৰ ভিটাত স্থাপন কৰা হয়। বৰ ঘৰৰ এফালে ঘৰৰ মুৰব্বীজন থকাৰ বৰে খাট পালেং আৰু অন্যফালে চাং পাতি ধান চাউল সৰিয়হ আদি থোৱাৰ বাবে মাচা (ভৰাল) তৈয়াৰ কৰে। মাচাত উৎপাদিত শস্য থোৱাৰ বাবে ডোল (ডুলী), বেৰ (ভৰাল), মাইট (চাউল থোৱাৰ বাবে মাটিৰে তৈয়াৰী বহল মুখৰ কলহৰ নিচিনা ডাঙৰ পাত্ৰ) আদি ৰখা হয়। এই দুই ভাগৰ মাজেৰে সাধাৰণতে বাঁহৰ পাতল কামিৰে জালৰ নিচিনা তৈয়াৰী বেৰা দিয়া হয়।

পাকঘৰ বা ৰান্ধনী ঘৰটো সাধাৰণতে বৰ ঘৰৰ পৰা অলপমান আঁতৰত পশ্চিমৰ ভিটাত সজা হয়। পাকঘৰৰ জুইৰ পৰা কোনো ধৰণৰ অনিষ্ট নোহোৱাৰ বাবে সাধাৰণতে এনে কৰা হয়। পাকঘৰৰ এফালে হাইসাল (চৌকা) লগতে পাক(ৰন্ধা) কৰা আহিলা পাতি ৰখাৰ বাবে যতন আৰু অন্যফালে ঢেঁকীশাল থাকে। আলহী আদিৰ বাবেএটাকৈ বাংলা ঘৰ (চ'ৰাঘৰ) গৃহস্থজনৰ সুবিধা অনুযায়ী তৈয়াৰ কৰি লয়। খৰি, ঘঁসি/ঘইটা জালানী হিচাপে ব্যৱহৃত (শুকান গৰুৰ গোবৰ) আদি ৰখাৰ বাবে পাক ঘৰৰ ওচৰতে সৰুকৈ এটা ঘৰ তৈয়াৰ কৰে ইয়াক 'ঘঁসি' ঘৰ বুলি কয়। ঘৰৰ পিছফালে কুৱা প্ৰস্রাৱখানা, পায়খানা আদি সজোৱা হয়।

গৃহপালিত গৰু-ছাগলী ৰখাৰ বাবে বৰ ঘৰৰ পৰা নিলগত গোহালি ঘৰ সজোৱা হয়। এই ঘৰটো দুটা অংশ থাকে এটা অংশত কোনো ধৰণৰ বেৰা দিয়া নহয়। এই অংশৰ সোমাজত গৰু সংখ্যা অনুযায়ী নিজা শৈলীৰে তৈয়াৰী খাচা বনোৱা হয়। খাচাখনৰ মাজে মাজে পানী খোৱাৰ বাবে ডচাইৰা' 'চাৰি' (মাটি বা কংক্ৰিটেৰে তৈয়াৰী ডাঙৰ চৰিয়াৰ নিচিনা সৰঞ্জাম) বহুৱা হয়। এই খাচা আৰু চাইৰাত ক্ৰমে গৰুৰ খাদ্য আৰু পানী দিয়া হয়। গোহালি ঘৰৰ এই অংশটোক 'গোৰা' বুলি কোৱা হয়। ঘৰৰ আনটো অংশত ৰাতি গৰু-ছাগলী বান্ধি ৰাখিবলৈ চাৰিওফালে বেৰা দি সুৰক্ষিত কৰি ৰখা হয় ইয়াকে গোৱাল বুলি কোৱা হয়। গোহালিৰ ওচৰত খেৰৰ পুজিৰ বাবে আচুতীয়া ঠাই ৰখা হয়। বৰ ঘৰৰ ওচৰতে হাঁহ-কুকুৰা ৰাখিবলৈ গড়াল বনোৱা হয়। ইয়াকে খোৱাৰ বুলি কোৱা হয়। নিজস্ব শৈলীৰে তৈয়াৰী এই খোৱাৰবোৰ বাহৰ কামিৰে বনোৱা হয়। কিচুমানে কাঠ টিন আদি আধুনিক সৰঞ্জামেৰেও খোৱাৰ বনাই লয়। প্ৰায় প্ৰতিটো ঘৰতে পাৰ পুহিবলৈ কাঠ-বাহেৰে সৰুকৈ টঙি ঘৰ বনোৱা থাকে। ইয়াক 'কবুতৰেৰ খোপ' বোলা হয়।

প্ৰত্যেকটো ঘৰৰে একো একোখন 'বাইৰ বাৰী' (আগ চোতাল) থাকে। বাইৰ বাৰীৰ পৰা ঘৰখনৰ ভিতৰলৈ সোমাওতে দুখনকৈ কোণীয়া বেৰা পাৰ হৈ ভিতৰ চোতালত প্ৰবেশ কৰিব লাগে। এই বেৰা দুখনক 'আউলীবেৰা'ত/ দেৰীবেৰা / কোপ

বেৰা / আইঠা বুলি কোৱা হয়। ঘৰবিলাকৰ বেৰৰ বাহিৰফালে ভেটিৰ অংশক ডোৱা (কাথি) বোলে। দুৱাৰ বা চৌকাঠ গৃহস্থৰ সামৰ্থ্য অনুযায়ী কেতিয়াবা কাঠেৰে বনালেও সাধাৰণতে ডাং লগোৱা বাহেৰে সজা দৰ্জা (দুৱাৰ) ব্যৱহাৰ কৰা হয়। বৰ ঘৰত মহৰ বা হৰিণাৰ শিং আৰি ৰখাটো বংশ মৰ্যাদাৰ পৰিচয় বুলি ভবা হয়।

নতুন ঘৰত গৃহ প্ৰবেশৰ সময়ত কিছুমান নিয়ম পদ্ধতি পালন কৰা হয়। শুবাশুভ দিনবাৰ চাই গাৱৰ মৌলবী বা মুন্সী চাহাব আৰু গাৱৰ মুখিয়াল মানুহখিনিক নিমন্ত্ৰণ কৰি পায়স পোলাও পিঠাপনা খুৱাই দোৱা দৰুদ পঢ়াৰ পিচতহে গৃহ প্ৰৱেশ ঘটে। এইদৰে খোৱা পদ্ধতিক মুন্সী খোৱা বুলি কোৱাহয়। প্ৰথম গৃহ প্ৰৱেশৰ সময়ত ঘৰৰ গৃহিণীয়ে পানী ভৰ্তি কলহ লৈহে ঘৰ সোমাব লাগে। লোকবিশ্বাস মতে তেনে কৰিলে ঘৰ-গৃহস্থিত উন্নতি হয়। অন্য লোক-বিশ্বাসমতে ঘৰৰ ছোনছা (পানীপতা) আৰু দুৱাৰ দলিত বহিব নাপায়, ভৰিৰে দুৱাৰ গুৰিয়াব নাপায়। তেনে কৰিলে ঘৰৰ লক্ষী ওলাই যায় বুলি ভবা হয়। অসমত মিঞা জনগোষ্ঠীৰ লোকসকলৰ ঘৰ দুৱাৰবোৰ সামাজিক পৰিবেশৰ এটি সূক্ষ্ম পৰিচয়। সাধাৰণতে ৰ'দ-বৰষুণৰ প্ৰয়োজন আৰু নিষ্প্ৰয়োজন হিচাপে নিজৰ আৰু গৰু-ছাগলীৰ কাৰণে ঘৰ সাজি লয়। ঘৰ সজাআৰু ঘৰৰ আৰ্হি নক্সা কৰোতে বিশেষজ্ঞও গাঁৱত নাই। প্ৰত্যেক গঞাই নিজৰ সা-সুবিধা আৰু সামৰ্থ্যানুযায়ী ঘৰ দুৱাৰ সাজে। কেতিয়াবা গাঁৱৰ বুঢ়া-মেথা, অভিজ্ঞসকলৰ পৰা সহায় লয়। এনে ধৰণৰ সহায় আৰু সামান্য সম্বলেৰে আৰু হাততে পোৱা আহিলা-পাতিৰে তেওঁলোকে অতি সহজভাৱে গৃহ নিৰ্মাণ কৰে। ইয়াতেই তেওঁলোকৰ সৰল জীৱন-যাপনৰ আৰ্হি প্ৰকাশ পায়। ঘৰৰ খুটাত বা কাষত (পাৰিত) নিজৰ মনেৰে গঢ় দি লোৱা সুন্দৰ কাৰু-কাৰ্যাদিৰ কথা তেওঁলোকে বৰকৈ অনুভৱ কৰে। মাটিৰে লেপা (লিপা)বেৰ, দুখন চাল — এইবোৰ আৱশ্যকতাই প্ৰথমে ভাৱে।

মিঞা জনগোষ্ঠীৰ লোকসকলে স্থানীয়ভাৱে পোৱা সজুলিৰেই তেওঁলোকৰ ঘৰ যথাসম্ভৱ সহজভাৱে সাজি লয়, আহিলা-পাতিৰ প্ৰকৃতি কেতিয়াবা ঘৰৰ আৰ্হি স্থানভেদে বেলেগ বেলেগ ধৰণৰো হয়। ভৌগোলিক অৱস্থান, জলবায়ু, মাটি আৰু স্থানৰ পৰিস্থিতি বা পাব পৰা আহিলা-পাতি আদি অনেক কাৰণবশতঃ এনে পাৰ্থক্য হয়। নদীৰ পাৰত সহজতেই পাব পৰা বাঁহ, খেৰ আৰু ইকৰা আদিৰে সহজে ঘৰ সাঁজি লয় যাতে বানপানীয়ে উঠাই নিয়াৰ সময়ত খৰধৰকৈ খুলি স্থান্তৰিত কৰিব পাৰি।

লোকসংস্কৃতিৰ পিনৰ পৰা অসমৰ ঘৰ-দুৱাৰ বিশেষকৈ ইয়াৰ গৃহ নিৰ্মাণ প্ৰণালী মন কৰিবলগীয়া। এই প্ৰৱন্ধটোৰ পৰিসৰত অৱশ্যে সাধাৰণভাৱে কেইটামান কথাৰ আলোচনা কৰাৰ বাহিৰে গৃহ নিৰ্মাণৰ বিশদ অলোচনা কৰাটো সম্ভৱ নহ'ব। ঘৰবোৰ



সচৰাচৰ দুচলীয়া। ঘৰৰ চাল বন্ধাতো কিছুমান ৰীতি-নীতি, নিয়ম-পদ্ধতিৰ কথা আছে। ৰুৱা আৰু সাৰক (কামী)ৰ ভাগ বটোৱা কৰোতে সাধাৰণতে এনেকৈ কৰে—

"একে নৰে-চৰে
দুইয়ে গুইৰা মৰে
তিনে বনবাস
চাইৰে বসবাস
পাঁচে গৃহবাস
ছয়ে ক্ষয়।'

চাৰি আৰু পাঁচৰ মিলত ৰুৱা সাৰক ভাগত মিলাই ঘৰ বান্ধে। লোক বিশ্বাসমতে এনেকুৱা ভাগ মিলাই ঘৰ বান্ধিলে গৃহস্থীত উন্নতি হয়। জাতি বাঁহ বা ভলুকা বাঁহৰ আহ কিম্বা অন্য মুটকীয়া বাঁহ বা বিজনী বাঁহ গোটা গোটা দিও ৰুৱা কৰা হয়। বাঁহ ফালি চাঁচি কামী কৰে আৰু এই ৰুৱা-কামীৰে চাল গাঁথে। ৰুৱা-কামী ঘুণে নধৰিববলৈ আৰু সোনকালে নপচিবৰ কাৰণে যেতিয়া বেলি ৰঙা হৈ অস্ত যায় সেই সময়ত পানীত ডুবাই (গেৰাই) থয়। আকৌ যেতিয়া বেলি ৰঙা হৈ পুবফালে উদয় হয় তেতিয়া পানীত ডুবাই থোৱা ৰুৱা-সাৰক উঠোৱা হয়। একোটা ৰুৱাৰ বুকুফালেকাটি পাতল কৰি মূৰৰ গাঁঠিটো নিচিগাকৈ মাজত গাপি (চিটা) কৰি কামীৰ লগত তল-ওপৰ কৰি বান্ধি দিয়ে। এই গাঁঠিটোক বশ্বি টাৱৰা বুলি কয়। মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত বচন ঘৰৰ দিশ নিৰ্ণয় প্ৰসংগত আছে—

দক্ষিণ দুৱাৰী বাৰী
চন্দ্ৰ মুইখা নাৰী।
আকৌ—
'পুৱে পশ্চিমে তোল' ঘৰ
অভাৱ অসুখেৰ নাই ডৰ
পশ্চিমে বাশ পুৱে বেত
উত্তৰে পান গুৱাৰী দক্ষিণে খেত।'

অৰ্থাৎ বৰঘৰখন দক্ষিণ মুৱা হ'ব লাগে। ঘৰৰ পশ্চিম দিশত বাহনী উত্তৰ দিশত তামোল-পাণ, নাৰিকলৰ বাৰী, দক্ষিণ দিশত খেতি পথাৰৰ বাবে খালি ঠাই আৰু পূব দিশত পুখুৰী বা জপোৱা গছৰ যেনে— নেমু আদিৰ বাগিছা থাকিব লাগে। তাৰোপৰি

ঘৰ পূব ফালে তেতেলী টেঙা আৰু সন্মুখ ভাগত বগৰী গছ থাকিব নালাগে।

মিঞা জনগোষ্ঠীৰ গঞা ৰাইজৰ একতাৰ বান্ধোন মজবুত। গাঁৱত উমৈহতীয়া নামাজৰ বাবে মছজিদ সাজোতে সকলো ৰাইজে একগোট হৈ সহমতত কাম কাজ কৰে। মছজিদ ঘৰ সাধাৰণতে ছয় কোণীয়াকৈ সজা হয়। ঠাই বিশেষে চাৰি কোণীয়া হয়। এখন গাঁৱৰ সকলো পুৰুষ সমবেত হৈ প্ৰতি শুক্ৰবাৰে জুমা নামাজ (সাপ্তাহিক বিশেষ নামাজ) পঢ়ে। উক্ত দিনত কিছুমানে খিচুৰি, নাস্তা, বাতাসা আদি সমজুৱা ৰাইজৰ মাজত বিতৰণ কৰি আল্লাহৰ ওচৰত দোৱা কৰে।

**সহায়ক ঃ**

১। ডাঃ ছাহিদুল ইছলাম, কলগাছিয়া (বৰপেটা)

২। মনিৰ উদ্দিন আহমেদ, কালিকুৰি (বৰপেটা)

৩। হায়দৰ আলী, পাহাৰতলী (বঙাইগাঁও)














# মিঞা জনগোষ্ঠীৰ পৰম্পৰাগত খাদ্য সম্ভাৰ

নুৰজাহান খান

খাদ্য বা আহাৰ মানুহৰ মৌলিক প্ৰয়োজন সমূহৰ ভিতৰত অন্যতম। আদিম যুগত মানুহে বস্ত্ৰৰ অভাৱত গছৰ ছাল পিন্ধি থাকিব পাৰিলেও খাদ্য নোখোৱাকৈ কিন্তু বাচিব পৰা নাছিল। জুইৰ ব্যৱহাৰ জনাৰ আগত মানুহে খাদ্য কেঁচাই খাইছিল। কিন্তু পিছলৈ অধিক তৃপ্তিদায়ক কৰিবলৈ খাদ্যবস্তু জুইত সেকী খোৱা কৰিলে। কালক্ৰমত মচলাৰ আৱিস্কাৰ আৰু জলকীয়াৰ ব্যৱহাৰে মানুহৰ খাদ্যৰ ৰুচিবোধ আৰু অধিক উন্নত কৰিলে।

ভৌগলিক অৱস্থান আৰু জলবায়ুৰ ভিন্নতাৰ বাবে পৃথিৱীৰ বিভিন্ন জনগোষ্ঠীৰ মাজত খাদ্যৰ ভিন্নতা লক্ষ্য কৰা যায়। পৃথিৱীৰ প্ৰায় সকলো জাতি গোষ্ঠীৰ মানুহে জীয়াই থাকিবলৈ খোৱা মূল খাদ্যৰ উপৰিও উৎসৱ-পাৰ্বন, বিশেষ বতৰ বা সময়ত কিছুমান উপ-আহাৰ বা ব্যতিক্ৰমধৰ্মী খাদ্য সাময়িক ভাবে খোৱা প্ৰৰিলক্ষিত হয়। শৰীৰৰ পুষ্টি বা ক্ষুধা নিবাৰণৰ বাবে এই উপাহাৰ বিলাকৰ গুৰুত্ব নেথাকিলেও কিছুমান বিশেষ পৰম্পৰা ৰক্ষাৰ কাৰণে বিভিন্ন জনগোষ্ঠীৰ মাজত ৰুচি অনুসৰি বিভিন্ন চিৰা-পিঠা, লাড়ু আদি তৈয়াৰ কৰি খোৱাৰ প্ৰচলন পুৰণি কালৰ পৰাই চলি আহিছে। অসমৰ মিঞা মুছলমান জনগোষ্ঠীৰ মাজতো অতীজৰে পৰা চলি আহিছে বিভিন্ন ধৰণৰ জুতি লগা খাদ্য ব্যঞ্জনা। এই জনগোষ্ঠীৰ প্ৰধান খাদ্য ভাত আৰু ৰুটি হলেও বিভিন্ন উৎসৱ-পাৰ্বন, সকাম বা বতৰ বিশেষে কিছু পৰম্পৰাগত উপাহাৰ তৈয়াৰ কৰি খোৱাৰ অভ্যাস বা নিয়ম চলি আহিছে। এই খাদ্য পৰম্পৰা ঠাইভেদে বেলেগ বেলেগ হলেও বহুলভাবে প্ৰচলিত কিছুমান খাদ্যৰ বিষয়ে চমুকৈ উল্লেখ কৰা হ'ল।

**(ক) দুধপিঠা (গাখীৰপিঠা) ঃ** সাধাৰণতে জাৰকালি এইবিধ পিঠা খোৱা হয়। কোনো উৎসৱ-পাৰ্বন বা সকাম-নিকামৰ বিপৰীতে বতৰীয়াভাবেই এই পিঠাবিধ তৈয়াৰ কৰা হয়। পুহৰ পৰা আৰম্ভ কৰি ফাগুনৰ শেষলৈকে এই বিধ পিঠা খোৱাৰ সময়। মিঞা সমাজৰ অতি দৰিদ্ৰ মানুহৰ পৰা আৰম্ভ কৰি ধনী বা আঢ্যৱন্তসকলেও বতৰত অন্ততঃ এবাৰ হলেও এই পিঠা খোৱা দেখা যায়। শীতৰ সেমেকা বতৰত জোঁৱাইক দুধপিঠা খুওৱাটো এটা পৰম্পৰাগত নিয়ম। এই নিয়ম উলংঘা হলে কেতিয়াবা দুই পক্ষৰ মাজত মনোমালিন্য হোৱাৰ ঘটনাও পৰিলক্ষিত হয়। কোনোবাই এসাজ লঘোণ থাকি হলেও বতৰত এবাৰ এই পিঠা খায়।

প্ৰস্তুতকৰণ পদ্ধতি ঃ আৰৈ চাউলৰ গুৰি, গাখীৰ, পানী, গুৰ (গুৰৰ সলনি চেনী) আৰু



খেজুৰৰ গুৰ আদিয়েই এই পিঠা উপকৰণ। গাখীৰত গুৰ (গুৰ অবিহনে চেনী) আৰু খেজুৰৰ গুৰ বা ৰস মিহলাই ডাঙৰ পাত্ৰত উতলোৱা হয়। ভালকৈ উতলোৱাৰ পিছত পাত্ৰটো জুইহালৰ পৰা নমাই থোৱা হয়। 'খোলা' (মাটিৰে তৈয়াৰী পিঠা ভজা আহিলা) জু'হালত গৰম কৰি আৰৈ চাউলৰ গুৰিৰে পানী দি বনোৱা 'গোলা' ঢালি দি পিঠাৰ আকাৰৰ সমান ঢাকনীৰে ঢাকি দিয়া হয়। অলপ পিছত ঢাকনী আতৰাই 'খোলা'ৰ পৰা ভজা পিঠাটো উলিয়াই আনি পূৰ্বতে প্ৰস্তুত কৰি ৰখা গাখীৰত ডুবাই দিয়া হয়। এনেকৈ এটা গাখীৰৰ পাত্ৰত বহুত কেইটা পিঠা ডুবাই ৰখা হয়। গোটেই ৰাতি গাখীৰত ডুবাই ৰাখি ৰাতিপুৱা পৰিবেশন কৰা হয়। ঠেৰেঙা লগা ঠাণ্ডাৰ মাজত এই পিঠা খাই বৰ জুতি অনুভৱ কৰে খাঁওতাসকলে।

**(খ) তেলেৰ পিঠা (মালপোৱা সদৃশ) ঃ** মিঞা জনগোষ্ঠীৰ মাজত পৰম্পৰাগতভাবে চলি অহা এইবিধ পিঠা বৰ্তমান যুগৰ 'মালপোৱা'ৰ প্ৰস্তুত প্ৰণালীৰ লগত একে। আৰৈ চাউলৰ গুৰিৰ লগত পানী আৰু গুৰ (গুৰ অবিহনে চেনী) মিহলাই 'গোলা' বনোৱা হয়। এটা সৰু কেৰাহীত মিঠাতেল ঢালি ভালকৈ উতলোৱা হয়। উতলোৱাৰ পিছত এখন ডাঙৰ চামুচ বা তেনেজাতীয় কোনো সুবিধাজনক পাত্ৰেৰে চাউলৰ গোলা উতলা তেলত ঢালি দিব লাগে। সম্পূৰ্ণ ভজা হোৱাৰ পাছত পূৰ্বতে প্ৰস্তুত ৰখা জোঙা কাঠি এডালেৰে গাথি উতলা তেলৰ পৰা পিঠাখন তুলি অনা হয়। বিয়া বা বিয়াৰ লগত সংশ্লিষ্ট অইন কোনো অনুষ্ঠানকে আদি কৰি মিঞা সমাজৰ প্ৰায় প্ৰতিটো সকাম-নিকামত এই পিঠা পৰিবেশন কৰা বাঞ্ছনীয়। এই পিঠা প্ৰস্তুত কৰোতে কাৰোবাৰ নজৰ (কুদৃষ্টি) পৰিলে বা প্ৰস্তুতকাৰীৰ গা অশুচি থাকিলে উন্নত মানদণ্ডবিশিষ্ট পিঠা নহয় বুলি এটি লোক-বিশ্বাস প্ৰচলিত আছে।

**(গ) কুলি পিঠা (ভজা বা সিদ্ধ) ঃ** বিভিন্ন উৎসৱ-পাৰ্বন, আৰু সকাম-নিকামত এইবিধ পিঠা প্ৰস্তুত কৰি পৰিবেশন কৰা হয়। নাৰিকল ৰুকি লৈ ভজা তিল, ভজা চাউল আৰু চেনীৰ সৈতে পাগ দি এটা উপকৰণ বনোৱা হয়। চাউলৰ গুৰিৰে সিজাই বনোৱা ৰুটিৰ ভিতৰত উপকৰণ অলপ দি অৰ্দ্ধচন্দ্ৰাকৃতিৰ দৰে বনাই ভাজিলেই ভজা কুলি প্ৰস্তুত হয়। আনহাতে ভাপত সিজালে 'সিদ্ধ' কুলি বুলি কোৱা হয়। আৰু উপকৰণবিহীন কুলি পিঠাতকৈ তুলনামূলকভাবে বহুত সৰু অৰ্দ্ধচন্দ্ৰাকৃতিৰ পিঠাসমূহ যদি চেনী আৰু গাখীৰেৰে ৰন্ধা হয় তেন্তে তাক 'দুধকুল' বোলা হয়।

**(ঘ) তালেৰ পিঠা ঃ** বছৰত এবাৰ হলেও 'তালেৰ পিঠা' খালে কিছুমান বিশেষ বেমাৰৰ পৰা মুক্ত থাকিব পাৰি বুলি লোক বিশ্বাস আছে। এই পিঠাৰ বাবে প্ৰয়োজনীয় উপকৰণসমূহ হ'ল — তালৰ ৰস, চাউলৰ গুৰি, চেনী বা গুৰ।

এই পিঠা প্ৰস্তুত কৰোতে তালৰ ৰস, চাউলৰ গুৰি আৰু চেনী বা গুৰ পানীত গুলি লিকটা কৰা হয়। এই লিকটা উপকৰণ প্ৰয়োজনীয় আকৃতিৰ কুমলীয়া কলপাতৰ ওপৰত ৰাখি অন্য এটা কলপাতেৰে ঢাকি হাতৰ তলুৱাৰে হেচি দিয়া হয়। নিৰ্দ্দিষ্ট আকাৰ লোৱাৰ পাছত কলপাত সহ 'খোলা' (মাটিৰে তৈয়াৰী পিঠা ভজা পাত্ৰ)ত সেকা হয়। ৰুচি অনুযায়ী সেকাৰ পাছত গৰমে গৰমে পৰিবেশন কৰা হয়। (সংগ্ৰহ ঃ জামেলা খাতুন, খেল্লী, জিলা - বৰপেটা)।

**(ঙ) ভাপা পিঠা (টেকেলী পিঠা) ঃ** পানীৰ ভাপত সিজোৱা হয় বাবে এই পিঠাক ভাপা পিঠা বোলে। চাউলৰ গুৰিত অলপ পানী দি ভালকৈ সানি লোৱা হয়। এই গুৰি বাঁহৰ চালনীৰ মাজেৰে পাৰ হৈ যাবলৈ দি সৰু সৰু দানা আকৃতিৰ কৰা হয়। পানীৰ ভাপ সোমাব পৰা পৰিস্কাৰ কপাহী কাপোৰ এডোখৰ নিৰ্দ্দিষ্ট আকৃতিৰ পাত্ৰ (কেটলীৰ ঢাকনী বা সৰু মাটিৰ 'খৰা')ত লৈ তাত পিঠাগুৰিৰ দানা ভৰাই উতলা পানীৰ ভাপত সিজোৱা হয়। এই ক্ষেত্ৰত পিঠা গুৰিৰ দানাৰ বিভিন্ন তৰপৰ মাজত নাৰিকল আৰু চেনী বা কোনো কোনো ক্ষেত্ৰত গুৰ দি সুস্বাদু কৰা হয়। জাৰ কালি ৰাতিপুৱা জলপানৰ লগত গৰম গৰম ভাপা পিঠা পৰিবেশন কৰাটো মিঞা মুছলমান জনগোষ্ঠীৰ এটা পৰম্পৰাগত খাদ্যাভ্যাস। আজি কালি অৱশ্যে গাওঁ অঞ্চলৰ চাহদোকান বিলাকত এই পিঠা ব্যৱসায়িক ভিত্তিত বনোৱা হয়।

**(চ) চিতি পিঠা ঃ** দুধেৰ পিঠা প্ৰস্তুত প্ৰণালীত উল্লেখ কৰা পিঠা বিধ গাখীৰত ডুবোৱাৰ আগৰ অৱস্থাক চিতি পিঠা বুলি কোৱা হয়। বৰ্ত্তমান গাওঁ অঞ্চলৰ চাহদোকান বিলাকত চিতি পিঠা ব্যৱসায়িক ভিত্তিত বনোৱা পৰিলক্ষিত হয়।

**(ছ) ছিটৰুটি ঃ** চাউলৰ গুৰি পনীয়াকৈ 'গুলি' লোৱা হয়। ৰুচি অনুযায়ী নিমখ মিহলোৱা হয়। 'খোল'ত অলপ মিঠাতেল সানি জুহালত গৰম কৰা হয়। হাতৰ পাঁচ আঙুলি চাউলৰ গুৰিৰ পনীয়া 'গোলা'ত জুবুৰিয়াই গৰম খোলাত ছটিয়াই ছাটিয়াই সেকা হয়। পিছত মাংসৰ আঞ্জাৰে এই পিঠা পৰিবেশন কৰা হয়।

**(জ) সংসাৰ পিঠা ঃ** মাংস ভালকৈ সিজাই খুন্দি খুন্দি মিহি কৰা হয়। পিয়াজ, জলকীয়া, আদা আৰু বিভিন্ন গৰম মছলাৰে মিহি মাংসখিনি মিঠাতেল বা ডালডাৰে ভালকৈ ভজা হয়। পিঠাগুৰি সিজাই বনোৱা ৰুটিৰ ভাজত ভজা মাংস অলপ দি অৰ্দ্ধচন্দ্ৰাকৃতি বা ত্ৰিভুজাকৃতি বনাই তাক তেলত ভাজি লৈ গৰম গৰম পৰিবেশন কৰা হয়। এই পিঠা বিধ বৰ তৃপ্তিদায়ক। বছৰৰ যিকোনো সময়ত এই পিঠা খোৱা হয়। (সংগ্ৰহ ঃ ছালেহা খানম, শাওৰাচৰ, জিলা - বৰপেটা)

**(ঝ) মুইঠা/দইলা পিঠা ঃ** পিঠাগুৰিত পানী ঢালি দি ঘন এঠা জাতীয় কৰা হয়। ইয়াত



ৰুচিমতে নিমখ অলপ মিহলোৱা হয়। এই এঠা জাতীয় পিঠাগুৰিখিনি দুই হাতৰ তালুৰে পিহি পিহি দুই মূৰ জোঙা মাজত ফুলি উঠা এক বিশেষ আকৃতিৰ বনোৱা হয়। এনেকৈ পিঠাবিলাক বনাই ভাপত সজোৱা হয়। কেতিয়াবা এই পিঠা খোলাত ভজাও হয়। সাধাৰণতে জাৰকালি এই পিঠা গৰম গৰম পৰিবেশন কৰা হয়।

**(ঞ) পাটিসাপটা/পাটিজৰা পিঠা ঃ** পিঠাগুৰি গাখীৰ (গাখীৰ পৰ্য্যাপ্ত পৰিমাণে নেথাকিলে পানী) মিহলাই পনীয়া কৰা হয়। পৰিমিত চেনীও দিয়া হয়। খোলা (পিঠা ভজা মাটিৰ আহিলা) গৰম কৰি অলপমান মিঠাতেল ঢালি খোলাটো পিছল কৰা হয়। তৰল পিঠা 'গোলা' অলপমান ঢালি দি কিছু সময় তেনেকৈ ৰখা হয়। পিছত এফালৰ পৰা খোলাত সিচঁৰিত পিঠাটো ভাজ কৰি (জ্জজ্জ) এই পিঠাবিধ বনোৱা হয়। পাটিসাপটা পিঠাও বৰ জুতি লগা বিধৰ। কোনো সকাম-নিকামত এই পিঠা পৰিবেশন কৰা পৰিলক্ষিত হয়।

**(ট) কলা পিঠা ( কলেৰে বনোৱা নাস্তা) ঃ** সাধাৰণতে পকা আঠিয়া কল সানি গৰম কৰি তাৰ ৰস উলিয়াই লোৱা হয়। পিঠাগুৰি পানীৰে ঘন এঠাজাতীয় কৰা হয়। তাৰ পাছত সেইবোৰ দুই হাতেৰে সৰু সৰু গুটি/স্বেৱাই বনোৱা হয়। চেনী বা গুৰ, কিছু পানী আৰু গাখীৰ এটা পাত্ৰত উতলোৱা হয়। ভালকৈ উতলোৱাৰ পাছত পিঠা গুৰিৰে তৈয়াৰী গুটি বা স্বেৱাই বিলাক সেই উতলা গাখীৰত ঢালি দি ভালকৈ আৰু কেইবাবাৰো উতলোৱা হয়। ঘন হৈ আহিলে জুইৰ পৰা নমাই ঠাণ্ডা হবলৈ দিয়া হয়। এই পিঠা সাধাৰণতে জাৰকালি বনোৱা হয়। (সংগ্ৰহ ঃ জবেদা খাতুন, গাছবাৰী চৰ, মংগলদৈ)

**(ঠ) মুখ শলা পিঠা ঃ** চাউল গুৰি পাতল কাপোৰেৰে ঢাল গৰম পানীত গুলি গোলা বনাই লোৱা হয়। গোলাখিনি হাতৰ পাচ আঙুলিৰে মিঠা তেল সনা গৰম কেৰাহীত সেকি ৰদত শুকুৱাই লোৱা হয়। প্ৰয়োজনত তেলত ভাজি গৰম গৰম পৰিবেশন কৰা হয়।

**(ড) চুংগা পিঠা ঃ** পৰিমাণ মতে নিমখ দি চাউলৰ গুৰি পানীত টানকৈ গুলি লৈ বাঁহৰ চুঙাত ভৰাই জুইত পুৰিব লাগে। আধা পোৰা চুঙাটো ভাঙি পিঠাখিনি গৰমে গৰমে পৰিবেশন কৰা হয়।

**(ঢ) খাস্তা পিঠা ঃ** নাৰিকল ৰোকা, তিল আদি চেনীৰে পাগ দি উপকৰণ বনোৱা হয়। চাউলৰ গুৰি টানকৈ গুলি সিজাই লৈ তাৰে চিঙৰাৰ নিচিনা আকৃতি বনাই পাগ দি উপকৰণ ভিতৰত ভৰোৱা হয়। এইখিনি বস্তু তেলত ভাজি পৰিবেশন কৰা হয়।

**(ন) আনদোশা ঃ** চাউলৰ গুৰি পানীত গুলি সিজাই লৈ তাৰে সৰু সৰু ৰুটিৰ নিচিনা বনোৱা হয়। পূৰ্বতে প্ৰস্তুত কৰা নাৰিকল, চেনী আৰু ভজা চাউলৰ গুৰিৰে বনোৱা উপকৰণ ৰুটিৰ মাজত ভৰাই মাৰ্বলৰ আকৃতিৰ সৰু সৰু গুটি বনোৱা হয়। এই বিলাক তেলত ভাজিলে ফুলি উঠে। এই বিধ পিঠা গৰমে গৰমে পৰিবেশন কৰিলে যথেষ্ট জুতি লগা হয়।

(ত) **উষ্ণা চাউল ঃ** অসমত একমাত্ৰ মিঞা জনগোষ্ঠীৰ লোকৰ দ্বাৰা উৎপাদিত চীনা ধানেৰে এইবিধ ব্যঞ্জন বনোৱা হয়। চীনা ধান সিদ্ধ কৰি শুকুৱাই লৈ "বাইলা ৰাইঙ"ত বালিৰ সৈতে ভাজি চালনীৰে চালি উখোৱা চাউল খিনি পৃথক কৰা হয়। এইবিধ ব্যঞ্জন সাধাৰণতে বৰষুণ বতৰত খোৱা হয়। (ক্ৰমিক নং (ঠ)ৰ পৰা (ত) লৈকে সংগ্ৰহ ঃ স্বাহিদা খাতুন, কলগাছিয়া, বৰপেটা)

(থ) **শেৰাই নাস্তা ঃ** পিঠা গুৰি সিজাই হাতেৰে পিহি পিহি বনোৱা শেৰাই চেনী, গাখীৰ আদিৰে জুইশালত ৰান্ধি এই বিধ নাস্তা তৈয়াৰ কৰা হয়। ই এবিধ সুস্বাদু ব্যঞ্জন। এই বিধ ব্যঞ্জন মিঞা সমাজৰ প্ৰতিটো উৎসৱ পাৰ্বন, সকাম-নিকামত প্ৰস্তুত কৰা হয়।

(দ) **পাচৈ ঃ** মিঞা জনগোষ্ঠীৰ একাংশ মানুহৰ ই এক বিশেষ খাদ্য সম্ভাৰ। এই বিধ খাদ্য প্ৰস্তুত কৰোতে প্ৰায় আঠ দশ দিন সময় লাগে। লোক বিশ্বাস মতে এই বিধ খাদ্য খালে গাৰ বিষ ভাল হয়। মূত্ৰাশয় জনিত বহু কঠিন বেমাৰৰ পৰা হাত সাৰিব পাৰি। সাধাৰণতে জহ কালি বহাগ জেঠ মাহত প্ৰখৰ ৰদত অতি কষ্টকৰ নিৰণী কাম কৰি উঠি শাৰীৰিক অৱসাদ লাঘব কৰাৰ বাবে এই বিধ খাদ্য খোৱা হয়। এই বিধ খাদ্যৰ প্ৰস্তুত প্ৰণালীৰ লগত কিছু লোক বিশ্বাস জৰিত হৈ আছে। বনোৱাৰ সময়ত খাদ্যবিধ যিমান ফুলি উঠে সেই সংসাৰত সিমান উন্নতি হয় বুলি বিশ্বাস কৰা হয়।

পাচৈ প্ৰস্তুত প্ৰণালী ঃ আহুধান পানীত তিয়াই ঘৰৰ এচুকত ৰ'দ পৰা ঠাইত কলপাত পাৰি তাৰ ওপৰত দম কৰি ঢাকি থোৱা হয়। এক সপ্তাহমান পাছত গজালি বিলাক বিশেষ পদ্ধতিত ধানৰ পৰা এৰুৱাই আনি ঢেকীত খুন্দিয়াই গুৰি কৰা হয়। মিহি আৰৈ চাউলৰ ভাত ৰান্ধি এটা মাটিৰ 'খোলা' (মাটিৰে তৈয়াৰী বহল মুখৰ ডাঙৰ কলহৰ আকৃতিৰ এবিধ পাত্ৰ)ত চেনী বা গুৰ দি পৰিমিত পানী দিব লাগে। শেষত গৃহস্থৰ সামৰ্থ্য অনুযায়ী গাখীৰ দি ধানৰ গজালিৰে তৈয়াৰ কৰা গুৰি ভালকৈ মিহলাই বতাহ সোমাব নোৱাৰাকৈ বন্ধ কৰি থোৱা হয়। সম্পূৰ্ণ একদিন অৰ্থাৎ ১২ ঘন্টা পাৰ হোৱাৰ পিছত পৰিবেশন কৰা হয়। ঠাইভেদে দুই তিনি দিন পিছতো খোৱাৰ বাবে সংৰক্ষণ কৰা পৰিলক্ষিত হয়। কিছুমান অঞ্চলত এইবিধ খাদ্য সম্ভাৰক 'বহ্নী' (বক্‌নী) বুলি কোৱা হয়। (সংগ্ৰহ ঃ সাহাৰ উদ্দিন, মংগলদৈ আৰু গোলাপজান খেল্লী, বৰপেটা)

(ধ) **খিচুৰী ঃ** জলকীয়া, নিমখ, হালধি, জিৰা, ধনীয়া/ৰান্ধনীৰ গুৰি আদি মচলা মিহলাই ৰন্ধা ভাতক খিচুৰী বুলি কোৱা হয়। প্ৰস্তুত হোৱাৰ পিছত সুস্বাদু আঞ্জাৰে পৰিবেশন কৰা হয়।

কোনো কোনো ক্ষেত্ৰত পনীয়া খিচুৰী প্ৰস্তুত কৰা হয়।

(ন) **পান্তা ভাত আৰু কৰ্‌কৰা (জক্‌ৰা ভাত) ঃ** ৰাতিৰ ৰাহি হোৱা ভাত গৰম কালি পানী



দি থৈ দিয়া হয় আৰু পিছদিনা ৰাতিপুৱা পিয়াজ আৰু কেঁচা জলকীয়াৰে খোৱা হয়। ইয়াক 'পান্তা ভাত' বোলে। জাৰকালি ৰাতি ৰাহি হোৱা ভাত পানী নিদিয়াকৈ ৰাখি ৰাতিপুৱা নিমখ, তেল, জলকীয়া, পিয়াজ আদিৰে সানি খোৱা হয়। ইয়াক কৰ্‌কৰা (জক্‌ৰা) ভাত বুলি কোৱা হয়। সাধাৰণতে খেতি পথাৰত কাম কৰা মানুহে দোক্‌মোকালিতেই এনেকুৱা ভাত খাই উঠি পথাৰলৈ ধাপলি মেলে।

নগাওঁ জিলাৰ বিভিন্ন অঞ্চলৰ খাদ্যাভ্যাসৰ প্ৰতি লক্ষ্য কৰিলে দেখা যায় যে নামনি অসমৰ লগত মধ্য অসমৰ খাদ্যাভ্যাসৰ কিছু পাৰ্থক্য আছে। এই পাৰ্থক্য খুব বেছি নহয়।

মাছ, মাংস, শুকান মাছ সকলোতে খায়। তথাপি ইয়াত বিশেষ গুৰুত্ব শুকান মাছৰ ওপৰত দিয়া হয়। গৰৈ মাছৰ (লাটি মাছৰ) ভৰ্ত্তা এই অঞ্চলত খুব জনপ্ৰিয়। ৰৌ মাছ আৰু ডাঙৰ গৰৈ মাছৰ দাম সমানেই। শুকান মাছৰ ভিতৰত সাগৰীয় মাছৰ উপৰিও স্থানীয় পুঠি মাছেৰে বনোৱা এক প্ৰকাৰ বিশেষ শুকান মাছক চেপা বুলি কোৱা হয়। এই চেপাৰ বৰ আদৰ।

**চেপা ঃ** পুঠি মাছ ভালকৈ ছাফা কৰি পেট কাটি পেটু উলিওৱা হয়, নাইবা টিপিও পেটু উলিওৱা হয়। ভাদ আহিনত এই মাছৰ তেল হয়। তেতিয়া মাছ খিনি অলপ ৰদত শুকুৱাই বৈয়ামত এটা এটাকৈ জাপি থৈ টানকৈ সাফৰ লগাই থোৱা হয়। বৈয়ামটো ৰ'দত শুকুৱা হয়। লাহে লাহে মাছ খিনি শুকাই তেলীয়া হৈ পৰে। এক দুই মাহৰ পিছত তাৰ পৰা উলিয়াই ছাফা কৰি ঠাণ্ডা পানীৰে ধোৱা হয়। পিছত অলপ গৰম পানীৰে ধুই তেলত ভজা হয়। তেলত ভাজিলে মাছখিনি গোটা অৱস্থাত নাথাকে। কেচা জলকীয়া ২০-২৫টা মান, নহৰু দুটা আৰু ৫০ গ্ৰাম মান চেপা মাছ। জলকীয়া আৰু নহৰু তেলত ভাজি মাছত দিয়া হয়। চামুচেৰে মাছ আৰু মছলা খিনি মিহলোৱা হয়। ধুনীয়া গোন্ধ এটা চাৰিওফালে বিয়পি পৰে। দাইলৰ লগত খাই খুবেই মজা। আনকি এই অঞ্চলত এই চেপা মাছৰ ভৰ্ত্তাক মাংসৰ লগত তুলনা কৰা হয়। বাৰিষাৰ দিনত ইয়াক বেছিকৈ খোৱা হয়। চেপা ভৰ্ত্তা খালে মেলেৰিয়াৰ বীজাণু নষ্ট হয় বুলি লোক বিশ্বাস। গৰম কালি ৰাতিৰ ঠাণ্ডা ভাত পানী ঢালি চেপা ভৰ্ত্তাৰে খালে বেলেগ ধৰণৰ সোৱাদ পোৱা যায়। খোৱাজনেহে উপলব্ধি কৰিব পাৰে। নামনি অসমত চেপা মাছ নোপোৱা নহয়। কিন্তু কম সংখ্যক মানুহে ইয়াক গ্ৰহণ কৰে। আনহাতে এই অঞ্চল শতকৰা এশ জনেই ইয়াক খায়। ব্যৱসায় ভিত্তিত ডাঙৰ কলহত চেপা মাছ প্ৰস্তুত কৰা হয়।

**পিঠা ঃ** পিঠা পনা অসমীয়া সমাজ তথা গোটেই অসমতে প্ৰচলন আছে। বৰপেটা, ধুবুৰী, গোৱালপাৰা অৰ্থাৎ নামনি অসমৰ লগত উজনি অসমৰ পিঠা, পনাৰ বহুত মিল আছে। তাৰে মাজত কিছু নতুন পিঠাৰ প্ৰচলন নথকা নহয়। তাৰে কেইবিধৰ আলোচনা কৰা হ'ল।

**পাপৰ পিঠা ঃ** এই বিধ পিঠা ময়দাৰে বনোৱা হয়। ময়দাৰ লগত বজৰুৱা ৰং, চপ, কালিজিৰা মিহলাই পানীৰে গুলি কাহীৰ তলিত পাতলকৈ বাকি দিয়া হয়। তাৰ পিছত কেৰাহীত পানী দি তাৰ ওপৰত ধানখেৰ দি গৰম কৰা হয়। তাৰ মাজত কাঠৰ টুকুৰা এটা পাৰি লৈ থালখন বহুৱাই দি ঢাকনিৰে ঢাকি দিয়া হয়। দুই তিনি মিনিট সিজাৰ পিছত ব্লেডেৰে চাৰিকোনীয়াকৈ কাটি টুকুৰা কৰি চালনী বা ডলাৰ ওপৰত ৰ'দত মেলি দিয়া হয়। ভালকৈ শুকোৱাৰ পিছত খোৱা তেল গৰম কৰি তাৰ মাজত এৰি দিলে পাপৰ ফুলি উঠে আৰু মচ্‌মচীয়া হয়। এই পিঠা চাহৰ লগত পৰিবেশন কৰা হয়। খাবলৈ বৰ সোৱাদ লগা।

**আউলাকেশী ঃ** আৰৈ চাউল গুৰি কৰি কাপোৰেৰে চালি অতি মিহি গুৰি খিনি পানীত গুলি লোৱা হয়। সেই মিশ্ৰণখিনি পাত্ৰ এটাত থৈ লোৰ তাওৱা গৰম কৰি মিঠাতেল দি হাতৰ আঙুলি কেইটা মিশ্ৰণ খিনিত ডুবাই দিয়া হয়। আঙুলিত লাগি থকা চুলিৰ নিচিনা মিহি মিশ্ৰণ খিনি তাওৱাৰ ওপৰত দিয়া হয়। খন্তিৰে সেইখিনি কোনীয়া কৰি অলপ ভাজি নমাই ৰ'দত শুকোৱা হয়। ৰ'দত শুকোৱাৰ পিছত তেলত ভাজিলে ফুলি উঠে। ই দেখাত চুলিৰ নিচিনা মিহি হয় বাবেই আউলাকেশী নাম হৈছে বুলি কোৱাৰ থল আছে। আউলি বাউলী হোৱা চুলিৰ দৰে পিঠাৰ আকৃতি বাবেই আউলাকেশী বুলি কোৱা হয়।

**ফুল পিঠা ঃ** এই বিধ পিঠা নগাঁও জিলাৰ প্ৰায় বিলাক মুছলিম মানুহৰ ঘৰতে বনোৱা হয়। ঈদৰ আগত এই পিঠা বনোৱাৰ প্ৰতিযোগিতা চলে। সিদ্ধ চাউল পানীত তিয়াই থৈ পটাত পিহি পানীৰে মিহলাই মিশ্ৰণ তৈয়াৰ কৰা হয়। পলিথিনৰ ডাঠ মোনাত ভৰাই লোৱা হয়। চুকত সৰু ফুটা এটা কৰা হয়। কলপাতত লাহে লাহে সেই মিশ্ৰণখিনি মোনাৰ পৰা হেচি বাহিৰ কৰা হয়। বিভিন্ন ফুলৰ আকৃতিত বনোৱা হয়। গছৰ বিভিন্ন পাতৰ আকৃতিও কৰা হয়। কলপাতটো লাহেকৈ কেৰাহিত বহুৱাই দি সিজোৱা হয়। কেৰাহিত ধানখেৰ আৰু পানী গৰম কৰি ৰখা হয়। কলপাতৰ পিঠা খিনি সিজাৰ পিছত ৰ'দত মেলি দিয়া হয়। ৰ'দত শুকোৱাৰ পিছত গৰম তেলত ভাজি চাহ, খীৰ আদিৰ লগত পৰিবেশন কৰা হয়। খাবলৈ বৰ মজা। আজি কালি বজৰুৱা ৰং সানি পিঠাৰ সৌন্দৰ্য্য বঢ়োৱা হয় ঠিকেই কিন্তু গুণগত মান নষ্ট কৰা হয়। এই পিঠা জিলাপীৰ দৰেই বনোৱা হয়। জিলাপী তেলত ভজা হয়। এই পিঠা কলপাতত দি পানীত সিজোৱা হয়। (সংগ্ৰহ ঃ আব্দুল মান্নান, মেৰাবাৰী, মৰিগাঁও)

**সিদঁল ঃ** শুকান মাছৰ গুৰিৰ ৰে বনোৱা এক বিশেষ ধৰণৰ খাদ্য। ইয়াৰ সৈতে বনোৱা খাৰৰ আঞ্জা বৰ সুস্বাদু। পুৰান গোয়ালপাৰা জিলাত ইয়াৰ প্ৰচলন বেছি। শুকান মাছৰ গুৰিৰ লগত মান কচুৰ ঠাৰি টুকুৰা কেইটা কেইটা একেলগে খুন্দি ইয়াৰ লাড়ু তৈয়াৰ কৰি ৰ'দত শুকাব লাগে। মহ-মাখিয়ে যাতে লাড়ুবোৰ নষ্ট কৰিব নোৱাৰে তাৰ বাবে ইয়াৰ ওপৰত সৰিয়হৰ তেল আৰু হালধিৰ গুড়িৰ মিশ্ৰণৰ প্ৰলেপ লগাই দিলে ভাল ফল পোৱা



যায়। এইদৰে কেবাদিন শুকাই অৱশেষত এই লাড়ুবোৰ ভাঙি আগৰ দৰে নতুনকৈ লাড়ু কিছুমান বনোৱা হয়। এনেকৈ তৈয়াৰ কৰা তৃতীয় স্তৰৰ লাড়ুবোৰ বেছি সুস্বাদু হয়। এই লাড়ুবোৰেই সিদঁল। কলগছৰ শুকান বাকলিৰে ভালদৰে মেৰিয়াই সিদঁল লাড়ুবোৰক দুই-তিনি বছৰলৈকে সাঁচি থব পাৰি। জাঁতি লাউৰ কুমলীয়া পাতৰ লগত সিদঁলৰ লগত খাৰৰ আঞ্জা অতি প্ৰিয় খাদ্য। (সংগ্ৰহ ঃ মজিবৰ ৰহমান, আগমনী, ধুবুৰী)

ইয়াৰোপৰি গৰমৰ দিনত আম-কঠাল খোৱা পৰম্পৰাগতভাবে চলি আহিছে। জোঁৱাই সমন্বিতে আত্মীয় স্বজনক নিমন্ত্ৰণ কৰি আনি এক আনন্দমুখৰ পৰিবেশত বিভিন্ন চিৰা-মুৰীৰ লগত আম কঠাল খুওৱাটো মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত এক বিশেষ পৰম্পৰা। জহ-কালি অন্ততঃ এবাৰ হ'লেও জোৱাইক গাখীৰ ভাতৰ লগত আম-কঠালৰ ৰস চেপি খুৱাব নোৱাৰিলে শশুৰ-শাহুৰ মনে বেজাৰ অনুভৱ কৰে। গৃহস্থৰ আৰ্থিক অৱস্থা যিমানেই বেয়া নহওক লাগিলে জোঁৱাইক এই বতৰত আম-কঠাল খুওৱাটো এটা পৰম্পৰাগত নিয়ম। আত্মীয়-কুটুম্ব একেলগে আম-কঠাল খোৱাৰ সময়ত ৰাতি 'পুথিপাঠ' বা 'কেচ্ছা' গীতিৰ আয়োজন কৰাও দেখা যায়।

বছৰৰ যিকোনো সময়ত উৎসৱ-পাৰ্বন বা কোনো সকামত পায়স, পোলাও, নাস্তা, কোৰ্মা, কোপ্তা আদি খোৱাৰ সাধাৰণ নিয়মৰ উপৰিও চিৰা-মুৰী, ভজা চাউল আদি নিজ নিজ ঘৰত প্ৰস্তুত কৰি খোৱাটোও মিঞা মুছলমান জনগোষ্ঠীৰ এটি পৰম্পৰা। তাৰোপৰি ধুবুৰী অঞ্চলৰ কিছুমান মানুহে শুকান মাছেৰে তৈয়াৰী এবিধ জুতি লগা ব্যঞ্জন খোৱা পৰিলক্ষিত হয়। ইয়াক সিদঁল বোলে।



খোলা



বাইলা ৰাইং



কাপা / ওৰণ



খাদা



মাইট / কোলা



ঝানজইৰ ছাৰনী



# অসমৰ মিঞা জনগোষ্ঠীৰ মাজত প্রচলিত পৰম্পৰাগত খেল ধেমালী

হেলাল উদ্দীন আহমেদ

আদিম যুগত মানুহে প্রকৃতিৰ লগত যুদ্ধ কৰি জীৱন যাপন কৰিব লগা হৈছিল। খাদ্যৰ সন্ধানত অনাই বনাই ঘুৰি ফুৰিব লগা হোৱা বাবে অন্য কথা চিন্তা কৰাৰ অৱকাশ পোৱা নাছিল। কালক্রমত কৃষি পদ্ধতিৰে জীৱন যাপন আৰম্ভ হোৱাত পূৰ্বৰ অঘৰী জীৱনৰ সমাপ্তি ঘটে। মানুহে বতৰত কৃষি কৰ্ম কৰাৰ পিছত আজৰি সময় পাৰ কৰাৰ বাবে বিভিন্ন ধৰণৰ উপায় উদ্ভাৱন কৰিলে। পৰ্য্যায়ক্রমে বিভিন্ন ধৰণৰ খেলা-ধূলা, নাচ-গান আদি উৎকৰ্ষিত হব ধৰিলে। জলবায়ু, ভৌগলিক অৱস্থান, পৰিবেশ পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰি মানুহৰ মনৰ অবসাদ দুৰ কৰিবলৈ ঠাই ভেদে বেলেগ বেলেগ ধৰণৰ খেলা ধূলা নাচ গানৰ প্ৰচলন হয়। তেনেকৈ একোটা একোটা জনগোষ্ঠীৰ নিজস্ব শৈলীৰ কিছুমান খেলা-ধূলা, নাচ-গানৰ প্ৰচলন আৰম্ভ হ'ল। বৰ্তমান পৃথিৱীৰ বিভিন্ন দেশত পাৰস্পৰিক সহযোগিতা আৰু আদান প্ৰদানৰ ফলত জনপ্ৰিয় কিছুমান আন্তৰ্জাতিক খেলা ধূলা পৃথিৱীৰ চুকে কোনে বসবাস কৰা প্ৰায় সকলো মানুহেই চৰ্চা কৰিলেও বিভিন্ন জনগোষ্ঠীৰ মাজত পৰম্পৰাগতভাবে চলি থকা কিছুমান বিশেষ ধৰণৰ ক্ৰীড়াৰ অনাদৰ কেতিয়াও হোৱা নাই। অসমৰ মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত কিছু পৰম্পৰাগত খেল ধেমালী ইয়াত দাঙি ধৰাৰ প্ৰয়াস কৰা হ'ল।

### মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত খেল ধেমালী

(ক) গুডু গুডু বা টক্ টক্ খেল ঃ 'গুডু গুডু' বা 'টক্ টক্ খেল' খেলবিধ মিঞা মুছলমান জনগোষ্ঠীৰ মাজত অতি জনপ্ৰিয়। সৰু ল'ৰা ছোৱালীৰ পৰা আৰম্ভ কৰি বৃদ্ধলৈকে গাঁৱৰ



আটায়ে এই খেলা উপভোগ কৰি ভাল পায়। এই খেল বিধ 'কাবাডি' নামেৰে আন্তৰ্জাতিক মৰ্য্যাদা পোৱা খেলৰ লগত সামঞ্জস্য আছে।

এই খেলৰ বাবে ৭ হাত বহল আৰু ১৪ হাত দীঘল এখনি খেল পথাৰৰ প্ৰয়োজন। তলৰ চিত্ৰত দেখুওৱা ধৰণে পথাৰ খনৰ সোমাজেৰে পথালিকৈ আচ এটা টানি দুটা সমান ভাগত ভাগ কৰা হয়। দুটা বিপৰীত কোঠাত দুই দলৰ খেলুৱৈ থাকে —

দুই পক্ষত ৭ জনকৈ মুঠ ১৪ জন খেলুৱৈৰ প্ৰয়োজন হয়। কোনোবা এটা দলৰ এজন খেলুৱৈ 'টক্ টক্', 'ডিগ ডিগ' বা 'গুড়ু গুড়ু' বুলি "দম"(মাত) দি বিপক্ষ দলৰ কোঠাত সোমাই যাব লাগে। দম দিয়া খেলুৱৈজন নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত অৰ্থাৎ এক দমত বিপক্ষৰ কোনোবা খেলুৱৈক হাত বা ভৰিৰে চুই নিজৰ কোঠাত ঘূৰি (উভতি) আহিব পাৰিলে বিপক্ষৰ সেই স্পৰ্শ কৰা খেলুৱৈ জনক সেই সময়ৰ বাবে 'মৰা' বুলি ধৰি লোৱা হয়। এই ক্ষেত্ৰত মৰা খেলুৱৈজন নিজৰ কোঠাৰ বাহিৰত বহি থাকিব লাগে। লগতে দম দিয়া পক্ষৰ কোনোবা খেলুৱৈ 'মৰা' থাকিলে তেওঁ ক্ৰমানুসাৰে পুনৰ 'জীয়া' হৈ খেলিব লাগে। আনহাতে বিপক্ষৰ খেলুৱৈ সকলে দম দিয়া জনক নিজৰ কোঠাৰ ভিতৰত ধৰি ৰাখিব পাৰিলে দম দিয়া জনক মৰা বুলি ধৰা হয়। এই ক্ষেত্ৰতো বিপক্ষ দলৰ কোনো খেলুৱৈ মৰা থাকিলে তেওঁ ক্ৰমানুসাৰে

পুনৰ জীয়া হৈ খেলিব পাৰে। এনেকৈ কোনোবা এটা পক্ষৰ গোটেই কেইজন খেলুৱৈ মৰা পৰিলে এক 'গেম' খেলা সম্পূৰ্ণ হোৱা বুলি কোৱা হয়। খেল পৰিচালনা কৰিবলৈ এজন 'ৰেফাৰী' (খেল পৰিচালক) আৰু দুজন বিচাৰক থাকে।

এই খেলবিধে পূৰ্ব-কালৰ পৰাই গাঁৱলীয়া মিঞা ৰাইজৰ সাধাৰণ আনন্দৰ খোৰাক পৰম্পৰাগতভাবে যোগাই আহিছে। নগৰীয়া লোকৰ মাজত যদিও এই খেলৰ জনপ্ৰিয়তা হ্ৰাস পাইছে, গাঁৱলীয়া মানুহৰ মাজত ইয়াৰ আদৰ এতিয়াও বিৰাজমান।

**(খ)গুদুল্লা খেল ঃ** এই খেলবিধ সাধাৰণতে গাঁৱৰ সৰু সৰু ল'ৰাবোৰেহে খেলে। এই খেলবিধৰ বাবে তলত দেখুওৱা ধৰণৰ পথাৰ এখন লাগে। খেল পথাৰখনৰ কোনো ধৰা বন্ধা জোখ নাই। খেলুৱৈৰ সংখ্যা বেছি হলে খেল পথাৰৰ আকাৰ ডাঙৰ হব পাৰে। এই খেলৰ বাবে দুই পক্ষত ৫ জনকৈ মুঠ ১০ জন খেলুৱৈৰ আৱশ্যক হয়।

প্ৰথম পক্ষৰ খেলুৱৈ কেইজন মূল কোঠাটোত থাকে। দ্বিতীয় পক্ষৰ খেলুৱৈ সকল চিত্ৰত দেখুওৱাৰ দৰে ১ম জন খেলপথাৰৰ সোঁমাজেৰে দীঘলে টনা ৰেখা (শিক দাইৰ) ডালত থাকে। তেওঁ ৰেখা ডালৰ ইমূৰৰ পৰা সিমূৰলৈ যাব পাৰে। তাৰ পিছৰ কেইজন ক্ৰমে ২য়, ৩য়, ৪ৰ্থ আৰু ৫ম ৰেখাত থাকে। মূল কোঠাৰ পৰা প্ৰথম পক্ষৰ এজন এজনকৈ খেলুৱৈ বাহিৰ ওলাই দ্বিতীয় পক্ষৰ বাধা অতিক্ৰম কৰি প্ৰতিটো কোঠা গছকি পুনৰ মূল



কোঠালৈ আহিব লাগে। এই ক্ষেত্ৰত চিত্ৰত দেখুওৱা ধৰণে 'নুন' কোঠা গছকাটো বাধ্যতামূলক। দ্বিতীয় পক্ষৰ খেলুৱৈ সকলে বাধা দিয়া সময়ত হাতৰ দ্বাৰা বা গাৰ বলেৰে বাধা দিব নোৱাৰে। মাত্ৰ ভৰিৰে প্ৰথম পক্ষৰ খেলুৱৈৰ ভৰিত চুব পাৰিলেই খেলুৱৈ জনক মৰা বুলি ধৰা হয়। প্ৰথম পক্ষৰ আটাই কেইজনক 'মৰা' কৰিব নোৱাৰালৈকে এইদৰে খেল চলিয়ে থাকে। প্ৰথম পক্ষৰ আটাই কেইজন খেলুৱৈ 'মৰা' হলেহে দ্বিতীয় পক্ষই প্ৰথম পক্ষৰ দৰে পুনৰ খেল আগৰ নিয়মত আৰম্ভ কৰে।




**(গ) গাছবাৰী ঃ** এইবিধ খেল সাধাৰণতে গৰখীয়া বিলাকে গৰু চৰাবলৈ গৈ পথাৰত খেলে। চৰণীয়া পথাৰত গৰু এৰি দি সময় পাৰ কৰাবলৈ কেইবাজন গৰখীয়া মিলি এই খেল খেলে। এই খেলত এজন প্ৰথম পক্ষত থাকে। আৰু বাকী কেইজন দ্বিতীয় পক্ষত থাকে। চিত্ৰত দেখুওৱাৰ দৰে এডাল মাৰি থিয়কৈ পুতি তাৰ ওপৰত ৬ ৰ পৰা ৮ ইঞ্চি দীঘল গুটি (বাহৰ কামি চুচি বনোৱা সৰু মাৰি) ভূমিৰ সমান্তৰালকৈ ৰাখি প্ৰথম পক্ষৰ খেলুৱৈ জনে হাতত থকা এছাৰীৰে শূণ্যত 'গুটি' ডাল স্পৰ্শ কৰিব পাৰিলে প্ৰথম পক্ষৰ খেলুৱৈ জন 'মৰা' বুলি ধৰে। এইক্ষেত্ৰত এছাৰীৰে স্পৰ্শ কৰা জনে প্ৰথম পক্ষ হয়। অন্যথা 'গুটি'ডাল মাটি স্পৰ্শ কৰা ঠাইৰ পৰা গাছলৈ (মূল এছাৰী বা মাৰি ডাললৈ) হাতৰ এছাৰী ডালেৰে দূৰত্ব জোখা হয়। এনেকৈ ঠাই ভেদে কুৰি 'ডাং' বা এশ হলে এক 'দুল' হোৱা বুলি কোৱা হয়। এই নিয়মেৰে খেলা চলি থাকে।



**(ঘ) বৌচি/ছি ছাত্তা খেল ঃ** এই বিধ খেলৰ বাবে ৫ জন বা ৭জন কৈ দুটা পক্ষত মুঠ ১০ বা ১৪ জন খেলুৱৈ থাকে। এই খেল সাধাৰণতে মুকলি পথাৰত খেলা হয়। চিত্ৰত দেখুওৱাৰ দৰে এক নিৰ্দ্দিষ্ট দূৰত্বত দুটা কোঠা আঁকি লোৱা হয়। প্ৰথম কোঠাৰ এজন খেলুৱৈ "বৌ" কোঠাত বহে আৰু বাকী কেইজন মূল কোঠাত থাকে। দ্বিতীয় পক্ষৰ খেলুৱৈ কেইজন"বৌ'ৰ চাৰিওফালে এনেভাবে পহৰা দিয়ে যাতে 'বৌ'জন উঠি গৈ মূল কোঠা পাবগৈ নোৱাৰে। প্ৰথম পক্ষৰ খেলুৱৈ এজন এজনকৈ বিভিন্ন 'ছড়া' (শ্লোক) মাতি 'দম' দি দ্বিতীয় পক্ষৰ

খেলুৱৈ সকলক খেদি পঠিয়ায়। এই সুযোগতে 'বৌ'জন দৌৰি গৈ মূল কোঠা পাব লাগে। মূল কোঠা পোৱাৰ আগতেই 'বৌ'জনক চুব পাৰিলে প্ৰথম পক্ষ হৰা (পৰাজিত) বুলি ধৰি লোৱা হয়। এই ক্ষেত্ৰত দ্বিতীয় পক্ষ এইবাৰ প্ৰথম পক্ষ হৈ পুনৰায় খেল আৰম্ভ কৰে। এই বিধ খেল ল'ৰা ছোৱালী উভয়ে বেলেগে বেলেগে খেলা দেখা যায়। বৌচি বা ছিছাত্তা খেলৰ 'দম' দিওঁতে কোৱা কিছু ছড়া —

১। ছি ছাত্তা আমেৰ মৈল
গাছ ধৈৰা দিলাম ঝৈল
গাছেৰ নাম চন্দন
গিটি গিটি বান্দন , বান্দন, বান্দন, .......

২। ছি ছাত্তা ছাই
ঘোৰা দাবৰাই
ঘোৰা না ঘুৰী
চাবুক ছোৰাৰী
ছোৰাৰী দিয়া মাৰলাম বাৰি
ধুলা উঠে কাৰী, কাৰী, কাৰী, . . . .

৩। ঐ পাৰা গেছিলাম
চেলা মাছ খাইছিলাম
আংগো ইস্কুল বন্ধ, বন্ধ, বন্ধ . . . .

৪। আমি গেছিলাম জয়পুৰ
দেইখালাম দুই চোৰ
দুই চোৰে বাৰাবানে দাপ্পুৰ দুপ্পুৰ, দাপ্পুৰ দুপ্পুৰ .....

৫। মশমশা পাতা ডুগডুগা উল
দিদিৰ মাথায় লাম্বা চুল, লাম্বা চুল, লাম্বা চুল, . . . .

৬। বৌচি খেলা বড় খেলা
দশ বাৰডা মাইৰাফালা
দশৰ ওপ্ৰে হুনুমান
দিঘি কাইটা পানী আন, পানী আন, . . . .

৭। ছি ছাত্তা আনিৱা
নাও দিমু বানিৱা
যদি নাও উৱে
বিয়া দিমু দূৰে, দূৰে, দূৰে, . . . .

৮। তালেৰ পাতা ঝামাৰী
ঐ বউটা আমাৰী, আমাৰী, আমাৰী, . . . .

৯। নাক নাইলো নীলুজীৰ
তুইলা বান্ধে খোপা
আগুন দিয়া পুইৰা হালা নীলুজীৰ চোপা, নীলুজীৰ
চোপা, নীলুজীৰ চোপা, . . . .

১০। ছি ছাত্তা আলুতে
বাঘ মাৰে বালুতে
বাঘেৰ তেলে পৰ্বত জলে
পৰ্বতেৰ মাটি কুৰাল দিয়া কাটি, কাটি, কাটি, . . . .

১১। আইলো ছেৰিৰা জলে যাই
জলে যাইয়া চিৰকল খাই
চিৰকল খাইতে বিন্‌লো কাটা
সেই কাটা খুলতে লাগবো সদাগৰেৰ বেটা . . . .

১২। উমছি ধুমছি
নাগৰ আলী ভাই
পাঁচশ টেহা দিয়া
বৌছি খেলাই, খেলাই, খেলাই, . . . .

১৩। আমি গেছিলাম পূবে
কন্‌ছি কাটাৰ ছোবে
হাৰ্‌গিলা ভাই বইসা ৰইছে
গোস্তেৰ লোভে, গোস্তেৰ লোভে, . . . .

(ঙ) গোল্লা বা পাক্কা খেল ঃ এইবিধ খেল সৰু সৰু ল'ৰা ছোৱালী বোৰে খেলে। পাঁচৰ পৰা সাতজনকৈ দুই পক্ষত মুঠ দহৰ পৰা চৈধ্যজন খেলুৱৈ থাকে। মুকলি পথাৰৰ এটা ফালে "থৈল" থাকে। আনটো ফালে লক্ষ্যস্থান থাকে। এটা পক্ষৰ খেলুৱৈ বিলাকৰ 'বুঢ়ী' (মূল ব্যক্তিজন) থৈলত থিয় হৈ থাকে আৰু বাকীখিনিয়ে হাতত হাত ধৰি চাৰিওফালে থৈলক কেন্দ্ৰ কৰি ঘূৰে। বিপক্ষৰ খেলুৱৈ সকল গোটেই পথাৰখনত সিচৰিত হৈ পহৰা দি থাকে যাতে প্ৰথম পক্ষৰ খেলুৱৈ সকল ঘূৰা সময়ত বিপক্ষৰ কোনো খেলুৱৈক হাতেৰে চুব

পাৰিলে তেওঁক 'মৰা' বুলি ধৰা হয়। এনেকৈ কেইপাকমান ঘূৰাৰ পাছত লক্ষ্যস্থানলৈ দৌৰে। দৌৰা সময়ত যি কেইজন পিক্ষৰ খেলুৱৈক চুব পাৰে সেই কেইজনকে মৰা বুলি কোৱা হয়। বুঢ়ীক 'মৰা' কৰিব পাৰিলে প্ৰথম পক্ষ খেলত হৰা বুলি ধৰা হয়। যি কেইজনে লক্ষ্যস্থান গৈ পায় সেইকেইজন থৈলৰ পৰা লক্ষ্যস্থানলৈ জপিয়ায়। জপিওৱা শেষ হোৱা ঠাইত নতুন থৈল বনাই পুনৰ আগৰ নিয়মত খেল আৰম্ভ কৰে। এইবাৰ 'মৰা' খেলুৱৈ কেইজনে খেলিব নোৱাৰে। এনেকৈ প্ৰতিবাৰ জপিয়াই লক্ষ্যস্থান পালে এক 'গেম' উঠা বা পূৰ্ণ হোৱা বুলি কোৱা হয়। অন্যথা বিপক্ষই প্ৰথম পক্ষ হৈ খেল নতুনকৈ আৰম্ভ কৰে।

**(চ) ছোনবাৰী ঃ** গৰখীয়া বিলাকে পথাৰত গৰু চৰাবলৈ গৈ সাধাৰণতে এই বিধ খেল খেলে। প্ৰতিজন গৰখীয়াৰ হাতত থকা 'নৰী' (এছাৰী)ৰে এই খেল খেলে। এজনৰ 'নৰী' ডাল মাটিত পেলাই থোৱা হয় আৰু অন্য এজনে নিজৰ এছাৰীৰে সেই পেলাই থোৱা এছাৰীডালৰ তলেদি পথালিকৈ পাৰ কৰাই দিব লাগে। পাৰ কৰাব পাৰিলে দুয়োডাল এছাৰী দ্বিতীয় জনৰ হয়। পাৰ কৰাব নোৱাৰিলে প্ৰথম জনৰ হ'ব। এনেকৈ খেলি খেলি যিজনে আটাইকেইটা এছাৰী জয় কৰিব পাৰে তেওঁক 'ৰজা' বুলি কোৱা হয়। শেষত ৰজাৰ আদেশত আটাইকেইজন খেলুৱৈ টকুমুদি থাকিব লাগে। ৰজাই আটাইকেইডাল এছাৰী লুকুৱাই ৰাখি আটাইকে নিজৰ নিজৰ এছাৰী বিচাৰি আনিব দিয়ে। এনেকৈয়ে এই বিধ খেল চলি থাকে।

**(ছ) পাছৰা গুটি ঃ** এই খেল খেলোতে কোনো নিৰ্দ্দিষ্ট সংখ্যক খেলুৱৈৰ প্ৰয়োজন নহয়। উপস্থিত থকা সকলো কেইজন সমানে দুটা ভাগত ভগোৱা হয়। দুয়ো পক্ষৰ মূল মানুহ দুজন (অৰ্থাৎ খেলুৱৈ দুজন) একে ঠাইত বহি দুয়োপক্ষৰ ইজনে সিজনৰ চকু ঢাকি ধৰিবলৈ দিয়ে। মূল দুজনৰ সহমতত হাতত থকা গুটি এটা দূৰলৈ (বিশেষকৈ ঘন ঘাঁহনি ডৰা) দলিয়াই দি দুয়ো পক্ষৰ খেলুৱৈ সকলক গুটিটো বিচাৰি আনিবলৈ দিয়ে। খেলুৱৈ সকল গুটি বিচৰাত লাগি পৰে। কোনোবাই বিচাৰি পালে বিপক্ষৰ খেলুৱৈয়ে তেওঁৰ পৰা কাঢ়ি নিবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। তেনেক্ষেত্ৰত দুয়োপক্ষৰ মাজত মল্লযুদ্ধ বা কুস্তিৰ নিচিনা হয়। এনেকৈ যুদ্ধ কৰি যি দলে গুটিটো আনি নিজৰ দলপতিজনক দিব পাৰে সেই দল খেলত জিকে। এই ধৰণৰ মল্ল যুদ্ধক স্থানীয় দোৱানত "পাছ্ৰা পাছৰি" কোৱা হয় কাৰণে এই খেলক "পাছ্ৰা গুটি" খেল বোলা হয়।

**(জ) চোক পলান্টি ঃ** এইবিধ খেল সাধাৰণতে ছোৱালী বিলাকে খেলে। সৰু সৰু ল'ৰা ছোৱালী মিলিও খেলা দেখা যায়। এইবিধ খেলৰ মূল খেলুৱৈ জনক বুঢ়ী বুলি কোৱা হয়। তেওঁ অন্য এজন খেলুৱৈৰ চকু দুটা দেখা নোপোৱাকৈ হাতেৰে হেচি ধৰি শ্লোক গায়।

চোক পলান্টি পলাওৰে
নোৱাৰ কাটি ছোৱাওৰে



ভাংগা ঘৰে কাঠেৰ খাম্
চোৰ গ্যেলৰে সাবধান
যাৰে পাইবি তাৰে ছুইবি
ঘুইৰা আইয়া আমাৰে ছুইবি

এই শ্লোক ফাঁকি শেষ হোৱাৰ লগে লগে অন্য খেলুৱৈ বিলাকে চকু বন্ধ থকা জনক কপালত হাতৰ আঙুলীৰে টোকৰ মাৰি ঘৰৰ চুকত বা অন্য কোনো ঠাইত পলাই "টুক" বুলি কৈ খেলা আৰম্ভ হোৱাৰ ইংগিত দিয়ে। লগে লগে বুঢ়ীয়ে তাৰ চকু এৰি দি পলোৱা খেলুৱৈ কেইজনক বিচাৰি উলিয়াব দিয়ে। গোটেই কেইটাক বিচাৰি আনিব পাৰিলে তেওঁ খেলাত জিকা বুলি ধৰা হয়।

ওপৰত বৰ্ণিত খেলসমূহৰ উপৰিও আৰু কেইবাবিধো খেল মিএগ্ৰ সমাজত প্ৰচলিত আছে। যেনে — টুংকীবাৰী, গাৰাগাৰী/ কোপ্পা, গুটিবাৰী, নন্দা বলুৰে নল নল/ মৈল, ডোবৰাৰী নগ্গু খেল, ঘৰ খেল, শামপাটী আদি খেলসমূহ শাৰিৰীকভাৱে কষ্টকৰ হোৱা বাবে মিএগ্ৰ জনগোষ্ঠীৰ ল'ৰা বিলাকে এই খেল সমূহ খেলে। ল'ৰা বিলাকৰ দৰেও মিএগ্ৰ জনগোষ্ঠীৰ ছোৱালীবিলাকেও শাৰিৰীক ভাৱে কম কষ্টকৰ আৰু সৰল নিয়মৰ পৰম্পৰাগত কিছুমান খেল খেলে। এই বিলাকৰ ভিতৰত কুত কুত, ধাপ্পা/পাচচালী, বাকি কুমকুম, কচুগুটি আদিয়েই প্ৰধান।

ইয়াৰ উপৰিও সৰু সৰু ল'ৰাবিলাকে নদীত জাক পাতি গা ধুবলৈ গৈ কিছুমান জলক্ৰীড়া কৰাও পৰিলক্ষিত হয়। পানীত নামিয়েই সাতুৰি-নাদুৰী বিভিন্ন খেল খেলে। ইয়াৰ ভিতৰত উল্লেখযোগ্য হ'ল "নল নল", "কেচা খেল", পিছলা খেল" আদি। এই বিলাকৰ ভিতৰত "নল নল" খেলটোৱেই বেছি জনপ্ৰিয়। পানীত নামিয়েই এজনে সোঁহাতৰ তৰ্জনী আঙুলীটো পানীৰ ওপৰত দাঙি সুধিব "এইডা কি-?" ৰেলেগ এজনে কব "নল", তেতিয়া প্ৰথমজনে কব "আমি গেলাম গংগাৰ তল"। কৈয়েই পানীৰ তলত ডুব মাৰি বাকী বিলাকৰ পৰা দূৰে দূৰে থাকিব। অন্য কোনোৱাই "নল" থকা জনক চুব পাৰিলে তেওঁৰ হাতত নল যাব। এনেকৈ ঘন্টাৰ পিছত ঘন্টা ল'ৰাবিলাকে জলক্ৰীড়া কৰি থাকে।

*সহায়ক ঃ*
*১। ফৰমান আলী, মাছানেৰ আলগা (ধুবুৰী)।*
*২। মিজানুৰ ৰহমান, ময়নবৰী (বৰপেটা)।*
*৩। আসান আলী, বাঘবৰ (ব্যপেটা)।*
*৪। ময়ান উদ্দীন, ছন্তলী (কামৰূপ)*
*৫। আব্দুল মালেক, নগৰবেৰা (কামৰূপ)।*

# মিঞা জনগোষ্ঠীয় পৰম্পৰাত সাজপোছাক আৰু আ-অলংকাৰ

**আনোৱাৰ হুছাইন**

বৃহত্তৰ অসমীয়া জাতি গঠন প্ৰক্ৰিয়াত অন্যতম অৱদান আগবঢ়োৱা পূৰ্ববঙ্গীয় মূলৰ 'মিঞা জনগোষ্ঠী' অসমৰ দ্বিতীয় বৃহৎ জনগোষ্ঠী। নিজৰ স্বকীয় সাহিত্য-সংস্কৃতিত চহকী এই জনগোষ্ঠীটোৱে অসমত বসতি স্থাপন কৰাৰ সময়ৰ পৰাই নিজৰ কলা-কৃষ্টি তথা সংস্কৃতি অসমীয়া সংস্কৃতিৰ লগত আদান প্ৰদানৰ জৰিয়তে সহ-অৱস্থান কৰি অসমীয়া সংস্কৃতি, ভাষা-সাহিত্য চহকী কৰিছে। এই খিনিতে এটা কথা কৈ থোৱা ভাল যে অসমত এই জনগোষ্ঠীক "ন-অসমীয়া", "পমুৱা", "চৰুৱা", "অভিবাসী", "লৌহিত্য" আদি অনেক নামেৰে নামাকৰণ কৰা হৈছে যদিও কোনো নাম গ্ৰহণযোগ্য হোৱা নাই। গতিকে এই বিতৰ্কৰ অন্ত পেলাবলৈ হলে 'মিঞা জনগোষ্ঠী' নামটো হব আটাইতকৈ গ্ৰহণযোগ্য। 'ন-অসমীয়া', চৰুৱা, পমুৱা আদিবাসী, লৌহিত্য আদি নামত যিবোৰ আসোৱাহ আছে 'মিঞা' বুলি ক'লে সেইবোৰ আসোৱাহৰ অন্ত পৰে। 'মিঞা' (চাহাব) এই শব্দটোৱে সম্পূৰ্ণকৈ এই জনগোষ্ঠীক প্ৰকাশ কৰিবলৈ সক্ষম হয়। সি যি কি নহওঁক — অসমৰ বড়ো, কছাৰী, মিচিং, নেপালী, খাচি আদি জনগোষ্ঠীৰ দৰে 'মিঞা জনগোষ্ঠী'ৰো সম্পূৰ্ণ নিজস্ব সাজপোছাক আৰু আ-অলংকাৰ (কেঁচুৱাৰ পৰা বৃদ্ধলৈ) আছে। এই নিবন্ধত 'মিঞা জনগোষ্ঠী'ৰ পৰম্পৰাগত সাজ-পোছাক আৰু আ-অলংকাৰৰ বিষয়ে সংক্ষিপ্ত আলোচনা কৰা হ'ল।

### শৈশৱৰ পৰা বয়ঃসন্ধিকাললৈ সাজ-পোছাক

**(ক) কেঁচুৱাৰ পোছাক ঃ** জন্ম মূহুৰ্ত্তৰ পিছত এজন কেঁচুৱা সম্পূৰ্ণ ভাবে মাক-বাপেক আৰু পৰিয়ালৰ আন সদস্যৰ আদৰ-যতনৰ ওপৰত নিৰ্ভৰশীল। ঠিক তেতিয়াৰ পৰাই কেঁচুৱাক ঠাণ্ডা-গৰম আদি প্ৰতিকূল পৰিবেশৰ পৰা ৰক্ষাৰ বাবে পৰিয়ালে সাজ-পোছাকৰ যোগান ধৰে। 'মিঞা জনগোষ্ঠী'তো কেঁচুৱাৰ বাবে এনে পোছাক যোগান ধৰা হয়। মিঞা পৰম্পৰাগত কেঁচুৱাৰ পোছাক সমূহ হ'ল - তেনা, পাতনি, খেতা, বালিশ, টুপি, তুলাৰ পিৰণ, কলাৰ পাতা আদি।



**তেনা ঃ** জন্মৰ পিছত কেঁচুৱা এজনে "তেনা"ৰ জৰিয়তে কাপোৰৰ স্পৰ্শ পায়। কেঁচুৱা কালৰ প্ৰধান পোছাক হ'ল "তেনা"। ই হ'ল পুৰণা কাপোৰৰ টুকুৰা। কেঁচুৱাৰ পিতৃ-মাতৃ নাইবা পৰিয়ালৰ সদস্যৰ পুৰণা "তপন" (লুংগী) বা "খাৰী" (শাৰী) কাপোৰ ফালি তেনা তৈয়াৰ কৰা হয়। তেনাৰে কেঁচুৱাক মেৰিয়াই ৰখা হয়। বৰ্ত্তমান "পানী টায়েলে" ধনী পৰিয়ালত তেনাৰ স্থান দখল কৰিছে যদিও তেনাত যি সুবিধা আছে সেই সুবিধা টায়েলত নাই। উৎসৱ বা আলহী ঘৰত যোৱাৰ সময়ত কেঁচুৱাৰ বাবে কিছুমান বিশেষ ধৰণৰ তেনা ব্যৱহাৰ কৰা হয়। এই তেনা সমূহত ফুল বা নক্সা তৈয়াৰ কৰা থাকে। এজন কেঁচুৱাৰ বাবে বহু কেইটা 'তেনা' থাকে। পেছাৱ বা পায়খানা কৰি এটা 'তেনা' বেয়া কৰিলে সেই 'তেনা' ধুই দিয়া হয়। সেই সময়ত আন এটা 'তেনা' ব্যৱহাৰ কৰা হয়।

**পাতনি ঃ** কেঁচুৱাৰ দ্বিতীয় প্ৰধান পোছাক হ'ল 'পাতনি'। 'পাতনি' হ'ল সৰু খেতা (কেথা)। কিছুমান তেনা এক লগ কৰি বেজিৰে চিলাই কৰি পাতনি তৈয়াৰ কৰা হয়। কেঁচুৱাৰ বিছনাখন এই পাতনিৰ দ্বাৰা তৈয়াৰ কৰা হয়। জাৰৰ দিনত পাতনিৰে মেৰিয়াই কেঁচুৱাক জাৰৰ পৰা ৰক্ষা কৰা হয়। তেনাৰ দৰেই এজন কেঁচুৱাৰ বাবে বহুত কেইটা পাতনি থাকে। এটা বেয়া হোৱাৰ পিছত আন এটা ব্যৱহাৰ কৰা হয়। কিছুমান বিশেষ মূহুৰ্ত্তৰ বাবে ফুল বা নক্সা থকা পাতনি ৰখা হয়। মিঞা সমাজত পাতনি বগা কাপোৰেৰে ফুল তুলি তৈয়াৰ কৰি গাৰু, বিচনা আৰু বহা মুঢ়া, ফিৰা (পিৰা), চিয়াৰ আদিতো গিলিপ হিচাপে ব্যৱহাৰ কৰা হয়। এই ফুল তোলা পাতনি সমূহএম্ব্ৰইডাৰী কৰা টেবুল ক্লথ, চিয়াৰ ক্লথ, বিচনা চাদৰতকৈ কম গুণ সম্পূৰ্ণ নহয়। পাতনি তৈয়াৰ কৰা এই হস্ত শিল্প আধুনিকতাৰ লগত ফেৰ মাৰি চলাৰ দাবী ৰাখে। নমাজ পঢ়াৰ কাৰণেও বিশেষ ধৰণৰ পাতনি ব্যৱহাৰ হয় যাক "জায়-নমাজ" বোলা হয়।

**খেতা ঃ** পাতনিতকৈ খেতা ডাঙৰ। খেতা (কেথা) 'তপন' (লুংগী) ধুতি, 'খাৰী' (শাৰী) আদি কাপোৰ পুৰণি হোৱাৰ পিছত একলগ কৰি তৈয়াৰ কৰা হয়। খেতা বিচনাত ব্যৱহাৰ কৰা হয়। সাধাৰণতে খেতা জাৰৰ দিনত ব্যৱহাৰ কৰা হয়। খেতা ডাঙৰ সৰু সকলোৱে জাৰৰ পৰা ৰক্ষা পাবলৈ ব্যৱহাৰ কৰে। কিছুমান 'খেতা' ফুল তুলি পাতলকৈ বনাই চাদৰ হিচাবেও ব্যৱহাৰ কৰা হয়। লেপ, কম্বল আদি মিঞা সমাজত প্ৰচলন কম, ইয়াৰ ঠাইত খেতাৰ ব্যৱহাৰ বেছি। খেতা মিঞা জমগোষ্ঠীৰ অন্যতম পোছাক।

**বালিশ ঃ** বালিশ (গাৰু) কাপোৰৰ ভিতৰত তুলা ভৰাই তৈয়াৰ কৰা হয়। কেঁচুৱাৰ বাবে বালিশ সৰুকৈ বনোৱা হয় আৰু ডাঙৰৰ কাৰণে ডাঙৰকৈ বনোৱা হয়। বালিশত অদৰ্কাৰী তেনাও ভৰোৱা দেখা যায়। ইয়াৰ ওপৰি কহুৱা ফুল, খেৰ আদিও বালিশত ভৰোৱা হয়। কেচুৱাৰ মুৰৰ আকৃতি সুগঢ়ী কৰাৰ কাৰণে সৰিয়হ ভৰাই বালিশ তৈয়াৰ কৰাও দেখা যায়।

**পিৰণ ঃ** কেঁচুৱাৰ কাৰণে পাতল কপাহি সূতাৰে তৈয়াৰী পিৰণ পিন্ধোৱা হয়। পিৰণ অৰ্থাৎ পেন্ট আৰু সাৰ্ট বা পোছাক। পাঞ্জাৱী, পায়জামা, তপন, ধুতি আদি সকলো পিৰনৰ ভিতৰত। কেঁচুৱাৰ বাবে জাৰৰ দিনত কোমল, মিহি কিছুমান গৰম কাপোৰ থাকে। এই গৰম কাপোৰক মিঞা সকলে তুলাৰ পিৰন বুলি কয়।

**কলাৰ পাতা (কল পাত) ঃ** কলাৰ পাতাও কেঁচুৱাৰ পোছাকৰ ভিতৰত। পেছাৱৰ পৰা বিচনা ৰক্ষা কৰাৰ কাৰণে পাতনিৰ ওপৰত (গৰমৰ দিনত) কলাৰ পাতা পাৰি দিয়া হয়। জাৰৰ দিনত পাতনিৰ ওপৰত তেনা দুটা মান পাৰি কেঁচুৱাক শুৱলৈ দিয়া হয়, যাতে পেছাৱ/পায়খানাই পাতনি বা খেতা নষ্ট কৰিব নোৱাৰে। বৰ্ত্তমান প্লাষ্টিক, ৰাবাৰ আদিয়ে কলাৰ পাতাৰ ব্যৱহাৰ প্ৰায় নাইকীয়া কৰিছে।

**(খ) বাল্যকালৰ পোছাক ঃ** মিঞা জনগোষ্ঠী পৰম্পৰাত বাল্যকালৰ পৰা লিংগ ভেদে সাজপোছাক বেলেগ বেলেগ হয়। কেঁচুৱা কালত ল'ৰা ছোৱালীৰ কোনো পৃথক সাজপোছাক নেথাকে। অঞ্চল ভেদে ল'ৰা/ছোৱালীৰ পোছাক একে হোৱাও দেখা যায়।

### ল'ৰাৰ পোছাক

বাল্যকালত লৰাই পাট্টাৰ কাপোৰৰ পিৰণ অৰ্থাৎ পোছাক ব্যৱহাৰ কৰে। এই পিৰণৰ ভিতৰত পেন্ট (হাফ), সাৰ্ট থাকে। বৰ্ত্তমান তুলি বনোৱাত যি কাপোৰ ব্যৱহাৰ কৰা হয় ঠিক তেনে ধৰণৰ কিছুমান কাপোৰৰ দ্বাৰা পেন্ট, সাৰ্ট খলিফা (দৰ্জী)ৰ দ্বাৰা নাইবা হাতেৰে চিলাই কৰি দিয়া হৈছিল। এই কাপোৰৰ প্ৰচলন এতিয়াও ভিতৰ অঞ্চলত আছে।

**'তপন' (লুংগী) ঃ** তপন 'মিঞা' জনগোষ্ঠীয় মানুহৰ অন্যতম পোছাক। বাল্যকালৰ পৰাই ল'ৰাই তপন পিন্ধে। পাঁচ বছৰৰ পৰা সাত আঠ বছৰ বয়সত ল'ৰাক ধৰ্মীয় বিধান মতে খাত্না বা ছুন্নত কৰা হয়। ছুন্নত কৰাত লিংগৰ আগ অংশ কাটি দিয়া হয় যাৰ বাবে লিংগ ফুলি উঠে আৰু এই ফুলি উঠা লিংগত যাতে কাপোৰৰ ঘৰ্ষণ নালাগে তাৰ বাবে সুবিধাজনক কাপোৰ তপন। সাধাৰণতে ছুন্নত কৰাৰ পিছৰ পৰাই 'লুংগী' বা 'তপন' পিন্ধা আৰম্ভ কৰে। তপনে আৰু এটা ধৰ্মীয় বিধান ৰক্ষা কৰে। সেইটো হয় - আল্লাহৰ হুকুম মতে ল'ৰাই (মতা মানুহে) আঠুলৈকে ঢাকি ৰাখিব লাগে অৰ্থাৎ ফৰজ। এই ফৰজ ৰক্ষাৰ বাবে তপন হ'ল উত্তম পোছাক। গতিকেই মিঞা সমাজত তপন (লুংগী) ইমান জনপ্ৰিয় পোছাক।

**গামছা (গামোচা) ঃ** মিঞা সমাজত গামোচাৰো প্ৰচলন আছে। নমাজ পঢ়াৰ কাৰণে কাপোৰ অলপ পাৰি লোৱা দৰ্কাৰ। সেই হিচাবে গামোচা সুবিধাজনক। ইয়াৰ উপৰিও গামোচা পিন্ধাও হয়। ল'ৰা কালত লুংগীৰ বিকল্প হিচাবে গামোচা পিন্ধে। গামোচা গা ধোৱা/ছোৱালীয়ে উৰ্নী হিচাবে, খেতিত কাম কৰাৰ সময়ত মূৰত বান্ধি ৰ'দৰ পৰা ৰক্ষা পৰা আদি ল'ৰাৰ পৰা বুঢ়ালৈ সকলোৱে ব্যৱহাৰ কৰে। মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত



এই গামছা বিহুৰ গামোচা নহয়। মিঞা সকলৰ নিজস্ব শৈলীৰে তৈয়াৰী ই ৰঙা, নীলা, আকাশী আদি ৰঙৰ সুদৰ্শন গামছা।

**ডোমা ঃ** ডোমা হ'ল গামছাৰ দৰেই কাপোৰৰ টুকুৰা যদিও ই কিন্তু গামছা (গামোচা) নহয়। ডোমা ল'ৰা, ছোৱালী উভয়ে পিন্ধে। ছোৱালী সকলে ইয়াক নিমাৰ লগত পিন্ধে। লৰাও ডোমা গামছাৰ দৰে পিন্ধে। বিশেষকৈ ডোমাটো ছোৱালী বিলাকৰ হে পোছাক।

### ছোৱালীৰ পোছাক

**ঘাগৰি ঃ** ঘাগৰি দেখাত পেটিকোটৰ (ছায়া) দৰে। ঘাগৰিত ফিতা থাকে। এই ফিতা ৰচি নাইবা কাপোৰেৰে বনোৱা হয়। ঘাগৰিৰ ফিতা ককালত বান্ধি পিন্ধা হয়। ঘাগৰিৰ তলত কুচনি (ভাজ কৰি) দি সাজ কটা হয়। ঘাগৰিৰ লগত নিমা পিন্ধা হয়। নিমাৰ ওপৰত সামেশ্ (উৰ্নী) দিলেই সম্পূৰ্ণ পোছাক হয়। মিঞা জনগোষ্ঠীত নিমা, ঘাগৰি আৰু সামেশই হ'ল ছোৱালী এজনীৰ সম্পূৰ্ণ পোছাক।

**নিমা ঃ** নিমা দেখাত ব্লাউজৰ নিচিনা। নিমা তিৰোতাইও খাৰী(শাৰী)ৰ লগত ব্লাউজ হিচাবে পিন্ধে। নিমা বৰ্ত্তমানৰ ব্লাউজ নহয়। নিমা ডিঙিৰ পৰা ককাললৈ আৰু হাতৰ কব্জালৈ থাকে। গতিকে নিমা আৰু ঘাগৰি পিন্ধিলে মেডি পিন্ধাৰ দৰে দেখি কিন্তু এইটো মেডি নহয়। ই হ'ল ছোৱালীৰ পিৰণ ( পোছাক)। আৰু স্বভাৱতে মেডিৰ পৰা সম্পূৰ্ণ ভিন্ন।

**সামেশ্ ঃ** সামেশ হ'ল উৰ্নী। ইয়াৰ ৰং সাধাৰণতে বগা। ইয়াক ছেনো (পাতল) চাদৰ বুলিও কোৱা হয়। এই সামেশ্ 'মিঞা'ৰ কন্যাৰ বিয়াৰ সময়ত দিয়াটো প্ৰায় বাধ্যতামূলক। এই সামেশেৰে নৱবিবাহিত কন্যাই ঘোমটা (মুখ ঢাকি ৰখা) দিয়ে। সামেশেৰে ছোৱালীয়ে প্ৰস্ফুটিত হৈ উঠা বুকু ঢাকি ৰাখে। সামেশৰ পাৰি সাধাৰণতে হালধীয়া ৰঙৰ হয়।

### তিৰোতাৰ পোছাক

**'খাৰী' কাপোৰ (শাৰী) ঃ** 'মিঞা' সকলে শাৰীক 'খাৰী' বুলি কয়। নিমা, ঘাগৰি পিন্ধাৰ পিছত তিৰোতাই 'খাৰী' পিন্ধে। নিমাই ব্লাউজৰ, ঘাগৰিয়ে পেটিকোটৰ কাম কৰে। মিঞা সমাজত বগা ৰঙৰ খাৰীৰ প্ৰচলন বেচি। বগা হ'ল শান্তিৰ প্ৰতীক। আকৌ "ইছলাম" শব্দৰ অৰ্থও শান্তি। মিঞা সকল হ'ল শান্তিপ্ৰিয়। অৱশ্যে নৱবিবাহিতা তিৰোতাই ৰঙচঙীয়া খাৰী পিন্ধা দেখা যায়। ইয়াৰ অৰ্থ এই যে নৱবিবাহিতা তিৰোতাজনীৰ বৈবাহিক জীৱন যাতে ৰঙ ৰইচেৰে ভৰি পৰে। এই ৰঙবিৰঙৰ খাৰী পিন্ধাৰ এয়া লোক বিশ্বাস। এনে খাৰী সমূহ হাসা পাইৰা (হাঁহ ছবি থকা), ময়ুৰ পাইৰা (ময়ুৰৰ ছবি থকা), চান পাইৰা (চন্দ্ৰৰ ছবি থকা), তাৰা পাইৰা (তৰাৰ ছবি থকা), আদি নামেৰে বিখ্যাত।

**লেডিং গেঞ্জি ঃ** ডিঙিৰ পৰা ভৰিলৈ দীঘল এক ধৰণৰ গেঞ্জি। ই দেখাত বৰ্ত্তমানৰ ছেমিছৰ দৰেই কিন্তু ভৰি লৈকে দীঘল। ই ছেমিছৰ কাম কৰে। এই গেঞ্জিয়ে তিৰোতাৰ অন্তৰ্বাস(ব্ৰা)ৰ কামো কৰে। পূৰ্বত পুৰুষেও এই গেঞ্জি পিন্ধি ধান খেতিত নিৰনি কাম কৰিছিল। কিন্তু বৰ্ত্তমান এই গেঞ্জিৰ প্ৰচলন নাই।

**বোৰ্খা ঃ** বোৰ্খা হ'ল ধৰ্মীয় নিৰ্দ্দেশিত পিন্ধা পোছাক। ইছলাম ধৰ্মমতে তিৰোতাই হাতৰ কজ্জা আৰু ভৰিৰ পতালৈকে ঢাকি ৰাখিব লাগে। খাৰী কাপোৰ আদি পিন্ধাৰ পিছতো দেখা যায় যে শৰীৰৰ কিছু অংশ দৃশ্যমান হৈ থাকে। যি অংগবোৰে পুৰুষ এজনৰ কুনজৰ জন্ম দিব পাৰে। গতিকে ধৰ্মীয় বিধান মতে নাৰীয়ে পৰ্দাৰ মাজত থাকিব লাগে, যাতে পুৰুষৰ কু-দৃষ্টি নপৰে। তিৰোতাৰ প্ৰতি কুদৃষ্টি গলে ইমান নষ্ট হয়। আৰু ইমান হ'ল ইছলাম ধৰ্মী মানুহৰ প্ৰধান ধৰ্মীয় বিধান। গতিকে নাৰীয়ে পৰ্দা কৰি থকা বাধ্যতামূলক। সেই কাৰণে বোৰ্খা পিন্ধা হয়। বোৰ্খাই নাৰীৰ মুখমণ্ডল সহ হাতৰ কজ্জাৰ পৰা ভৰিৰ পতালৈ ঢাকি ৰাখে। বোৰ্খাত বাহ্যিক দৃশ্য লক্ষ্য কৰাৰ বাবে চকুৰ সন্মুখত সামান্য পৰিমাণৰ পাতল কাপোৰ বা জাল লগোৱা থাকে। তিৰোতাই ঘৰৰ বাহিৰত ওলালেই বোৰ্খা পিন্ধি ওলোৱা নিয়ম যদিও অসমৰ মিঞা সমাজত নাৰীৰ স্বাধীন চেতীয়া পৰম্পৰাৰ বাবে বোৰ্খাৰ প্ৰচলন কম।

## পুৰুষৰ পোছাক

পুৰুষৰ পোছাকৰ ওপৰত ইতিপূৰ্বে আংশিক আলোচনা কৰা হৈছে। যেনে - গামছা, লুংগী আদি। ইয়াৰ ওপৰি পুৰুষে তলত উল্লেখ কৰা পোছাক সমূহ ব্যৱহাৰ কৰে।

**ধুতি ঃ** মিঞা পৰম্পৰাত ধুতিৰ প্ৰচলন আছে। অসমত বসবাস কৰা মিঞা সম্প্ৰদায়ৰ পূৰ্বপুৰুষ সকল হিন্দু আছিল বুলি ঠাৱৰ কৰা হৈছে। ইয়াৰ প্ৰমাণ হিচাপে অসমৰ বিশিষ্ট লেখক ইছমাইল হুছেইনে নিজে তেওঁ লিখা "অসমীয়া জাতীয় জীৱন আৰু অভিবাসী অসমীয়া মুছলমান" নামৰ কিতাপত তেওঁৰ পূৰ্ব পুৰুষ "আশাৰি আকন্দ হিন্দু" আছিল বুলি স্বীকাৰ কৰিছে। আৰু ধুতি আছিল এই হিন্দু সকলৰ পোছাক। কিন্তু যেতিয়া ইছলাম ধৰ্ম গ্ৰহণ কৰিলে তেতিয়া আমাৰ পূৰ্বপুৰুষসকলে বাধ্যত পৰি ধুতি পিন্ধা এৰিব লগা হয়। কাৰণ ধুতি পিন্ধিলে ফৰজ তৰফ হয়। গতিকে ফৰজ (আল্লাৰ আদেশ) ৰক্ষা কৰাৰ বাবে ধুতিৰ মাজত চিলাই কৰি তপন (লুংগী) বনাই পিন্ধিবলৈ আৰম্ভ কৰে যাতে ফৰজ তৰফ (ভংগ) নহয়। তথাপিতো এতিয়াও মিঞা সমাজত ধুতিৰ প্ৰচলন আছে। ধুতি বগা ৰঙৰ, ই পুৰণা হলে লেতেৰা হয়। গতিকে এই লেতেৰা ৰধ এৰোৱাৰ বাবে ধুতিত গাব (কেন্দু)ৰ ৰঙ দিয়া হৈছিল। মিঞা সমাজত পুৰণি কালত ধুতিৰ প্ৰচলন আছিল।

**তপন (লুংগী) ঃ** তপনৰ বিষয়ে ইতিপূৰ্বে আলোচনা কৰা হৈছে। 'তপন' মিঞা



সমাজত ল'ৰাৰ পৰা বৃদ্ধলৈকে সকলোৱে পিন্ধে। নমাজ পঢ়াত ই বৰ সুবিধাজনক পোছাক গতিকে তপন সকলোৱে পিন্ধে। ই যে কেৱল নমাজ পঢ়াতে সুবিধাজনক তেনে নহয়। তপন পিন্ধি কাম কৰা, ৰাতি শুই থকা আদি সকলো কামতে উত্তম গতিকেই মিঞা সমাজত লুংগী বা তপন বৰ জনপ্ৰিয় পোছাক।

**পাঞ্জাবী ঃ** পাঞ্জাবী হ'ল ছুন্নতী পোছাক। বিশ্ব নবী হজৰত মহম্মদ (ছঃ) যিবোৰ কাম কৰিছে, যিবোৰ পোছাক পিন্ধিছে সেইবোৰ হ'ল ছুন্নত। নবী (ছঃ) পাঞ্জাবী পিন্ধিছে গতিকেই পাঞ্জাবী হ'ল ছুন্নত। এটা ছুন্নত পালন কৰিলে ৭০ হেজাৰ ছোৱাব (পুণ্য) পোৱা যায়। গতিকেই নবী (ছঃ)ৰ ছুন্নতী পোছাক পাঞ্জাবী হ'ল মিঞা পৰম্পৰাৰ অন্যতম পোছাক। মিঞা সকলে ঈদ বা উৎসৱ, বিয়া আদিত পাঞ্জাবী পিন্ধাৰ নিয়ম। কবলৈ গলে মিঞা পুৰুষ সকলৰ পাঞ্জাবী আৰু পায়জামাৰ বাহিৰে অন্য পোছাক নাই। অৱশ্যে পাঞ্জাবীৰ লগত লুংগী, ধুতি আদিও পিন্ধা দেখা যায়। পাঞ্জাবীৰ তিনিটা পকেট থাকে। পাঞ্জাবী পিন্ধিলে এজন ব্যক্তি সৎ আৰু ধৰ্মীয় চিন্তা কৰিবলৈ আৰম্ভ কৰে। এয়া মিঞা সমাজৰ লোক বিশ্বাস।

**পায়জামা ঃ** পায়জামা মিঞা সকলৰ নিজস্ব পোছাক। পায়জামা লংপেন্টৰ দৰে দুটা ঠেং থকা কিন্তু ককালত ফিতাৰে বন্ধা হয়। পায়জামা পিন্ধাৰ পিছত ফৰজ তৰক হোৱাৰ ভয় নেথাকে। পাঞ্জাৱী, পায়জামা আৰু টুপি মিঞা সমাজত এজন পুৰুষৰ সম্পূৰ্ণ পোছাক।

**টুপি ঃ** টুপি পিন্ধা ছুন্নত। সেয়ে মিঞা পৰম্পৰাত সদায় টুপি পিন্ধাও দেখা যায়। টুপি বিভিন্ন ধৰণৰ আছে। গোল টুপি, কিস্তি (নাও) টুপি, কলি টুপি আদি। কিছুমান টুপি জাৰৰ দিনত পিন্ধা হয় ; জাৰৰ পৰা ৰক্ষা পাবৰ কাৰণে। সেই টুপিবোৰে কান ঢাকি ৰাখে। কিন্তু ছুন্নতী টুপিয়ে মাত্ৰ মূৰৰ ওপৰৰ অংশ ঢাকি ৰাখে। নমাজ পঢ়াৰ সময়ত, বিয়া কৰিবলৈ যোৱাৰ সময়ত টুপি পিন্ধা, পায়জামা, পাঞ্জাৱী পিন্ধা এক প্ৰকাৰ বাধ্যতামূলক।

**পাগুৰি ঃ** পাগুৰিও ছুন্নত। টুপি পিন্ধি তাৰ ওপৰত পাগুৰি বান্ধিব লাগে। মিঞা সমাজৰ ই এটা ধৰ্মীয় পৰম্পৰা ; কিন্তু ইয়াৰ প্ৰচলন অসমৰ মিঞা সমাজত কম।

**খৰম ঃ** খৰম হ'ল কাঠৰ চেণ্ডেল। ছোৱালী-তিৰোতাৰ বাবে পাতলকৈ খৰম তৈয়াৰ কৰা হৈছিল। তাৰ তুলনাত পুৰুষৰ খৰম শকত আছিল। আজিৰ পৰা ২৫ বছৰ আগতে মিঞা সমাজত কাৰো ঘৰত প্লাষ্টিক বা ৰাবাৰৰ চেণ্ডেল নাছিল। পুৰুষ/মহিলা উভয়ে খৰম পিন্ধিছিল। কঠাল গছৰ কাঠেৰে খৰম আটাইতকৈ ভাল হৈছিল। দুই এজন ধনী মানুহৰ চেণ্ডেল বা জোতা আছিল। বিয়া বা আন কোনো উৎসৱতহে সেই চেণ্ডেল বা জোতা পিন্ধা হৈছিল। এজনৰ জোতা পিন্ধি গোটেই গাঁৱৰ যুৱকে বিয়া কৰাইছিল। কিন্তু খৰম সময়ৰ লগে লগে মিঞা সমাজৰ পৰা বিলীন হৈ গ'ল। কাঠৰ খৰম পিন্ধি কোনো মানুহৰ ভৰিৰ বেমাৰ হোৱা নাছিল। কিন্তু চেণ্ডেল বা জোতা পিন্ধিলে ভৰিৰ বেমাৰ হয় বুলি মিঞা

সমাজত পূৰ্বৰ পৰাই লোক বিশ্বাস এটা প্ৰচলিত আছিল। বৰ্ত্তমানৰ বৈজ্ঞানিক যুগত এই বিশ্বাসৰ বহুত প্ৰমাণ আছে।

## মিঞা জনগোষ্ঠীৰ পৰম্পৰাগত আ-অলংকাৰ

'মিঞা জনগোষ্ঠীৰ' পৰম্পৰাগত সাজ-পোছাকৰ দৰে নিজস্ব আ-অলংকাৰো আছে। মিঞা ৰীতি-নীতিত ধৰ্মীয় প্ৰভাৱ যথেষ্ট থকাৰ কাৰণে পুৰুষে আ-অলংকাৰ পিন্ধা নিষিদ্ধ। কিন্তু ছফৰ (ভ্ৰমণ)ত যোৱাৰ সময়ত পুৰুষে ডিঙিত সোনৰ মালা (হাৰ) পিন্ধি যাব পাৰে যাতে ভ্ৰমণত ধনৰ অভাৱ হ'লে হাৰ বিক্ৰি কৰি সেই অভাৱ পূৰণ কৰিব পাৰে। পুৰুষৰ অলংকাৰৰ ভিতৰত হাতৰ আঙুলিত আঙঠি পিন্ধিব পাৰে। ধৰ্মীয় বিধান যিমান নাথাকক তথাপি মিঞা সমাজৰ যুৱক সকলে ডিঙিত মাতা, হাতত আঙঠি পিন্ধাৰ প্ৰচলন আছে।

মিঞা সমাজত মহিলাই হাত, কান, নাক, ডিঙি, ককাল, ভৰি সকলোতে অলংকাৰ পিন্ধে। বিধানমতে বিয়াৰ সময়ত কন্যাক নাকত সোনৰ অলংকাৰ দিয়াটো বাধ্যতামূলক। ইয়াৰ ওপৰি বিয়াৰ দেনমোহৰ (কন্যাক দিব লগা ধন)ৰ টকাৰে স্বামীয়ে স্ত্ৰীক অলঙ্কাৰ কিনি দিব লাগে। কন্যাক দেনমোহৰ আদায় নিদিয়াকৈ, শাৰীৰিক সম্পৰ্ক কৰা নিষিদ্ধ। ইয়াৰ পৰাই বুজা যায় যে মিঞা সমাজত মহিলাৰ আ-অলংকাৰ কিমান গুৰুত্বপূৰ্ণ।

মিঞা সমাজৰ আ-অলংকাৰ সমূহ তলত দিয়া ধৰণে আলোচনা কৰিব পাৰি।

### নাকত পিন্ধা অলংকাৰ

নাকত পিন্ধা অলংকাৰৰ ভিতৰত নাকফুল, পালিস্‌পাত, বুলাক, নাক ঠাশা, চ্যাল (চাউল) ভাজা, নথ্ বা নলত, তিচি ফুল, মৰিচ ফুল, এচ, তাৰা, অফেল আদি প্ৰধান।

**নাকফুল ঃ** নাকৰ দুয়ো পাহি সাত/আট বছৰ বয়সত ছিদ্ৰ কৰি নাকফুল ব্যৱহাৰ কৰা হয়। ইয়াৰ ওপৰি নাকৰ তলৰ অংশৰ ভিতৰতো ছিদ্ৰ কৰা হয়। নাক ফুল নাকৰ ওপৰত পিন্ধা হয়। নাক ফুল দেখাত ফুলৰ নিচিনা গতিকে ইয়াক নাক ফুল বুলি কোৱা হয়। নাক ফুল সোনেৰে তৈয়াৰী।

**পালিস পাত ঃ** পালিস পাত নাকৰ তলৰ অংশত পিন্ধা হয়। ই ওপৰৰ ওঠলৈকে ওলমি থাকে। পালিস্ পাত এটা ধানতকৈ অলপ ডাঙৰ হয়। ইয়াৰ উপৰ অংশ এটা ছেনো (পাতল) আঙঠিৰ দৰে নাকৰ ছিদ্ৰৰে সুমুৱাই ওলমাই থব পৰা সুবিধা থাকে। পালিস পাত দৰাচলতে সোনেৰেই তৈয়াৰী থাকে।

**বুলাক ঃ** বুলাক তল নাকত পিন্ধা হয়। বুলাক দেখাত এটা মাৰকি(কানৰ ৰিং)ৰ দৰে। ইয়াৰ তলৰ অংশত সোনেৰে ফুল বনাই লগোৱা থাকে। বুলাকৰ তলৰ পাৰি ওঠলৈকে ওলমি থাকে। বুলাক সাধাৰণতে সোনেৰে তৈয়াৰ কৰা হয়।

**নাক ঠাশা ঃ** নাক ঠাশাৰ আকাৰ এটা ডাঙৰ লঙৰ দৰে। ইয়াক নাকৰ তলৰ ছিদ্ৰত লগোৱা হয়। নাক ঠাশা বাহিৰৰ পৰা লঙৰ মূৰটোৰ দৰে দেখা যায়। নাক ঠাশা সোনৰ থাকে।

**চ্যাল ভাজা (চাউল ভাজি) ঃ** চাউল ভাজিৰ দৰে দেখা যায় কাৰণে ইয়াক 'চ্যাল ভাজা' কোৱা হয়। সোনৰ সৰু টুকুৰাত সাজ কাটি চাউল ভাজিৰ দৰে বনোৱাই এই "চ্যাল ভাজা" বনোৱা হয়। ইয়াক ওপৰ নাক, তল নাক সৱতে পিন্ধে।

**নথ্ বা নলত ঃ** নথ্ বা নলত বুলাকৰ দৰেই। ই বুলাকতকৈ সামান্য ডাঙৰ হয়।

### কানত পিন্ধা অলংকাৰ

সৰু কালতে বেজি বা আন কোনো জোঙা বস্তুৰে কানৰ তলৰ কোমল অংশত (লতি) ছিদ্ৰ কৰা হয়। ডাঙৰ কানৰ ওচৰত থকা সৰু কানতো (মুৰকী কান) ছিদ্ৰ কৰা হয়। কানৰ ওপৰৰ অংশতো ছিদ্ৰ কৰা হয়। এই ছিদ্ৰ সমূহত মাৰ্কি, জুমকা, দুল, মাছিপক, কান পাশা আদি অলংকাৰ পিন্ধে।

**মাৰ্কি ঃ** মাৰ্কি হ'ল কানৰ ৰিং। মাৰ্কি বিভিন্ন ধৰণৰ হয়। কান মাৰ্কি, টেপা মাৰ্কি (ফুলা ৰিং) ছোনো মাৰ্কি (মিহি মাৰ্কি) আদি প্ৰধান। মাৰ্কি কানৰ লতিত (কোমল অংশত) থকা ছিদ্ৰত পিন্ধা হয়। মাৰ্কি এযোৰ থাকে। ইয়াক সোন, ৰূপ - উভয় ধাতুৰে তৈয়াৰ কৰা দেখা যায়। মাৰ্কি কানতে ওলমি থাকে।

**জুমকা ঃ** জুমকা সাধাৰণতে তিলৰ ফুলৰ দৰে। ইয়াক বিভিন্ন আকাৰত সোনত সাজ কাটি তৈয়াৰ কৰা হয়। ই কানত ওলমি থাকে। ৰূপৰ দ্বাৰাও জুমকা বনোৱা হয়। কান পাশাও দেখাত জুমকাৰ দৰে। পাৰ্থক্য মাত্ৰ কান পাশা কানত লাগি থাকে আৰু জুমকা ওলমি থাকে। কানফুলও কানত লাগি থাকে। এইবোৰ সোনৰ অলংকাৰ।

**মাছি পক ঃ** মাছি পক কানৰ ওপৰত থকা ছিদ্ৰত লগোৱা হয়। মাছি পক দেখাত মাখিৰ দৰে। মিঞা ভাষাত মাখিক 'মাছি' বুলি কয়। মাছি পক সোনৰ দ্বাৰা তৈয়াৰ কৰা হয় আৰু ই কানত মাখিৰ দৰে লাগি থাকে। সেই কাৰণে ইয়াক মাছি পক বুলি কয়।

**মুৰকি কান ঃ** সৰু কানক মুৰকি কান বুলি কোৱা হয়। মুৰকি কানত থকা ছিদ্ৰত ফুল, চ্যাল (চাউল) আকাৰৰ অলংকাৰ পিন্ধা হয়। ইয়াৰ ওপৰি কানত দুল পিন্ধা হয়।

### হাতত পিন্ধা অলংকাৰ

হাতত (বাহুত) পিন্ধা অলংকাৰ সমূহৰ ভিতৰত বাজু, অনন্ত, মগুৰি গুটা, কাটা

বাজু, সাকা, চুৰ, জুৰা (গুৰি) চুৰ, বয়লা আদি প্ৰধান।

**বাজু, অনন্ত, মশুৰি গুটা ঃ** এই তিনিওটা অলংকাৰ হাতৰ কিলাকুটিৰ ওপৰত পিন্ধা হয়। বাহুত পিন্ধা হয় কাৰণে ইয়াক বাজু (বাহু) বুলি কোৱা হয়। বাজু পিন্ধা হয় কাৰণে ইয়াক বাজু (বাহু) বুলি কোৱা হয়। বাজু বট পাতৰ দৰে, সোন বা ৰূপৰ দ্বাৰা বিভিন্ন সাজ কাটি বনোৱা হয়। বাজুৰ দুই মূৰত সূতা বন্ধা থাকে, যি সূতাৰে বাজু বাহুত বন্ধা হয়। কাটা (কাইট) বাজুও বাহুত বন্ধা হয়। অনন্ত দেখাত খাৰুৰ দৰে কিন্তু ই খাৰু নহয়। ইয়াকো বাহুত পিন্ধা হয়। সোনৰ সৰু গুটি বনাই ভিতৰেদি সূতা ভৰাই মশুৰি (আঠুৱা)ৰ দৰে কৰি এক প্ৰকাৰ বাজু বনোৱা হয়। ইয়াক মশুৰি গুটা বুলি কোৱা হয়। এই অলংকাৰবোৰ সোন-ৰূপ উভয় ধাতুৰে তৈয়াৰ কৰা হয়।

**সাকা, বয়লা, চুৰ ঃ** সাকা চেপেটা তামাৰ চুৰিৰ দৰে কৰি তাৰ ওপৰত সোনৰ পাতল পাত লগাই তৈয়াৰ কৰা হয়। সাকা চুৰিৰ দৰে পিন্ধে। বয়লাৰ আকাৰ শকত চুৰিৰ দৰে। সাকা চেপেটা আৰু বয়লা গোল আকাৰৰ। চুৰ হ'ল চুৰি। বহু কেইটা চুৰ একেলগে জোৰা দি বনালে জুৰা চুৰ বোলে। এই অলংকাৰ সমূহ সোন-ৰূপ উভয়বিধ ধাতুৰে তৈয়াৰ কৰা হয়। ইয়াৰ উপৰি অন্যান্য চুৰি আৰু হাতৰ অলংকাৰ মিএগ্ৰা সমাজত প্ৰচলন আছে।

### ডিঙিত ব্যৱহাৰ কৰা অলংকাৰ

ডিঙিৰ অলংকাৰৰ ভিতৰত তাৰা খুটি, ধান তাবিজ ছৰা, মালা, আশুলি আদি প্ৰধান।

**তাৰা খুটি ঃ** তাৰা খুটি ডিঙিত লাগি থকা অলংকাৰ। ইয়াক শকত কলা কাপোৰৰ ওপৰত সোনৰ পতা লগাই সাজ কাটি তৈয়াৰ কৰা হয়। মিএগ্ৰা পৰম্পৰাত ই হ'ল জনপ্ৰিয় অলংকাৰ। ইয়াক দেখাত বট পাতৰ দৰে হয়। তাৰা খুটি বনাওঁতে পাঁচ ভৰি সোনৰ পৰা দহ ভৰি সোন পৰ্যন্ত লাগে। তাৰা খুটি সাধাৰণতে সোনৰ দ্বাৰা তৈয়াৰ কৰা হয়। পূৰ্বতে তাৰা খুটি অবিহনে বিয়া কাৰ্য্য সম্পূৰ্ণ হোৱা নাছিল।

**ধান তাবিজ ছৰা ঃ** ই এক প্ৰকাৰৰ ডিঙিৰ হাৰ। সোন ধানৰ দৰে বনাই এটা সূতাত লগাই এই হাৰ বনোৱা হয়। সোনৰ ধান সমূহ দেখাত তাবিজ (মাদুলীৰ)ৰ দৰে হোৱাৰ কাৰণে ইয়াক ধান তাবিজ কোৱা হয়। বহুত কেইটা ধান এক লগ কৰি এই হাৰ বনোৱা হয় কাৰণে ইয়াক ছৰা (শাৰি বা লাইন) বোলা হয়। ইয়াৰ ওপৰি সোন-ৰূপৰ বিভিন্ন আকাৰৰ মালা আদি মিএগ্ৰা সমাজত প্ৰচলন আছে। পূৰ্ব প্ৰচলিত ৰূপৰ মুদ্ৰাত আঙঠি লগোৱা বহু কেইটা মুদ্ৰা কলা সূতাত গুথি ডিঙিত পিন্ধাও পৰিলক্ষিত হয়।

### ককালত ব্যৱহৃত অলংকাৰ






পায়েল, পাতামল, পাও কড়ি


আঙঠি


আঙঠি


হাৰ


সিতি পাটি (মূৰত পিন্ধা)



ককালত বিভিন্ন ধৰণৰ হাৰ ব্যৱহাৰ কৰে। এই হাৰ সমূহ ৰূপৰ দ্বাৰা তৈয়াৰ কৰা হয়। এটা হাৰৰ ওজন আধা কেজিলৈকেও থাকে।

**চন্দ্ৰহাৰ ঃ** মিএগ্ৰা সমাজত ককালত পিন্ধা হাৰৰ ভিতৰত চন্দ্ৰহাৰ হ'ল জনপ্ৰিয় হাৰ। এই হাৰৰ আকাৰ চন্দ্ৰ (জোন)ৰ দৰে। ইয়াক ককালত পিন্ধিলে চন্দ্ৰ পিন্ধাৰ দৰে দেখা যায়।

**তাৰা হাৰ ঃ** তাৰাৰ (তৰা) আকাৰ কাৰণে এই হাৰক তাৰা হাৰ বুলি কোৱা হয়। তাৰা হাৰত তিনিটা মালা (চেইন) থাকে আৰু তাৰ মাজত তৰা বনাই লগোৱা হয় বাবে ইয়াক তাৰা হাৰ কয়।

**বিচ্ছু হাৰ ঃ** তাৰা হাৰৰ দৰেই এই হাৰত বিচ্ছুৰ আকাৰ বনাই লগোৱা থাকে গতিকে এই হাৰক বিচ্ছু হাৰ বোলে। ইয়াৰ ওপৰি সুকি হাৰ নামৰ আন এটা হাৰও ককালত পিন্ধা হয়।

### ভৰিত পিন্ধা অলংকাৰ

ভৰিত খাৰু পিন্ধে। খাৰুৰ ভিতৰত বাক খাৰু, গোল খাৰুই প্ৰধান। বাক খাৰু দুটা আম পাতৰ দৰে। এই দুটা পাত খিল লগাই ভৰিত পিন্ধা হয়। গোল খাৰুৰ আকাৰ গোল ই দেখাত বয়লাৰ দৰে। ইয়াক বাক খাৰুৰ লগত নাইবা বেলেগেও পিন্ধা হয়। এই খাৰু সমূহ সাধাৰণতে ৰূপৰ। ইয়াৰে উপৰিও বিভিন্ন আকৃতিৰ পাতামল পিন্ধা হয়।

মূৰত শিতি পাটি পিন্ধাৰ প্ৰচলনো মিএগ্ৰা সমাজত আছে। শিতি পাটি সমূহ সোনৰ। ইয়াত ৰূপ ব্যৱহাৰ কৰা নহয়।

মিএগ্ৰা জনগোষ্ঠীয় পৰম্পৰাত প্ৰচলিত সাজ-পোছাক আৰু আ-অলংকাৰৰ এটা থুলমূল আলোচনা এই নিবন্ধত কৰা হ'ল। এই সাজপাৰ আৰু আ-অলংকাৰ সমূহ মিএগ্ৰা জনগোষ্ঠীৰ নিজস্ব সংস্কৃতিৰ ভিতৰৰ। বিশেষ উৎসৱ আদিত 'মিএগ্ৰা পুৰুষে' পায়জামা-পাঞ্জাৱী-টুপি পিন্ধা নিয়ম আৰু মহিলা সকলে আ-অলংকাৰ আৰু আটাইতকৈ ভাল খাৰী কাপোৰ পিন্ধে। এনিদৰে নিজস্ব কলা কৃষ্টি লৈ মিএগ্ৰা জনগোষ্ঠীয়ে অসমত প্ৰৱেশ কৰিছে। অসমত প্ৰৱেশ কৰি অসমীয়া জাতি গঠন প্ৰক্ৰিয়া উন্নত কৰি আছে। মিএগ্ৰা জনগোষ্ঠী সম্পূৰ্ণভাৱে অসমীয়া হবলৈ যত্ন কৰি আছে। মিএগ্ৰা সংস্কৃতিয়েও অসমীয়া সংস্কৃতিৰ ভড়াল চহকী কৰিছে। মিএগ্ৰা সকলৰ বহুত পৰম্পৰাগত সাজপোছাক বিলীন হৈ গৈছে। বহুত আ-অলংকাৰ ব্যৱহাৰ নকৰা হ'ল মাত্ৰ বৃহত্তৰ অসমীয়া জাতি গঠনৰ উদ্দেশ্যে। তথাপি মিএগ্ৰা জনগোষ্ঠীয় পৰম্পৰাগত আ-অলংকাৰ, সাজ-পোছাক একেবাৰে বিলীন হোৱা নাই। যিবোৰ বিলীনৰ পথত সেইবোৰ সুৰক্ষা কৰা মিএগ্ৰা জনগোষ্ঠীৰ কৰ্ত্তব্য ; কাৰণ মিএগ্ৰা সংস্কৃতিও বাৰে বৰণীয়া অসমীয়া সংস্কৃতিৰ এটা বৃহৎ অংশ।

(এই নিবন্ধ প্ৰস্তুত কৰাত যি সকল ব্যক্তিয়ে তথ্য যোগান ধৰি মোক সহায় কৰিছে, সেই সকল ব্যক্তি ক্ৰমে মোৰ মৰমৰ আইতা নেকজান নেছা, মোৰ মৰমৰ মাতৃ আনোৱাৰা খাতুন (কোকিলা), সন্মানিত তাঁৰৈ আমজাত হুছেইন (চলাকুৰা, বংগাইগাঁও), ইনুৱাৰা খাতুন, শামচুন নাহাৰ (চলাকুৰা, বংগাইগাঁও), মোছাঃ ৰাবিয়া খাতুন (মৈৰাবাৰী, মৰিগাঁও), জবেদা বেওঁৰা, গোলাম হুছেইন (দাৱনদিয়া, বৰপেটা), নুৰুল ইছলাম (দিপ্তা, সুবাদী, নলবাৰী), খোৰছেদ আলী, আব্দুছ ছামাদ, সাজিদা খাতুন (বৰলিৱাৰ পাৰ, নলবাৰী), শ্ৰী মৈছ্য কৰ্মকাৰ (কোকিলা, বংগাইগাঁও), মিচ কদভানু (দত্তকুছি, বৰপেটা), মিচ্ মুন্নি (কয়াকুছি, বৰপেটা), মিচ্ গোলেনুৰ ওচমানী (গৌৰিপুৰ), মিচ্ শুকুৰী নেছা (চানমামা, বৰপেটা), মিচ ছাহেৱা খাতুন (কমলাবাৰী, বৰপেটা), মিচ্ শ্বহিদা খাতুন (শিক্ষয়ত্ৰী, অভয়াপুৰী-অভয়েশ্বৰী উচ্চতৰ মাধ্যমিক বিদ্যালয়), ডাঃ শ্বহিদুল ইছলাম (কলগাছিয়া), ছাদুল্লা দেৱান (প্ৰবক্তা, ৰাজীৱ গান্ধী কলেজ, লেংটিছিঙা), মৌঃ আঃ ৰহিম (হাউলী) আদিৰ লগতে মোৰ প্ৰিয় বন্ধু জাকাৰিয়া আহমেদ, মোকছেদ আলী আহমেদ, ছফেৰ উদ্দিন আহমেদে বিভিন্ন ব্যক্তি তথা উৎসব পৰা মোক তথ্য সংগ্ৰহ কৰি দিয়াৰ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছোঁ। মোৰ শ্ৰদ্ধাৰ শিক্ষয়ত্ৰী নাৰীবাদী লিখিকা শ্ৰীমতী শশীপ্ৰভা গোস্বামী (মুৰব্বী অধ্যাপিকা, ৰাজনীতি বিজ্ঞান বিভাগ, বি. এইচ. কলেজ, হাউলী) বাইদেৱে মোক লিখিবলৈ উৎসাহ দিয়াত শিষ্যসুলভ ভক্তি নিবেদন কৰি, মিঞা পৰম্পৰাগত সাজ-পোছাক আৰু আ-অলংকাৰৰ এই প্ৰবন্ধৰ সংক্ষিপ্ত আলোচনা সামৰিছো।)



আধুলী ছড়া, ধান তাবিজ ছড়া



# স্বনিৰ্মিত নিত্য ব্যৱহাৰ্য্য মিঞা সামগ্ৰী

**ডঃ মোঃ শ্বাহজামাল শ্বেইখ**

কৃষি প্ৰধান মিঞা সমাজত অতিজৰে পৰা নিত্য ব্যৱহাৰ্য্য সামগ্ৰী সমূহ স্বনিৰ্মাণৰ এক অদম্য প্ৰৱণতা দেখিবলৈ পোৱা যায়। প্ৰায় বেছি ভাগ পৰিয়ালৰ ৫/৬ বছৰীয়া ল'ৰা ছোৱালীৰ পৰা আৱালবৃদ্ধলৈকে এনে সামগ্ৰী সমূহ নিৰ্মাণ কৰাত যথেষ্ট পাৰ্গতালি দেখুৱাটো সঁচাকৈয়ে বৰ গৌৰৱৰ কথা। ধুবুৰীৰ পৰা শদীয়ালৈ সিঁচৰিত হৈ থকা বিভিন্ন মিঞা উপগোষ্ঠীসমূহৰ এই আত্মনিৰ্ভৰশীলতা ঠাই বিশেষে কুটীৰ শিল্প উদ্যোগলৈ ৰূপান্তৰিত হোৱাও দেখা যায়। বিভিন্ন মিঞা জনগোষ্ঠীয়ে তৈয়াৰ কৰিব পৰা নিত্য ব্যৱহাৰ্য্য সামগ্ৰীৰ বিষয়ে থুলমূলকৈ আলোচনা কৰা হ'ল।

**(ক) বাহ-বেতৰ সামগ্ৰী**

(১) **ডোল** ঃ বাহৰ পাতল-চেপেটা ফলিৰে তৈয়াৰ কৰা চুঙাকৃতিৰ পাত্ৰবিধ ভড়ালৰ শস্য সংৰক্ষণৰ বাবে ব্যৱবাৰ কৰা হয়।

(২) **বেৰ** ঃ বাহৰ ঢাৰিৰে নিৰ্ম্মিত বৃহদাকৃতিৰ ডোল সদৃশ পাত্ৰবিধত বহু পৰিমাণৰ শস্য সংগ্ৰহ কৰাত ব্যৱহাৰ কৰা হয়।

(৩) **ঢাৰি** ঃ বাহৰ পাতল চেপেটা ফলিৰে নিৰ্ম্মিত সামগ্ৰীবিধ বিছনা নাইবা মজিয়াত ব্যৱহাৰ কৰা হয়। তাৰোপৰি ছিলিং, নাও বা গৰুৰ গাড়ীৰ চাল তৈয়াৰ কৰাৰ বাবেও ব্যৱহাৰ কৰা হয়। কবৰ ঢাকি দিয়াত ইয়াৰ প্ৰয়োগ নিশ্চিত।

(৪) **দুৱাৰ** ঃ বাহৰ পাতল চেপেটা ফলিৰে নিৰ্ম্মিত দুৱাৰ ঘৰ নাইবা চাৰিবেৰৰ প্ৰৱেশ দ্বাৰত ব্যৱহাৰ কৰা হয়।

(৫) **টুপৰি** ঃ চুঙা সদৃশ পাত্ৰবিধ শস্য বা শাকপাচলি জমা কৰি ৰখাৰ বাবে ব্যৱহাৰ কৰা হয়। পাতল চেপেটা মিহি ফলিৰে তৈয়াৰ কৰা হয়।

(৬) **কুলা** ঃ শস্যৰ পৰা অলাগতিয়াল পদাৰ্থ আতৰোৱাৰ বাবে ব্যৱহাৰ কৰা বহল পাত্ৰ। বিন্ধা নথকাকৈ পাতল ফলিৰে সজা হয়।

(৭) **ডালা** ঃ শস্য পৰিস্কাৰ কৰাত ব্যৱহাৰ হোৱা পাত্ৰবিধ ঘূৰণীয়া, বহল আৰু বিন্ধা নথকা বিধৰ।

(৮) **চালুন** ঃ বাহৰ পাতল ফলিৰে নিৰ্মাণ কৰা বিন্ধাযুক্ত ঘূৰণীয়া পাত্ৰবিধৰ দ্বাৰা সৰু ডাঙৰ শস্য পৃথক কৰাত ব্যৱহাৰ কৰাৰ উপৰিও ধূলি, বালি, শিলৰ টুকুৰা আদিও পৃথক কৰিব পাৰি।

(৯) **টালা** ঃ বেতেৰে নিৰ্মিত সৰু অৰ্ধগোলাকৃতিৰ পাত্ৰবিধৰ সহায়ত ধান, চাউল, আটা আদি জোখাত ব্যৱহাৰ কৰা হয়।

(১০) **চৈয়ন** ঃ বেতেৰে নিৰ্মিত অপেক্ষাকৃতভাবে ডাঙৰ টালাসদৃশ পাত্ৰবিধেৰে শস্য হস্তান্তৰ কৰা হয়।

(১১) **পাইছা/টুকৰি** ঃ শাক পাচলি আৰু ঘাঁহ কঢ়িওৱাৰ বাবে ব্যৱহৃত হোৱা ডাঙৰ বিন্ধাযুক্ত পাত্ৰ।

(১২) **খাচা/টাপা** ঃ হাঁহ, কুকুৰা, পাৰ চৰাই, বিলাহী আদি কঢ়িওৱাত ব্যৱহাৰ কৰা হয় যদিও গছপুলি আদি ঢাকি ৰখাৰ বাবেও ব্যৱহাৰ কৰা হয়।

(১৩) **ডালি** ঃ বাঁহৰ চেপেটা ফলিৰে তৈয়াৰ কৰা বহল চুঙা সদৃশ পাত্ৰবিধ প্ৰধানতঃ মাটি কঢ়িওৱাৰ বাবে ব্যৱহাৰ কৰা হয়।

(১৪) **শলা/শলাটি** ঃ বহুলভাবে প্ৰচলিত সামগ্ৰীবিধ বাঁহৰ টান কাঠিৰে তৈয়াৰ কৰা হয়। ঢাৰু বা শলা চোতাল পৰিস্কাৰ কৰাত ব্যৱহাৰ কৰা হয়। বাঁহৰ উপৰিও নাৰিকল গছৰ পাতৰ সিৰা, নলগছৰ ফুল আৰু উলুখেৰ নাইবা ঝাউ গছৰ সহায়েৰেও এনে ঝাৰু তৈয়াৰ কৰা হয়।

(১৫) **বিচন (বিচনি)** ঃ বাঁহৰ মিহি চেপেটা ফলিৰে তৈয়াৰ কৰা হয়। ঘূৰণীয়া নাইবা আয়তাকাৰ আকৃতি হব পাৰে। মিহি ঘূৰণীয়া কাঠিৰেও বিছনি তৈয়াৰ কৰা হয়। বাঁহৰ উপৰিও খেজুৰ গছৰ পাত, তাল গছৰ পাত, তামোল গছৰ বাকলি, সূতা আদিৰেও বিছনি তৈয়াৰ কৰা হয়।

(১৬) **মোৰা** ঃ বাঁহৰ টান শলাৰে নিৰ্মিত বহাৰ ওখ আসন। মোৰাৰ ওপৰ ফালত প্লাষ্টিকৰ বচিৰেও ঢাকনি দিয়া হয়।

(১৭) **চকী** ঃ বাঁহ বা বেতেৰে তৈয়াৰ কৰা চকী আধুনিক যিকোনো আৰ্হিৰে নিৰ্মাণ কৰা হয়।

(১৮) **মেজ (টেবুল)** ঃ এইবিধো বাঁহ বা বেতেৰে নিৰ্মাণ কৰা হয়।

(১৯) **আলনা** ঃ কাপোৰকানি সজাই ৰখাত ব্যৱহাৰ কৰা হয়। সাধাৰণতে নলবাঁহৰ দ্বাৰা নিৰ্মাণ কৰা হয়। কৃত্ৰিম ৰং সানি দেখাত বাৰুকৈয়ে আকৰ্ষণীয় কৰা হয়।

(২০) **দোলনা** ঃ ঘূৰণীয়া নাইবা ঘনক আকৃতিৰ সামগ্ৰীবিধ বাঁহেৰে নিৰ্মাণ কৰা হয় আৰু কেঁচুৱাক ওমলাত ব্যৱহাৰ কৰা হয়।

(২১) **জায়নামাজ (নামাজৰ মচলা)** ঃ বাঁহৰ পাতল ফলিৰে তৈয়াৰ কৰা হয়। বাঁহৰ উপৰিও পাটি গছ, খেজুৰ গছৰ পাত, প্লাষ্টিক, প্লাষ্টিকৰ বস্তা আদিৰেও মছলা তৈয়াৰ কৰা হয়।

(২২) **তৰজা** ঃ তাৰৈ বাঁহেৰে নিৰ্মিত সামগ্ৰীবিধ ঘৰৰ ছিলিং, বেৰ আদিৰ বাবে ব্যৱহাৰ কৰা হয়।

(২৩) **টোপা/ঠোনা** ঃ গৰু মহৰ মুখ বন্ধ কৰি ৰখাৰ বাবে ব্যৱহাৰ কৰা হয়। বাঁহ বা বেতৰ পাতল পাতল ফলিৰে সজা হয় যদিও প্লাষ্টিক নাইবা মৰাপাটৰ ৰচিৰেও সজা হয়।

(২৪) **কাইৰেল/কাৰাইল** ঃ এটা হাকোটাযুক্ত বাঁহ গছৰ আগৰ দ্বাৰা তৈয়াৰ কৰা সজুঁলীবিধ মৰণা মৰাৰ সময়ত ধানৰ খেৰ জোকাৰাত নাইবা ধানখেৰ শুকোৱা কাৰ্য্যত ব্যৱহাৰ কৰা হয়।

(২৫) **বাংকে/বাইংকা** ঃ দুই মূৰ জোঙা ডাঠ বাঁহৰ ফলি বিধেৰে ধান, ঘাঁহ, শাক পাচলি আদিৰ বোজা কঢ়িওৱাত ব্যৱহাৰ কৰা হয়।

(২৬) **নাংলে/নাইংলা** ঃ চৈধ্যটা বাঁহৰ দাঁতযুক্ত সজুঁলীবিধেৰে ধান, গম, মৰাপাট আদি খেতিৰ আদি অৱস্থাত অলাগতীয়াল বনগুচোৱাত নাইবা শস্য পাতলোৱাত ব্যৱহাৰ কৰা হয়। কাঠৰ ঘূৰণীয়া ধূৰাত এই দাঁতসমূহ স্থাপন কৰা হয় আৰু এডাল লিভাৰৰ সহায়ত সংযোজন কৰা হয়।

(২৭) **চংগ বা মৈ** ঃ দুচটা বাঁহেৰে নিৰ্মিত সজুঁলীবিধৰ সহায়ত খেতি পথাৰৰ মাটি সমান কৰাত নাইবা ওখ ঠাইত আৰোহণ কাৰ্য্যত ব্যৱহাৰ কৰা হয়।

(২৮) **জোঙাল** ঃ হাল বোৱা, গৰু গাড়ী টনা, নাংলে দিয়া, তেল পেৰা, কুঁহিয়াৰ গুৰ তৈয়াৰ আদি কাৰ্য্যৰ বাবে গৰু মহৰ কান্ধত ৰখা এবিধ সজুঁলী। বাঁহৰ উপৰি কাঠেৰেও নিৰ্মাণ কৰা হয়।

(২৯) **হাত ছাউনী বা হাত নাংগুলা** ঃ কাঠৰ ঘূৰণীয়া খণ্ডত ৫/৬ টা বাঁহৰ ফলিৰ দাঁত স্থাপন কৰা হয় আৰু বাঁহৰ মাৰিৰ সহায়ত পথাৰৰ জাবৰ যোথৰ পৰিস্কাৰ কৰাত ব্যৱহাৰ কৰা হয়।

(৩০) **ইটা মোহৰ/ ইটা মুগুৰ** ঃ ইটা মোহৰ বা দলিমাৰি এডোখৰ ঘূৰণীয়া কাঠ চাৰিফুট মান দীঘল বাঁহৰ মাৰিত সংযোজন কৰি টান মাটিৰ চটা ভঙাত ব্যৱহাৰ কৰা হয়।

(৩১) **গাড়ী** ঃ গৰুৰ গাড়ী, ঘোঁৰাৰ গাড়ী আদিও বাঁহেৰে নিৰ্মাণ কৰা হয়।

(৩২) **নগ্গী/নগী** ঃ নাও ঠেলা এবিধ সৰল সঁজুলী।

(৩৩) **লাখুটি** ঃ বৃদ্ধা মানুহে ব্যৱহাৰ কৰা এবিধ গছৰ মুৰা যুক্ত লাঠি।

(৩৪) **চাং** ঃ বাঁহেৰে নিৰ্মিত চাং বিধ শস্য ৰখাৰ বাবে নাইবা শোৱাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৩৫) **পিঠ মাতেল / মাতাইল** ঃ বাঁহৰ পাতল ফলক আৰু বিড়ি গছৰ পাতেৰে তৈয়াৰ কৰা সজুঁলীবিধ খেতি পথাৰত ৰ'দ বৰষুণত কাম কৰাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৩৬) **মাথো মাতেল বা মাথা মাতাহ'ল** ঃ মূৰত ব্যৱহাৰ উপযোগী সজুঁলীবিধ জাপি সদৃশ আৰু খেতি পথাৰত কাম কৰাৰ সময়ত ৰ'দ বৰষুণৰ পৰা হাত সাৰিবৰ নিমিত্তে

তৈয়াৰ কৰা হয়।

### (খ) মাছ ধৰা সজুলি

(৩৭) **খালৈ** ঃ মাছ ৰখাৰ বাবে ব্যৱহাৰ কৰা চুঙা সদৃশ সজুঁলী।

(৩৮) **পলো** ঃ মাছ ধৰা গোলাকৃতিৰ সজুঁলী। বাঁহৰ শলাৰে নিৰ্মাণ কৰা হয়।

(৩৯) **দাবকি** ঃ বাঁহৰ শলাৰে তৈয়াৰ কৰা মাছ ধৰা সজুঁলী।

(৪০) **খিয়েব / খিয়াল** ঃ তুলনামুলক ভাবে ডাঙৰ মাছধৰা দাৰকি সদৃশ সজুঁলী।

(৪১) **চেপা** ঃ এবিধ চেপা খোৰা চুঙা আকৃতিৰ বাঁহৰ শলাৰে তৈয়াৰ কৰা মাছধৰা সজুঁলী।

(৪২) **কাটিয়ে / কাইঠা** ঃ ঢোল আকৃতিৰ মাছ ধৰা সজুঁলীবিধ কোবাল সোঁতত মিছা মাছ ধৰাত ব্যৱহাৰ কৰা হয়।

(৪৩) **বানা** ঃ গভীৰ পানীত মাছ অহা যোৱা কৰা বাট বন্ধ কৰা নাইবা ধান শস্য আৰু মাছৰ খেতি একেলগে কৰা জলাশয়ত বেষ্টনি দিয়াত ব্যৱহাৰ কৰা হয়।

(৪৪) **নেবাজাল** ঃ ত্ৰিকোন আকৃতিৰ জাল দীঘল বচি আৰু জালৰ ৰচিৰে যুজ কৰি গভীৰ পানীত টনা হয়।

(৪৫) **চটকা জাল** ঃ বাঁহৰ ফ্ৰেম আৰু এছাৰিত সূতাৰ চাৰি কোনীয়া সৰু জাল স্থাপন কৰি সজোৱা এবিধ মাছ মৰা জাল।

(৪৬) **ঝাইট জাল** ঃ চটকা জালৰ নিচিনা কিন্তু আকাৰত বৃহৎ। ইয়াক চলোৱাৰ বাবে কপিকল সদৃশ কৰা হয়।

(৪৭) **মশাৰি জালী** ঃ আঠুৱাৰ সহায়ত সৰু ডাঙৰ মাছ ধৰা সচৰাচৰ দেখা যায়।

(৪৮) **ঠেলা জাল** ঃ ত্ৰিকোনাকৃতিৰ বাঁহৰ দীঘল এছাৰি লগত চুঙা সদৃশ গোলাকৃতিৰ মুখযুক্ত বাঁহৰ খাপত জাল স্থাপন কৰি সজোৱা সজুঁলী বিধেৰে গভীৰ পানীত ডাঙৰ মাছ ধৰাত ব্যৱহাৰ কৰা হয়।

(৪৯) **হৰকা** ঃ বাঁহৰ ফলিৰে নিৰ্মিত জাকৈ সদৃশ বৃহৎ আহিলা। গভীৰ পানীত ডুবাই থৈ মাছ ধৰাত ব্যৱহাৰ কৰা হয়।

(৫০) **খৰা জাল** ঃ বাঁহৰ ত্ৰিকোন আকৃতিৰ খাপত সূতাৰ জাল বান্ধি খৰাজাল তৈয়াৰ কৰা হয়। সোঁত থকা নৈত স্থাপন কৰি মাছ ধৰা হয়।

(৫১) **ঘাৰুৱা বৰশী** ঃ কাপোৰৰ সৰু টোপত শিহুৰ তেল (বৰ্তমান আন জীৱৰ পচা তেল ব্যৱহাৰ কৰা হয়) সানি ঘাৰুৱা মাছ ধৰাত ব্যৱহাৰ কৰা সৰল বৰশী।

(৫২) **ছিপ বৰশী** ঃ বাঁহৰ দীঘল আগত সূতা আৰু লোৰ হাকোটা সদৃশ বৰশী যুক্ত কৰি এইবিধ বৰশী সজোৱা হয়। সৰু ডাঙৰ সকলো বিধৰ মাছ ধৰাত ইয়াক ব্যৱহাৰ কৰা হয়।



(৫৩) **পলাটি বৰশী** ঃ নল বাঁহ নাইবা মৰাপাটৰ কাতি বা নল খাগৰিৰে তৈয়াৰ কৰা বৰশীবিধেৰে সাধাৰণতে গৰৈ, শিঙি আদি মাছ ধৰাত ব্যৱহাৰ কৰা হয়।

(৫৪) **পাছা/যুইতা** ঃ বাঁহৰ দীঘল এছাৰিৰ মূৰত বাঁহৰ ঘুৰণীয়া টান শকত শলা গোলাকৃতিত স্থাপন কৰি প্ৰতিটো শলাৰ মূৰত লোৰ ডাঙৰ বৰশী যুক্ত কৰি বৃহৎ বৰালি আদি বিদ্ধ কৰাত ব্যৱহাৰ কৰা হয়।

(৫৫) **ফোছকা** ঃ বাঁহৰ দীঘল এছাৰি মূৰত লোৰ হাকোটা গুচ্ছিত আকাৰে স্থাপন কৰি বিভিন্ন মাছ বিদ্ধ কৰাত ব্যৱহাৰ কৰা হয়।

(৫৬) **পলিবান্ধ** ঃ পালিবান্ধৰ সহায়ত গৰৈ, বৈৰাল আদি মাছ সহজে ধৰিব পাৰি।

(৫৭) **কলহ ফান্দ** ঃ বন্ধ জলাশয়ৰ দাঁতিত নৈৰ পলিমাটি সনা কলহ গাঁতত বহুৱাই থৈ মাগুৰ, শিঙি আদি ধৰা এবিধ ফান্দ।

(৫৮) **ঝাকি জাল** ঃ ঠাই বিশেষে ইয়াক মুঠ জাল বুলিও কোৱা হয়। ৮-১২ হাত দীঘল শংকু সদৃশ জালৰ তলদেশত লোৰ কাঠি সংযুক্ত কৰি বহল ক্ষেত্ৰত মাছ ধৰাত ব্যৱহাৰ কৰা হয়।

(৫৯) **বেৰজাল** ঃ ডাঙৰ জলাশয়ত মাছ ধৰাৰ বাবে ব্যৱহাৰ কৰা দীঘল জাল। বৰ্তমান নিজে সজোৱাৰ উপৰিও নাইলনৰ জালেৰেও ইয়াক তৈয়াৰ কৰা হয়।

(৬০) **পেন্টিজাল** ঃ বহল ফাকৰ তুলনামূলকভাবে কম দীঘল জাল। ডাঙৰ মাছ ধৰাত ব্যৱহাৰ কৰা হয়।

(৬১) **ফাঁচি জাল** ঃ সৰু ডাঙৰ বিভিন্ন মাছ ধৰাৰ বাবে ব্যৱহাৰ উপযোগী বিভিন্ন আকৃতিৰ জালবিধ ৫০০ ফুটলৈকেও দীঘল কৰি সজোৱা হয়। বাগাৰি মাছৰ দৰে বৃহৎ মাছ ধৰা ফাচি জাল মিএগ মাছমৰীয়া বোৰে তৈয়াৰ কৰিব পাৰে।

(৬২) **চুঙা ফান্দ** ঃ মাগুৰ আৰু শিঙি মাছ ধৰাৰ বাবে ব্যৱহাৰ কৰা বাঁহৰ ফলিৰ আহিলা।

(৬৩) **বাগাৰি বৰশী** ঃ বাগাৰি বা গৰুৱা মাছ ধৰাৰ বাবে ব্যৱহাৰ কৰা মৰাপাটৰ ৰচিৰে তৈয়াৰ কৰা এবিধ বৰশী।

(৬৪) **দাউন বৰশী** ঃ বহুসংখ্যক বৰশী একেলগে সমদূৰত্বত স্থাপন কৰা এবিধ বিশেষ বৰশী।

(৬৫) **জিলে বৰশী** ঃ বাঁহৰ চুটি এছাৰিত স্থাপন কৰা বিশেষ বৰশীবিধেৰে বৰালি মাছ সহজে ধৰিব পাৰি।

(৬৬) **কৈ বৰশী** ঃ বাঁহৰ শলা বেকা কৰি সজোৱা এবিধ বিশেষ বৰশী কাঁৱৈ মাছ ধৰাত ব্যৱহাৰ হয়।

(৬৭) **সূত বৰশী** ঃ প্লাষ্টিক সূতা নাইবা ৰেচমী সূতাত স্থাপন কৰা বৰশীৰে গভীৰ পানীৰ ডাঙৰ মাছ ধৰা হয়।

*(বাঁহবেতৰ সামগ্ৰী সমূহ কয়াকুছি, কুৰিহা, হাউলি, বিলাসীপাৰা, হাইল্টে, বালাগাওঁ, বলাই পাথাৰ, শতপুৰ, বালিকুৰি, কৃষ্ণাই, দুধনৈ, বলবলা, ধুবুৰী, মানকাচৰ, সুখচৰ, কালাপানী আদি বিস্তৃত অঞ্চলৰ মিএগ্রা মানুহে ঔদ্যোগিক ভিত্তিত উৎপাদন কৰি অসমৰ জাতীয় অৰ্থনীতিত এক বিশেষ অৰিহণা জোগাই আহিছে।)*

### (গ) লোৰ সামগ্ৰী ঃ

(৬৮) **নাঙলৰ ফাল ঃ** কাঠৰ নাঙলৰ মূৰত সংযোজন কৰা লোৰ চেপেটা ফলি।

(৬৯) **গাড়ীৰ চকাৰ ফাল ঃ** কাঠৰ চকাৰ ওপৰত স্থাপন কৰা লোৰ ফলিৰ ঘূৰণীয়া আঙুঠি।

(৭০) **বেকি দাও বা বাহি দাও ঃ** দীঘল আৰু পাতল দা বিধ মৰাপাট, বা ঘাঁহ কটাৰ বাবে ব্যৱহাৰ কৰা হয়। বাঁহৰ পাতল ফলক তৈয়াৰ কৰাৰ বাবেও ইয়াক ব্যৱহাৰ কৰা হয়।

(৭১) **খান দাও ঃ** তুলনামূলকভাৱে চুটি, চেপেটা, ডাঠ আৰু বহল দা বিধেৰে বাঁহ কটা, বা আন টান বস্তু কটাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৭২) **কাচি ঃ** বক্ৰাকৃতিৰ লোৰ পাতল ফলিৰ এটা পাৰ্শ্বত মিহি অসংখ্য খাঁজ কটা হয় আৰু ধান, মাহ, গম, ঘাঁহ আদি কটাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৭৩) **বটি ঃ** শাক পাচলি আদি কটাৰ বাবে ব্যৱহাৰ কৰা আহিলা।

(৭৪) **চাক্কু বা কটাৰী ঃ** শাকপাচলি, ফলমূল আদি কটাৰ বাবে ব্যৱহাৰ কৰা সৰু ছুৰি বিশেষ আহিলা।

(৭৫) **ছুৰি ঃ** গৰু, মহ, ছাগলী আদি জবেহ কৰাৰ বাবে এৰিধ চোকা অস্ত্ৰ।

(৭৬) **খন্তি বা পাসুন ঃ** কাঠ নাইবা মহৰ শিঙেৰে নিৰ্মিত এছাৰিযুক্ত এইবিধ আহিলাৰে খেতিপথাৰৰ শস্যৰ মাজত থকা তৃণক উদ্ভিদ আঁতৰ কৰাত ব্যৱহাৰ কৰা হয়।

(৭৭) **খন্তা ঃ** মাটি খন্দাৰ বাবে ব্যৱহাৰ কৰা হয়। ডাঠ লোৰ ফলক বিধ বক্ৰাকৃতিৰ নাইবা পোন চেপেটা হব পাৰে। এছাৰি ডাল বাঁহ নাইবা কাঠেৰে নিৰ্মিত। সম্পূৰ্ণভাবে লোৰেও ইয়াক তৈয়াৰ কৰা হয়।

(৭৮) **শাবল ঃ** লোৰ দণ্ডৰ এটা মূৰ পাতল ও বক্ৰাকৃতিৰ কৰি কাঠৰ পৰা গজাল উলিওৱা নাইবা গধুৰ বস্তু স্থানান্তৰ কৰাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৭৯) **বাঁহ কটা খন্তা ঃ** লোৰ গধুৰ দণ্ডৰ এটা মূৰ পাতল আৰু চোকা কৰি থূপৰ পৰা বাঁহগছ কটাত ব্যৱহাৰ কৰা হয়।

(৮০) **কুৰেল/কুৰাইল ঃ** কুৰেল বা কুঠাৰ কাঠ আদি কটা বা ফলা কৰাৰ বাবে তৈয়াৰ কৰা হয়।

(৮১) **কোদাল ঃ** কোদাল বা কোৰ মাটি খন্দাত ব্যৱহাৰ কৰা হয়।



(৮২) **সামা ঃ** ঢেকী, দা, কাচি, পাসুন, খন্তি, কটাৰী, ছুৰি আদিৰ এছাৰিৰ মূৰত লগোৱা লোৰ ঘূৰণীয়া আঙুঠি।

(৮৩) **জালৰ কাঠি ঃ** লো নাইবা আলতীয়া মাটিৰে তৈয়াৰ কৰা ফোপলা আহিলা। এইবিধক জালৰ নিম্নত যুক্ত কৰি পানীত সহজে ডুবাত সহায় কৰাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৮৪) **তাওৱা ঃ** ৰুটি, মাছ আদি ভজাৰ বাবে ব্যৱহাৰ কৰা কাঠৰ এছাৰি যুক্ত চেপেটা ঘূৰণীয়া এবিধ আহিলা।

(৮৫) **ডুগডুগি ঃ** লোৰ গধুৰ চুঙা। ইয়াত তামোল পান, মচলা আদি গুড়ি কৰা হয়।

(৮৬) **ৰুকনি ঃ** নাৰিকল, গাজৰ, তিয়হ আদি মিহি কৰি কাটি উলিওৱাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৮৭) **ঘুগৰে/ঘুগুৰী ঃ** ঘোঁৰা, গৰু, মহৰ ডিঙিত পিন্ধোৱা এবিধ বিশেষ ধৰণৰ আহিলা। শব্দ উৎপাদনৰ বাবে সচৰাচৰ ব্যৱহাৰ কৰা হয়। লোৰ বাহিৰেও পিতলৰ দ্বাৰা তৈয়াৰ কৰা হয়। সচৰাচৰ বজাৰৰ পৰা কিনি অনা হয় যদিও কিছুমানে নিজেও তৈয়াৰ কৰিব পাৰে।

(৮৮) **চৌৰাহী বা ঘন্টা ঃ** গৰুমহৰ ডিঙিত পিন্ধোৱা এবিধ শব্দ সৃষ্টিকাৰী আহিলা। পথাৰত ঘাঁহ খোৱাৰ সময়ত গৰু মহৰ প্ৰকৃত অৱস্থান নিৰ্ণয় কৰাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৮৯) **লোৰ টাকুৰী ঃ** সূতা জমা কৰাৰ বাবে ব্যৱহাৰ হয়। কাঠৰ দ্বাৰাও তৈয়াৰ কৰা হয়।

### (ঘ) কাঠমিস্ত্ৰিৰ সজুলি ঃ

(৯০) **বাগা ঃ** বৃহৎ বাগাৰি বা গৰুৱা মাছ ধৰাত ব্যৱহৃত এটা মূৰ জোঙা আৰু বক্ৰাকৃতিৰ এবিধ আহিলা।

(৯১) **বাইশ/বাইশলা ঃ** কাঠৰ পৃষ্ঠ সমান কৰি কঠাত ব্যৱহৃত এবিধ আহিলা।

(৯২) **বাটাল ঃ** কাঠ কঠা এবিধ আহিলা।

(৯৩) **নাঙল ঃ** হাল বোৱা আহিলা।

(৯৪) **জোৱাল ঃ** গৰুৰ কান্ধত ৰখা আহিলা।

(৯৫) **আচবাব পত্ৰ ঃ** মিএগ্রা কাঠমিস্ত্ৰিবোৰে চকী, মেজ, পালেং, ড্ৰেচিং টেবুল, শোকেছ, ৰেক, আলনা, আলমাৰি, চন্দুক আদি অত্যাধুনিক ভাবে তৈয়াৰ কৰিব পাৰে।

(৯৬) **পিৰা ঃ** মিএগ্রা সমাজৰ এটা গুৰুত্বপূৰ্ণ আহিলা। আসন, গাধোৱা, কাপোৰ ধোৱা বা পিঠা তৈয়াৰ কৰাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৯৭) **গাছা ঃ** মিএগ্রা মানুহৰ এবিধ জাতীয় আহিলা। কুপি বাতি অৰ্থাৎ প্ৰজ্বলিত বন্তি ৰখাৰ বাবে ব্যৱহাৰ কৰা হয়।

(৯৮) **হাৰপাটা বা পাট ঃ** অৰ্দ্ধচন্দ্ৰাকৃতিৰ কাঠৰ লগত বাঁহৰ দীঘল এছাৰি যুক্ত এবিধ

আহিলা। শস্য শুকোৱাৰ সময়ত সিঁচৰিত কৰা বা একগোট কৰাত ব্যৱহাৰ কৰা হয়।

(৯৯) **নাহৰি** ঃ চৰুৰ ভাত বা অন্য খাদ্য লৰোৱাত ব্যৱহাৰ কৰা হয়। বাঁহবেত এইবিধ আহিলা নির্মাণ কৰা হয়।

(১০০) **দাণ্ডি** ঃ পাল্লা বা তৰ্জুত ব্যৱহাৰ কৰা ঘূৰণীয়া মাৰি।

(১০১) **গৰুৰ গাড়ীৰ চকা** ঃ বহুলভাবে প্রচলিত এবিধ সামগ্রী।

(১০২) **দোতৰা** ঃ বহুলভাবে প্রচলিত এবিধ সৰল বাদ্য যন্ত্র।

(১০৩) **সাৰিন্দা** ঃ আন এবিধ বহুল প্রচলিত বাদ্য যন্ত্র।

(১০৪) **ঢেকী** ঃ উৰাল বা গাইন নামেৰে পৰিচিত আহিলাৰ সহায়ত হাতেৰে ধান আদি পৰিস্কাৰ বা গুড়ি কৰা হয়।

(১০৫) **বায়হেল/ৰেয়াল** ঃ ধৰ্মীয় পুঁথি যেনে কোৰান শ্বৰীফ ৰখাৰ বাবে ব্যৱহাৰ কৰা হয়।

(১০৬) **নাওঁ** ঃ স্বনির্মিত গুৰুত্বপূর্ণ জলযান। অকল কাঠ নাইবা কাঠ আৰু টিনপাতেৰে নির্মাণ কৰা হয়।

(১০৭) **বঠা** ঃ নাও বাইলোৱাত ব্যৱহাৰ কৰা হয়। বঠাৰ লগত বাঁহৰ এছাৰি যোগ দি দ্বাৰ নামৰ এবিধ বিশেষ বঠাও নির্মাণ কৰা হয়।

(১০৮) **গৰুৰ গাড়ীৰ ধুৰা** ঃ ডাঙৰ কাঠেৰে নির্মাণ কৰা হয়।

(১০৯) **সৰকালি** ঃ কাঠ বা টিনপাত ফুটা কৰাত ব্যৱহৃত হয়।

(১১০) **ঘূটনি** ঃ দালি আদি মিহলোৱাৰ বাবে ব্যৱহাৰ কৰা হয়।

(১১১) **বেলনা বা বলুন** ঃ ৰুটি তৈয়াৰ কৰাত ব্যৱহাৰ হয়।

(১০২) **ৰুটিপিৰা** ঃ ৰুটি আদি তৈয়াৰ কৰাৰ বাবে ব্যৱহৃত হয়।

(১০৩) **ঘৰ সজা সামগ্রী** ঃ ঘৰ সজা বিভিন্ন কাঠৰ সামগ্রী যেনে খুটি, বাটাম, ৰুৱা, ধন্না আদি মিএগ্ৰা কাঠ মিস্ত্রিবোৰে নিজেই সাজিব পাৰে।

### (ঙ) সূতাজাত সামগ্রী ঃ

(১০৪) **তাতুৰা বা তাইতে** ঃ ঘৰ বন্ধাত ব্যৱহৃত হয়।

(১০৫) **মৰাপাটৰ ৰছি** ঃ পঘা, গৰু বন্ধা দীঘল ৰছি, বোজ বন্ধা ৰছি আদি নিজে তৈয়াৰ কৰি লয়।

(১০৬) **ছিকা/ছিগা** ঃ কাপোৰৰ টোপলা, কাচৰ বটল, থাল, বাটি, দৈৰ পাত্ৰ আদি আৰি থোৱাৰ বাবে ব্যৱহাৰ কৰা এবিধ সামগ্রী। মৰাপাটৰ ৰছিত ৰংবিৰঙৰ সুতাৰে মেৰুৱাই দেখাত ধুনীয়া কৰা।

(১০৭) **খেতা** ঃ পুৰনি কাপোৰ কানি একগোট কৰি চিলোৱা এবিধ সামগ্রী। বিভিন্ন



ডিজাইনৰ ফুল আদি অংকিত কৰা সামগ্রীবিধ চাদৰ নাইবা কম্বলৰ দৰে ব্যৱহাৰ কৰা হয়।

(১০৮) **কম্বল** ঃ পুৰনি কাপোৰেৰে তৈয়াৰ কৰা হয়।

(১০৯) **দলিচা** ঃ দলিচা বা কাৰ্পেট সূতাৰ কাপোৰ নাইবা প্লাষ্টিকৰ বস্তাৰ ওপৰত সূতাৰে বিভিন্ন ফুল বা জীৱজন্তুৰ আৰ্হি অংকন কৰা হয়।

(১১০) **মচলা** ঃ নামাজ পঢ়াৰ বাবে ব্যৱহাৰ কৰা হয়। বাঁহ, প্লাষ্টিক নাইবা পাটি গছৰেও ইয়াক তৈয়াৰ কৰা হয়।

(১১১) **মোনা** ঃ মানিবেগ, বজাৰ বেগ, স্কুল বেগ, ভেনিটি বেগ আদি বিভিন্ন ধৰণৰ মোনা মৰাপাট নাইবা প্লাষ্টিকৰ বস্তাৰে সজাব পাৰি।

(১১২) **হাতৰ চিলাই** ঃ বিভিন্ন ফুল, জীৱজন্তু, প্রাকৃতিক দৃশ্য আদি ৰংবিৰঙৰ সূতাৰে কাপোৰৰ ওপৰত সৌন্দৰ্য্য বৃদ্ধিৰ বাবে ব্যৱহাৰ কৰা হয়। তাৰোপৰি টেবুল ক্লথ, বিছনাৰ চাদৰ আদিত এনে দৃশ্য অংকন কৰাৰ উপৰিও এমব্ৰয়ডাৰি পদ্ধতিৰে বিভিন্ন চিত্ৰ অংকন কৰিব পাৰে।

(১১৩) **পাপোছ** ঃ ভৰি বা জোতা চেণ্ডেল পৰিস্কাৰ কৰাৰ বাবে ব্যৱহাৰ কৰা সামগ্রীবিধ পুৰনি কাপোৰ নাইবা মৰাপাটৰ আঁহেৰে তৈয়াৰ কৰা হয়।

(১১৪) **শিপিনী** ঃ মিএগ্ৰা সম্প্রদায়ৰ জোলহা গোষ্ঠীৰ প্ৰায় এশভাগ ব্যক্তিয়ে বিভিন্ন ধৰণৰ কাপোৰ কানি সাজিব পাৰে। জোলহা গোষ্ঠী বর্তমান বৰপেটা জিলাৰ বাৰোগোৱা, বিলাসীপাৰা, মন্দিয়া, বলাইপাথাৰ, কলগাছীয়া, শওপুৰ, ভবানীপুৰ ; নলবাৰী জিলাৰ ভকুৱামাৰি, নওকুছি, ছাফাৰবী, হেলোচাৰ পাম, পিঠাদি আদিত সিচৰিত হৈ আছে। সিহঁতে তৈয়াৰ কৰা কাপোৰ কানি সমূহৰ ভিতৰত মিএগ্ৰা গামোছা, মিএগ্ৰা লুংগী, মিএগ্ৰা শাৰী, মিএগ্ৰা মাফলাৰ, মেখেলা চাদৰ, পচমি চোলা, পচমি ছুৱেটাৰ, পচমি চাদৰ, হাতমোজা, মশাৰি (আঠুৱা), ছাতিৰ কাপোৰ, ওৰনা আদিয়ে প্ৰধান।

(১১৫) **ছামিয়ানা** ঃ ৰাজহুৱা সভা নাইবা সজোৱাৰ বাবে ব্যৱহাৰ কৰা বিশেষ ধৰণৰ বৃহৎ কাপোৰ।

(১১৬) **দস্তৰখানা** ঃ খোৱাৰ সময়ত থালৰ তলত পাৰি দিয়া এবিধ বিশেষ ধৰণৰ কাপোৰ।

(১১৭) **পাল বা বাদাম** ঃ বতাহত নাও টানি লৈ যোৱা এবিধ বিশেষ ধৰণৰ কাপোৰ।

### (চ) অন্যান্য সামগ্রী ঃ

মিএগ্ৰা মানুহে তৈয়াৰ কৰিব পৰা অন্যান্য সামগ্রীসমূহৰ ভিতৰত তলত দিয়া বোৰে প্ৰধান।

(১১৮) **সুৰসি** ঃ জুপুৰি ঘৰৰ চাল বান্ধোঁতে ব্যৱহাৰ কৰা আহিলা। ইয়াৰ সহায়ত তাতুৰা উঠা নমা কৰিব পাৰে। বাঁহেৰে তৈয়াৰ কৰা হয়।

**(১১৯) ওৰকা ঃ** নাৰিকলৰ খোলা কাটি বাঁহ বা কাঠৰ ঘূৰণীয়া এছাৰি যুক্ত কৰি তৈয়াৰ কৰা আহিলা বিধৰ সহায়ত দালি, গাখীৰ, দৈ আদি পনীয়া বস্তু বিতৰণ কৰাত ব্যৱহাৰ কৰা হয়।

**(১২০) ঠোস/চুপি ঃ** বটল, বাতি, লন্টনত তেল ভৰোৱাৰ বাবে ব্যৱহাৰ কৰা হয়।

**(১২১) তাবিজ বা কবজ ঃ** লো, তাম, সোন-ৰূপ, পিতল আদিৰে তৈয়াৰ কৰা আহিলা বিধত ঔষধি গছ বা কোৰানৰ আখৰ বা বাক্য ভৰাই বেমাৰ আজাৰৰ প্ৰতিকাৰৰ অৰ্থে বাহু, ডিঙি বা কংকালত বান্ধি ৰখা হয়।

**(১২২) বাঁহৰ চুঙা ঃ** গাখীৰ খিৰোৱাৰ বাবে ব্যৱহাৰ কৰা ভলুকা বাঁহৰ পাৰ।

**(১২৩) ভূড়া ঃ** বাৰিষা কালত কলগছেৰে তৈয়াৰ কৰা এবিধ মিঞা জলয়ান।

**(১২৪) ছেউতি ঃ** নাওৰ পৰা পানী ছেকা এবিধ টিনৰ আহিলা। খেতি পথাৰত পানী দিয়াৰ বাবেও ব্যৱহাৰ কৰা হয়।

**(১২৫) ছেকনী ঃ** কুঁহিয়াৰৰ ৰস উতলোৱাৰ সময়ত উৎপন্ন হোৱা বৰ্জনীয় পদাৰ্থ ছেকাত ব্যৱহাৰ কৰা এবিধ বিশেষ আহিলা। তদুপৰি গৰম বস্তু তেল আদিৰ পৰা পৃথক কৰাৰ বাবেও স্বনিৰ্মিত ছেকনী ব্যৱহাৰ কৰা হয়।

**(১২৬) জৈৱ পচন সাৰ ঃ** গোবৰ নাইবা জাবৰ জোথৰৰ পৰা তৈয়াৰ কৰা পচন সাৰ মিঞা সমাজৰ আন এটা গুৰুত্বপূৰ্ণ হস্তকৌশল।

**(১২৭) হামাতি/হাম্বাতি ঃ** বাঁহৰ কামিৰে তৈয়াৰী এবিধ আহিলা। ঘৰ ছোৱোৱাৰ সময়ত ৰুৱাৰ লগত আটনৰ গাঁঠি দিয়াৰ সময়ত ব্যৱহাৰ কৰা হয়।

উপৰোক্ত আলোচনাৰ পৰা দেখা যায় যে, দৈনন্দিন জীৱন নিৰ্বাহৰ বাবে প্ৰয়োজনীয় প্ৰায় বেছিভাগ সামগ্ৰীয়েই মিঞা মানুহে নিজে তৈয়াৰ কৰি লব পাৰে। গতিকে সুপৰিকল্পিত আৰু বৈজ্ঞানিকভাবে আগুৱাই গ'লে মিঞা সম্প্ৰদায়ে অসমৰ জাতীয় আয় টনকিয়াল কৰাত বিশেষভাবে সহায় কৰি জাতীয় নাইবা আন্তৰ্জাতিক বজাৰত অসমৰ স্থান শীৰ্ষত উপনীত কৰাবলৈ বাৰুকৈয়ে সক্ষম হব।

( আলোচনাটি যুগুত কৰোতে যি সকলৰ সহায় বিশেষভাবে লোৱা হৈছে ঃ

| | | |
|---|---|---|
| ১) মাজিদা খাতুন | বলাইপাথাৰ | বৰপেটা |
| ২) মীনা বেগম | বলাইপাথাৰ | বৰপেটা |
| ৩) আব্দুল কৰিম | দেওকুৰা | বৰপেটা |
| ৪) নৈইব আলী | ৰাধাকুচি | নলবাৰী |
| ৫) জাকিৰ হুচেইন | কয়াকুচি | নলবাৰী |



| | | |
|---|---|---|
| ৬) আছান আলী | টাপেস্বৰা | বৰপেটা |
| ৭) খলিলুৰ ৰহমান | দাবন্দিয়া | বৰপেটা |
| ৮) জয়নাল আবেদিন | বালাগাও | বৰপেটা |
| ৯) ওমৰ আলী | কলগাছীয়া | বৰপেটা |
| ১০) লথিফ আলী | হাউলী | বৰপেটা |
| ১১) ইয়াৰ মামুদ ভূঞা | গুইলেজা | বৰপেটা |
| ১২) লাল মামুদ | বৰগোৱা | বৰপেটা |
| ১৩) মোবাৰক হুচেইন | চৰ কাছাৰিপাৰা | ধুবুৰী |
| ১৪) জাহাংগীৰ | কালাপানী | ধুবুৰী |



ডোল



পিঠ মাখাইল



ওচা



খাচা



টোনা



চাৰ





খালৈ



গোল মাখাইল



দোৰাইৰ



হুক্কা



খোৰাৰ



(মাটিৰ) চূণাৰ খুটি





আইলসা ডিব্বা



# অসমৰ মিঞা জনগোষ্ঠীৰ পৰম্পৰাগত ধৰ্ম বিশ্বাস

মৌলনা আব্দুল হামিদ

মিঞা মুছলমান সকলৰ পৰম্পৰাগত ধৰ্মীয় বিশ্বাস আৰু আচাৰ অনুষ্ঠানৰ বিশ্বৰ অন্যান্য প্ৰান্তৰ মুছলমানসকলৰ মাজত কোনো পাৰ্থক্য নাই।

বৰ্ত্তমান ভাৰতবৰ্ষ, বাংলাদেশ পাকিস্তান তথা সমগ্ৰ উপ মহাদেশত ইছলাম ধৰ্ম প্ৰচাৰ হৈছিল ছুফিবাদ আৰু বিদেশী মুছলমান শাসক সকলৰ প্ৰব্ৰজনৰ সময়ৰ পৰা। ছুফিবাদ বা পীৰ মুৰিদৰ জৰিয়তে আধ্যাত্মিক দেহ বিচাৰ আৰু ধৰ্ম প্ৰচাৰ কৰা কাৰ্য্যৰ প্ৰসাৰৰ ফলত বঙ্গদেশৰ বহু হিন্দু মানুহে ইছলাম ধৰ্ম গ্ৰহণ কৰে আৰু এওঁলোকৰ সৰহ সংখ্যকৰ পৰিচয় "মিঞা মুছলমান"। বৰ্ত্তমান অসম তথা বঙ্গত বসবাস কৰা মিঞা মুছলমান সকলৰ পৰম্পৰাগত ধৰ্মমত আৰু ধৰ্মীয় আচাৰ অনুষ্ঠান প্ৰতি পালন কৰাৰ লগতে পুৰ্ব পুৰুষ (হিন্দু মতালম্বী) আচাৰ নীতি ও কিছু পৰিমানে ঘৰুৱা আৰু সামাজিক জীৱনত মানি চলা দেখা যায়।

ইছলামৰ মতে নিৰাকাৰ আল্লাহক সৰ্ব শক্তিমান স্ৰষ্টা আৰু তেওঁৰ প্ৰেৰিত দুত হজৰত মহম্মদক সৰ্বশেষ ও শ্ৰেষ্ঠ নবী বুলি বিশ্বাস কৰাটোৰ নাম ঈমান বা কালিমা পঢ়া। তদুপৰি প্ৰতিজন মুছলমান পুৰুষ মহিলা ১০ বছৰ বয়স পূৰ্ণ হোৱাৰ লগে লগেই দিন ৰাতি পাঁচ ওৱাক্ত নামাজ পঢ়া ৰমজান মাহৰ এমাহ ৰোজা ব্ৰত (দিনত পানাহাৰ নিষিদ্ধ) পালন কৰা, সক্ষমশীল ধনী ব্যক্তি সকলে জীৱনত অন্তত্য এবাৰ পবিত্ৰ মক্কা ধামত গৈ হজ্জ ব্ৰত পালন কৰা আৰু উৎপাদিত ৰাহি সম্পত্তিৰ ১০/৪০ অংশ ধন দুখীয়াৰ মাজত বছৰত এবাৰ জাকাত দিয়াটো ফৰজ (অপৰিহাৰ্য্য ও বাধ্যতামূলক) মুছলমান সকলৰ ধৰ্মীয় উৎসৱৰ মাজত ৰমজান মাহৰ শেষত শওৱাল মাহৰ প্ৰথম দিনা আৰু জিলহজ্জ মাহৰ ১০ তাৰিখত বছৰত দুদিন ঈদ উৎসৱ পালন কৰা, আৰবী চাবান মাহৰ ১৪ তাৰিখ ৰাতি "সবেবৰাত", ৰমজান মাহৰ "সবেকদৰ" ৰাতি উজাগৰে থাকি আৰাধনা কৰাটো ধৰ্মীয় বিশ্বাস। তদুপৰি মহৰম মাহৰ ১০ তাৰিখে ইমাম হাছান হুছেইনৰ শোকত মুৰ্চনা গাই এচাম মুছলমানে ধৰ্মীয় উৎসৱ পালন কৰে যদিও এয়া প্ৰকৃততে এক পৰম্পৰাহে।

ইছলাম ধৰ্মীয় পুৰুষ শ্ৰেণীৰ লোক সকলৰ প্ৰতিজনক শিশুকালত লিঙ্গৰ আগছাল কাটি দিয়াটো ধৰ্মীয় পৰম্পৰা। ইয়াক খাতনা বা ছুন্নত কৰা বুলি কোৱা হয়। এই প্ৰথাটো বৰ্ত্তমান ইৰাক তথা পূৰ্বৰ শামদেশত পয়গাম্বৰ হিচাপে খ্যাতি থকা হজৰত ইব্ৰাহীম নবী (আঃ)ৰ দিনৰ পৰা পৰম্পৰা হিচাপে চলি আহিছে। উল্লেখনীয়, ইব্ৰাহীম নবীয়ে তেওঁ নিজেই নিজৰ খাতনা কৰিছিল। ধৰ্মীয় পৰম্পৰা হিচাপে ইব্ৰাহীম নবীৰ

পৰা আৰু কেইটামান আদৰ্শ পালন কৰা হয় যথাক্ৰমে পুৰুষ সকলে চুলি, গোফ চুটি কৰি কাটি ৰখা (মূৰৰ চুলি পুৰুষে অতিৰিক্ত কাণৰ লতি আৰু ডিঙিৰ ওখ হাড়লৈ ছুন্নত বাব্ৰি ৰখাটো বৈধ)। দাড়ি দীঘলকৈ ৰখা, বগল আৰু নাভিৰ নিম্নাংশৰ লোম ৪০ দিনৰ ভিতৰত চাফা কৰা (পুৰষ মহিলা উভয়ে) মেছাৱাক কৰি দাঁত পৰিস্কাৰ কৰা আৰু সপ্তাহত অন্ততঃ এবাৰ হাত ভৰিৰ নখ চুটিকৈ কটা ছুন্নত। ইব্ৰাহীম নবীৰ এই আদৰ্শ হজৰত মহম্মদৰ অনুগামীসকলৰ প্ৰতিও নিৰ্দেশিত ধৰ্মীয় পৰম্পৰা। হজৰত ইব্ৰাহীম নবী (আঃ)ৰ সময়ৰ পৰা মুছলমান সকলে মানি অহা আন এটি ধৰ্মীয় পৰম্পৰা আল্লাহৰ নাম পশু কোৰবাণী (ত্যাগ) কৰা। হজৰত মহম্মদ প্ৰবৰ্ত্তিত ইছলাম ধৰ্ম পালন কৰা মিঞা মুছলমান সকলেও পৰম্পৰাগত ভাৱে উক্ত কোৰবাণী আদৰ্শ পালন কৰে।

মিঞা মুছলমান সম্প্ৰদায়ৰ মাজত পীড় মুৰিদি প্ৰথা এটা ধৰ্ম চৰ্চাৰ অংশ হিচাপে চলি আহিছে। এই প্ৰথা মতে মুৰিদ (শিষ্য) সকলে পীৰ চাহাবৰ খানকাহত বছৰত অত্যন্ত এবাৰ মিলিত হৈ আধ্যাত্মিক জ্ঞানৰ শিক্ষা লয়। কেতিয়াবা মৃত পীৰৰ কবৰস্থান (মাজাৰত) ভক্ত সকলে মিলিত হৈ পীৰৰ প্ৰতি শ্ৰদ্ধা জনাই উৎসৱ মুখৰ পৰিবেশত আল্লাহৰ ইবাদত কৰা হয়। ইয়াক উৰুচ মোবাৰক বুলি কয়। মুছলমান সকলৰ পৰম্পৰাগত ধৰ্মীয় প্ৰথামতে যুৱক-যুৱতী সকল প্ৰাপ্ত বয়স্ক হোৱাৰ লগে লগেই বিয়া-বান্ধৰ মাজেৰে সম্পৰ্ক গঢ়ি দিয়া হয়। মৃত ব্যক্তিক অতি সোনকালে কবৰস্থ কৰা ইছলাম ধৰ্ম নীতি। মৰাশক ভালদৰে গা ধোৱাই পাৰেমাণে নতুন কাপোৰৰ দ্বাৰা আবৃত কৰি অত্যন্ত ৩ ফুট দ গাত খান্দি উত্তৰ শিতান আৰু পশ্চিম মুৱাকৈ (কেবলামুখি) কবৰ দিয়াটো ধৰ্মীয় পৰম্পৰা। আনহাতে মৃতকৰ আত্মাৰ সদ্গতিৰ বাবে মৃত্যুৰ ৩ দিন বা তাৰ পিছত মৃতকৰ ঘৰত সমজুৱাক ভোজ-ভাত দিয়াটো ধৰ্মীয় নীতি নহয় যদিও ই ৰীতি আৰু পৰম্পৰা হিচাপে চলি আহিছে। ইয়াকে তামদাৰী বুলি কোৱা হয়।



## দ্বিতীয় অধ্যায়

# মিঞা জনগোষ্ঠীৰ বিয়া অনুষ্ঠান

ডাঃ ছাহিদুল ইছলাম

পৃথিৱীৰ প্ৰতিটো সভ্য সমাজৰ এক অঙ্গীভূত সামাজিক অনুষ্ঠান হ'ল "বিয়া"। বিয়া অবিহনে বৈধ ভাবে বংশ বৃদ্ধি আৰু সামাজিক শৃঙ্খলা ৰক্ষা কৰা অসম্ভৱ। ভিন ভিন জাতি গোষ্ঠীৰ মাজত ভিন ভিন নীতি নিয়মেৰে বিয়া অনুষ্ঠান সম্পন্ন কৰা হয়। "মিঞা" মুছলমান সমাজত বিয়াৰ মূল অনুষ্ঠান সম্পূৰ্ণ ইছলামীয় নীতি নিয়মেৰে পালন কৰা হ'লেও আনুসঙ্গিক কিছু কৰ্ম পূৰ্ব্বৰে পৰা চলি অহা কিছুমান বিশেষ ৰীতি-নীতি, পৰম্পৰাৰ মাজেৰে সম্পন্ন কৰা হয়। প্ৰচলিত কিছুমান পৰম্পৰা হিন্দু সমাজৰ বিয়াৰ লগত সামঞ্জস্য থকা দেখা যায়। সম্ভৱতঃ অসমৰ মিঞা মুছলমানসকলৰ হিন্দু পূৰ্ব পুৰুষ সকলৰ মাজৰ পৰাই বংশানুক্ৰমে উত্তৰ পুৰুষলৈ এইবোৰ পৰম্পৰা চলি আহিছে। ধৰ্মীয় ভাৱে এইবোৰৰ বিশেষ গুৰুত্ব নাথাকিলেও লোক পৰম্পৰাৰ ক্ষেত্ৰত ই অতি গুৰুত্বপূৰ্ণ বুলি তাহানিৰে পৰা এই জনগোষ্ঠীৰ মাজত প্ৰচলিত হৈ আহিছে।

সকলো জাতি গোষ্ঠীৰ মাজত থকাৰ দৰে অসমৰ "মিঞা" মুছলমান জনগোষ্ঠীৰ বিয়া বিলাকতো এজন 'ঘটক" থকাটো একান্ত বাঞ্চনীয়। অন্য কিছুমান সমাজত থকাৰ দৰে "ঘটক" জন কোনো বিশেষ বৃত্তিধাৰী মানুহ নহয়। সাধাৰণতে দৰা বা কইনা পক্ষৰ কোনো আত্মীয় মানুহেই "ঘটক"ৰ কাম কৰা দেখা যায়। অৱশ্যে সময় বিশেষে ইয়াৰ ব্যতিক্ৰমে নোহোৱা নহয়। বিয়াৰ প্ৰথমৰ পৰা শেষলৈকে "ঘটক" জনৰ মধ্যস্থতাতেই সকলো কথা-বতৰা হোৱা দেখা যায়। সময় মতে "ঘটক" জনৰ মধ্যস্থতাত দৰা ও কইনা চোৱা হয়। "দৰা" ও কইনা চোৱাৰ সময়ত কিছুমান লোক বিশ্বাস মানি চলা হয়। যেনে ঃ শনিবাৰ, মঙ্গলবাৰে দৰা, কইনা চাব নাপায়। কাতি মাহত বিয়া পাতিলে অমঙ্গল হয়। দৰা চোৱাৰ সময়ত দৰাৰ হ'বলগীয়া আতা, শালপতি , খুলশালী আদি মানুহে বিভিন্ন ধৰণৰ মান (সাঁথৰ) সুধি দৰাৰ বুদ্ধি মত্তা আৰু সাধাৰণ জ্ঞানৰ পৰিচয় লয়। যেনে—

আইছ য'তজন আইব তত জন
আৰ' আইব তাৰ আধা
আৰ' আইব তাৰ পাই
আৰ একজন আইব যহন
শত পুৰা হইবো তহন

কওতো পৰথম আইলো ক'তজন।

অৰ্থাৎ যিমান জন আহিছে আৰু সিমান জন আহিব আৰু আহিব তাৰ আধা আৰু আহিব তাৰো আধা আৰু এজন আহিলে এশ সম্পূৰ্ণ হ'ব কোৱাচোন প্ৰথম কেইজন আহিছিল।

উত্তৰ ঃ ৩৬ জন।

গাইয়েৰ স্যাৰ স্যাৰ

মইসেৰ পাঁচ স্যাৰ

ছাগলেৰ পোৱা

বিশটা জোনাৰ চাই, বিশ সেৰ দুধ চাই। অৰ্থাৎ গাইৰ ১ লিটাৰ, মহৰ ৫ লিটাৰ, ছাগলীৰ ১/৪ লিটাৰ গাখীৰ হ'লে ২০ টা জন্তুৰ বিশ লিটাৰ গাখীৰ হোৱাকৈ ভাগ কৰি দিয়া।

উত্তৰ ঃ গাই এটা, মহ তিনিটা, চাগলী ১৬ টা।

তিন অক্ষৰে নাম যাৰ

পানীত বসত কৰে

মধ্যেৰ অক্ষৰ কাইটা দিলে

উইৰা যাইতে পাৰে।

অৰ্থাৎ ঃ তিনি আখৰত নাম যাৰ পানীত বাস কৰে মাজৰ আখৰ বাদ দিলে উৰি যাব পাৰে।

উত্তৰ ঃ চিতল মাছ। মাজৰ আখৰ বাদ দিলে হয় "চিল" (চিলনী)।

না জাইনা কইওনা কথা

বেশি কওৱা পাপ

উনিৰ হশুৰ হইল গিয়া

আমাৰ হশুৰেৰ বাপ।

কওতো আমাগো সম্পৰ্ক কি?

অৰ্থাৎ ঃ না জানি কোনো কথা নকৰা। বেছি কথা কোৱা পাপ। তেখেতৰ শশুৰ মোৰ শশুৰৰ বাপ (পিতা) কোৱাচোন আমাৰ দুয়োৰে সম্পৰ্ক কি?

উত্তৰ ঃ ফুবা হশুৰ (পেহা শশুৰ)।

এইদৰে বিভিন্ন প্ৰশ্ন উত্তৰৰ পিছত দৰা পচন্দ হ'লে কইনা চাবলৈ দৰা পক্ষক আমন্ত্ৰণ জনোৱা হয়।

কইনা চোৱাৰ সময়ত কইনাৰ সাধাৰণ জ্ঞান, বুদ্ধি মত্তাৰ বিপৰীতে কইনাজনীৰ ৰূপ গুণ বংশ পৰিয়াল আৰু ঘৰৰ চাফ চিকুণতাৰ ওপৰত বেছি গুৰুত্ব দিয়া দেখা যায়। কইনাৰ ৰূপ গুণৰ ওপৰত প্ৰচলিত কিছুমান বচনৰ ওপৰত ভিত্তি



কৰি গুণাগুণ নিৰূপণ কৰা হয়।

যেনে ঃ হাস্বতি কালে গণ্ডস্থলে

কূপ যাৰ হয়

সেই নাৰী বাঞ্জী হয়

জাইনবেন নিশ্চয়।

অৰ্থাৎ ঃ হাঁহোতে যি নাৰীৰ গালত টোল পৰে সেই নাৰী বন্ধা হয়।

কাজল চইখ চিৰল দাঁত

ঘৰে আইব সোনাৰ চাঁদ

অৰ্থাৎ ঃ কলা সুগৰী চকু আৰু মিহি দাঁতৰ তিৰোতাৰ পৰা সু-সন্তান হয়।

ফাসা দাইতা খৰম পাইয়া

যেই ৰমনী হয়

তাৰে দেইহা ঘৰেৰ লক্ষী

বাইৰে চইলা যায়।

অৰ্থাৎ দাঁতৰ মাজত ফাক থকা আৰু ভৰিৰ গুৰুহা ওখ ৰমনী হ'লে ঘৰৰ ধন সম্পত্তি বাহিৰলৈ যায়।

যদি চাও ভাল' কুল

দেইহা নিও কন্যাৰ চুল

অৰ্থাৎ ভাল গুণৰ সন্তান বিচাৰিলে কইনাৰ চুলি চাব লাগে। জন বিশ্বাস মতে ভাল গুণ বিশিষ্টা তিৰোতাৰ মুৰৰ চুলি নিমজ আৰু দীঘল হয়। ৰূপ গুণৰ ওপৰত কইনাৰ বংশ পৰিয়ালৰ গুণাগুণৰ ওপৰতো সাধাৰণতে গুৰুত্ব আৰোপ কৰা দেখা যায়।

জাতেৰ মাইয়া কালা ভাল'

গাংগেৰ পানী ঘোলা ভাল'

অৰ্থাৎ ভাল বংশ পৰিয়ালৰ কইনা কলা হ'লেও ভাল যেনেকৈ নদীৰ পানী ঘোলা হ'লেও ভাল। কইনা পছন্দ হ'লে ঘটকৰ মধ্যস্থতাত বিয়াৰ আনুষ্ঠানিক কথা বতৰা চলে। এখন বিয়া সম্পন্ন হওঁতে বহু ধৰণৰ কথা-বতৰাৰ প্ৰয়োজন হয়। বিয়াৰ বিভিন্ন চৰ্তাৱলীৰ পৰা আৰম্ভ কৰি দৰা-কইনা সজোৱালৈকে [illegible]টাইবিলাক কথা আগতেই ঠিক-ঠাক কৰা হয়। বিয়াৰ সময়ত পূৰ্ব্বৰ [illegible]বিত [illegible]ৰ সামান্য সিনদেৰি হ'লেও বহু সময়ত দুয়ো [illegible]ৰ মাজত [illegible]-[illegible]টি হোৱা দেখা যায় সেয়েহে কোৱা হয়।

[illegible] কথায় দোষ [illegible]

[illegible]

অৰ্থাৎ কম কথাত প্ৰাৰ্থনা কৰা হয় কিন্তু বিয়াৰ ক্ষেত্ৰত হাজাৰ কথা খৰচ কৰিব লগা হয়।

বিয়াৰ নিৰ্দ্দিষ্ট চৰ্তাৱলী (মোহৰাণাৰ পৰিমাণ বৰযাত্ৰীৰ লগত যোৱা আনুমানিক সংখ্যা, কইনাক দিবলগীয়া আ-অলংকাৰ, কাপোৰ কানি, সামাজিক খৰচ পাতি আদি)) নিৰ্দ্ধাৰণ হোৱাৰ পিছত "বাটা" কৰা হয়। দৰা পক্ষৰ পৰা অনা কোমল চাউল, চেনী পাণ তামোল আৰু এটা গোটা হালধিৰ লগত টকা সিকা এখন সাজি (ডাঙৰ খৰাহি)ৰ ভিতৰত নতুন গামোচাৰে মেৰিয়াই বাটা কৰা অনুষ্ঠানলৈ অনা হয়। উপস্থিত সকলোৱে ধৰ্মীয় নিয়মেৰে দোৱা বাৰুদ দৰুদ (ইছলামীয় মন্ত্ৰ) পঢ়ি আল্লাহৰ ওৰত মোনাজাত কৰে। সাজিত অনা কোমল চাউল, চেনী আদিৰে উপস্থিত সকলোকে মিঠামুখ (প্ৰসাদ) কৰোৱা হয়। সৰ্বশেষত দৰা পক্ষই অনা তামোল পাণেৰে আটাইকে অপ্যায়ণ কৰি ঘৰাঘৰি গুচি যায়। উল্লেখ থাকে যে প্ৰতিটো অনুষ্ঠানতে আলহীক ভোজ ভাতৰ লগত মিষ্টান্ন খোৱাৰ নিয়ম মানি চলা হয়।

"ঘটক"ৰ মধ্যস্থতাত দুয়ো পক্ষৰ সুবিধা হোৱাকৈ শুভা শুভ বিচাৰ কৰি বিয়াৰ দিন বাৰ ঠিক কৰা হয়। নিৰ্দ্দিষ্ট দিনৰ এসপ্তাহ আগৰ পৰাই দুয়ো ঘৰ উৎসৱ মুখৰ পৰিবেশ সৃষ্টি হয়। নিজৰ নিজৰ আত্মীয় সকলক এসপ্তাহ আগৰ পৰাই বিয়াৰ নিমন্ত্ৰণ জনোৱা হয়। মিঞা জনগোষ্ঠীৰ বিয়া বিলাকত সমজুৱা মানুহৰ এক গুৰুত্বপূৰ্ণ ভূমিকা থাকে। বিয়াৰ আগৰ দিনা সন্ধিয়া সময়ত সংশ্লিষ্ট গাওঁৰ প্ৰতিঘৰ মানুহকে ঘৰে ঘৰে গৈ অতি বিনম্ৰ ভাবে আমন্ত্ৰণ জনোৱা হয়। এই আমন্ত্ৰণত গাওঁৰ প্ৰায় প্ৰতিজন ব্যক্তি আহি বিয়াৰ ঘৰত গোট খায়। সমজুৱা সকলক মিষ্টান্ন আদি খাব দিলেও মূলতে তামোল পাণেৰেহে আপ্যায়িত কৰা হয়। তামোলৰ স্থানীয় দোৱান "গুৱা" হোৱা বাবেই সম্ভৱতঃ উক্ত অনুষ্ঠানৰ নাম "গুৱা মেল" বুলি কোৱা হয়। আকৌ এই অনুষ্ঠানতে বিয়াৰ অনুমতি লোৱা হয় বাবে কিছুমানে ইয়াক "অনুমতি মেল" বা "জাননী মেল" বুলিও কয়। বিয়াৰ ঘৰৰ গৃহস্থই হাতযোৰ কৰি সমজুৱাৰ ওচৰত অনুষ্ঠিতব্য বিয়াৰ বাবে অনুমতি খোজে। সমজুৱা ৰাইজৰ মুখীয়াল সকলে গৃহস্থজনৰ অৱস্থা সাপেক্ষে ভোজ ভাতৰ প্ৰতিশ্ৰুতিত অনুমতি প্ৰদান কৰে। লগতে বিয়া ঘৰত ৰাইজে লগে ভাগে কৰি দিয়া কামৰ ভাগ বটোৱাৰা কৰি দি ঘৰা ঘৰি গুচি যায়। ইয়াৰ পিছৰ পৰাই বিয়াৰ মূল কাৰ্য্যসূচী হয়।

গুৱা মেলৰ পিছত দৰাৰ ভনী জোৱাই বা সৰু ভাই বা তেনে সম্বন্ধীয় তিনিজন লোক কইনা ঘৰত "তেলাই ভাৰ" লৈ যোৱাৰ নিয়ম। তেলাই ভাৰত দৰা ঘৰৰ পৰা ভোগ চাউল, চেনী বা গুড়, মিষ্টান্ন, পাণ তামোল আৰু কইনাই গা ধোৱতে



ব্যৱহাৰ কৰা চাবোন তেল আদি প্ৰসাধনীয় দ্ৰব্যৰ লগত এটা গোটা হালধি (শুভ কামৰ প্ৰতীক) তিতা কাপোৰ সলোৱাৰ বাবে দুখন শাৰী কাপোৰ আৰু অন্যান্য বস্ত্ৰ, এখন নতুন গামোচাত বান্ধি সাজিত (ডাঙৰ খৰাহী) কইনা ঘৰলৈ লৈ যোৱা হয়। কইনা ঘৰত সেই সময়ত কইনাৰ আবু বৌ, বান্ধৱী আদি সম্বন্ধীয় লোকৰ উপৰিও গাওঁৰ অন্যান্য জীয়ৰী বোৱাৰী পৰম আগ্ৰহেৰে তেলাই ভাৰ অহালৈ বাট চাই থাকে। তেলাই ভাৰ লৈ যোৱা মানুহেইজনক অপেক্ষাৰত জীয়ৰী বোৱাৰীয়ে পদূলিমুখৰ পৰাই উলহ-মালহেৰে আগবঢ়াই নিয়ে। কোনো কোনো ঠাইত তেলাই ভাৰীসকলৰ লগত বিভিন্ন ধৰণৰ ঠাট্টা মস্কৰা কৰা দেখা যায়। কোনো কোনো ক্ষেত্ৰত এই টাট্টা মস্কৰা কেৱল মৌখিক নহৈ ঠাইভেদে শাৰীৰিখ ঠাট্টা মস্কৰালৈকে হোৱা দেখা যায়। দৰা ঘৰৰ পৰা অনা চাউল চেনীৰে তৈয়াৰী নাস্তা (এক প্ৰকাৰৰ পায়স জাতীয় ব্যঞ্জন) খুৱাই নানা ধৰণৰ টাট্টা মস্কৰাৰ মাজত তেলাই ভাৰীসকলক বিদায় দিয়া হয়।

তেলাই ভাৰী সকলক বিদায় দিয়াৰ পাছত কইনাক গা ধুৱোৱা পৰ্ব আৰম্ভ হয়। এটা চালনীত কুমলীয়া কলঁপাত পাৰি তাত ধান, দুবুৰী মাহ হালধি মিঠাতেল আদি বাগে ভাগে ৰাখি "ডালা" সজোৱা হয়। বিয়াৰ বিভিন্ন পৰ্য্যায়ত গীত গোৱা এটা উল্লেখযোগ্য বৈশিষ্ট্য। গীত গোৱা কিছুমান নিৰ্দ্দিষ্ট মহিলা থাকে, তেওঁলোকক "আইয়ো" বুলি কোৱা হয়। ডালা সজোৱাৰ সময়ত গোৱা গীত বিলাক যেনে—

ৰসমতি আইয়ো ফুলমতি আইয়ো
ভাল কৰিয়া ডালাটি সাজাইয়ো
ডালা সাজাইতে ভাইয়েৰ বুইন লাগেৰে
ৰসমতি আইয়ো .........................
ডালা সাজাইতে হালধি বৰণ লাগেৰে
ৰসমতি আইয়ো .........................
ডালা সাজাইতে ভাইয়েৰ বৌ লাগেৰে
ৰসমতি আইয়ো .........................
ডালা সাজাইতে ধান দুবলা লাগেৰে
ৰসমতি আইয়ো .........................
ডালা সাজাইতে চাক চালুন লাগেৰে
ৰসমতি আইয়ো .........................

অৰ্থাৎ ডালাখন তৈয়াৰ কৰোতে ভাই-ভনী, ভাই বোৱাৰী উপস্থিত থাকিব লাগে লগতে ধান দুবলা (দুবৰী বন) মাহ হালধিৰে চাক চালুনত (চালনী) ভাগে ভাগে সজাব লাগে। অপূৰ্ব্ব সুৰেৰে গীত গাই গাই আইয়ো (গায়িকা) বিলাকে

পৰিবেশ আনন্দমুখৰ কৰি তোলে।

গা ধুৱোৱা পৰ্বৰ প্ৰথম অৱস্থাত কইনাক ডাঙৰ পীৰা এখনত পশ্চিম মুৱাকৈ বহুৱাই অজু (ইচলামীয় পদ্ধতিত শৰীৰ পবিত্ৰ কৰিবলৈ হাত মুখ ধোৱাৰ নিয়ম) কৰা হয়। কইনাৰ মাকে নতুন কাপোৰ পিন্ধি কাপোৰৰ আঁচলত ডালাৰ পৰা মাহ হালধি লৈ মুৰৰ পৰা কান্ধৰ ওপৰেদি সোঁহাতৰ আঙুলিলৈকে ঘঁহি দিয়ে। দ্বিতীয় বাৰ পূৰ্ব্বৰ দৰে বাওঁহাতৰ আঙুলিলৈকে ঘঁহি দিয়ে। তাৰ পিছত পৰ্য্যায়ক্ৰমে ভাই-ভনী, বৌ আৰু শেষত গাওঁৰ জীয়ৰী-বোৱাৰী সকল কইনাৰ গাত পানী ঢালি দিয়ে ইফালে আইয়ো সকলে তেওঁলোকৰ গুৱলা সুৰেৰে আৰম্ভ কৰে—

কত পানী ঢালোৰে বুগো.
(ধীৰে ঢাইলো পানী)[৮]
মায়েৰ আহ্লাদি বেটিগো
(জাৰে কষ্ট পাই পাইবো)[৮]
আগে যদি জানতাম মাগো
(বিয়া নাহি দিতাম)[৮]
মায়েৰ আদৰেৰ বেটিগো
(বিয়া নাহি দিতাম)[৮]

এইদৰে বিভিন্ন গীত মাতৰ মাজত উলহ-মালহেৰে কইনাক গা-ধুৱোৱাৰ পিছত ঘৰৰ ভিতৰত আগতেই প্ৰস্তুত ৰখা বিছনাত পশ্চিম ফালে মুখ কৰি নামাজৰ (প্ৰাৰ্থনা) আসনত বহুৱাই হাতত কুঁহি কলপাত অকণমান দি যোৰেৰে খামুচি ধৰি থাকিবলৈ দিয়া হয়। বিয়াৰ পিছত গিৰিয়েকক কেতিয়াও এৰি নিদি খামুচি ধৰি থকাৰ প্ৰতীক হিচাপেই এই কাৰ্য্য কৰা হয় জন বিশ্বাসমতে।

ইফালে কইনা ঘৰৰ পৰা তেলাই ভাৰী সকল ঘুৰি যোৱাৰ পিছত একে নিয়মেৰে দৰাকো গা ধুৱোৱা হয়। সাধাৰণতে দৰা-কইনাক সেই দিনা কোনো ধৰণৰ গুৰু খাদ্য খাবলৈ দিয়া নহয়। পিছ দিনা কাউৰী মাতিত নপৰোতেই দুয়ো ঘৰত আনন্দমুখৰ পৰিবেশ সূচনা হয়। বৰযাত্ৰী ওলোৱাৰ আগলৈকে বিভিন্ন আনন্দ উল্লাহত সময় পাৰ হয়। ইফালে কইনা ঘৰত বৰযাত্ৰীক আদৰিবলৈ বিভিন্ন আয়োজন চলে। বিধে বিধে খাদ্য সামগ্ৰী প্ৰস্তুত কৰাকে আদি কৰি ৰভাতলী পদুলিমুখ আদি আটকধুনীয়াকৈ সজোৱা হয়। কোনো কোনো ঠাইত এইখিনি সময়ত মিঞা মুছলমান সকলৰ গৌৰৱৰ চিন লাঠীবাৰী (লাকৰীবাৰী) খেলো আয়োজন কৰা হয়।

বৰযাত্ৰী ওলোৱাৰ নিৰ্দ্দিষ্ট সময়ত দৰাই ইছলামীয় পদ্ধতিত নতুন কাপোৰেৰে সাজি কাচি ঘৰৰ ওপৰিও উপস্থিত গাওঁৰ মুখিয়াল সকলক "সালাম" (সেৱা) কৰি তেওঁলোকৰ পৰা আশীৰ্বাদ লয়। শেষত মাক-বাপেকৰ পৰা বিদায় লৈ ডুলী ধৰাযকোলধৰা (গা ধোৱা পৰ্বৰ পৰা আৰম্ভ কৰি বিয়াৰ প্ৰতিটো ক্ষণতে ছাঁৰ দৰে লাগি থকা দৰাৰ ভনী জোৱাই বা বন্ধু বা তেনেকোনো সম্পৰ্কীয় মানুহ) সকলক লগত লৈ বৰযাত্ৰীৰ বাবে নিৰ্দ্দিষ্ট বাহনত উঠে। কইনা ঘৰৰ নাতিদূৰৰ পৰা পূৰ্বতে প্ৰস্তুত থকা সৰু সৰু ল'ৰা-ছোৱালী বিলাকে ধৰ্ম্মীয় শ্লোগানেৰে বৰযাত্ৰী সমদলক পদুলিমুখলৈকে আগবঢ়াই নিয়ে। তাতেই দৰাৰ হ'ব লগা খুলশালী সম্পৰ্কীয় কিছুমান মিষ্টান্ন আৰু মিঠা চৰবত খুৱাই দৰাক ৰভাতলীলৈ আগবঢ়াই নিয়ে। অৱশ্যে এই কামৰ বাবে দৰাই তেওঁলোকক টকা সিকাঁ দি মান ধৰিব লাগে।

বৰযাত্ৰী অহাৰ খবৰ পাই কইনা ঘৰত নতুনকৈ ব্যস্ততাৰ সৃষ্টি হয়। বৰযাত্ৰীক আদৰিবলৈ সমাজৰ মুখিয়াল সকল ব্যস্ত হৈ পৰে। আনহাতে কইনাৰ চাৰিওফালে ঘেৰি থকা আইয়ো সকলে এই ওখল-মাখল পৰিবেশ সুন্দৰ গীতৰ মাজেৰে ফুটি তোলে।

উত্তৰ থাইকা আইলোৰে বিয়া
ঝমকে বাজিয়া
হায়গো ঝমকে বাজিয়া
বিবিৰ নাইগা আনছে সিংৰি
নিত্যিৰ ওজন দিয়া
হায়গো নিত্যিৰ ওজন দিয়া
বিবিৰ লাইগা আনছে শাৰী
ফুলেতে বাছিয়া
হায়গো ফুলেতে বাছিয়া
..........................................
..........................................

এনেকৈ কইনাৰ কাৰণে আনা প্ৰতিপদ বস্তুৰ নাম লৈ আইয়ো সকলে সুমধুৰ গীত পৰিৱেশন কৰে।

ৰভাতলীত বৰযাত্ৰীসকলক বিভিন্ন ধৰণৰ পিঠা-পনা আৰু খাদ্য সামগ্ৰীৰে আদৰ আপ্যায়ণ চলে। আনহাতে দৰা ঘৰৰ পৰা কইনাৰ কাৰণে অনা বস্তু বাহানি ল'বলৈ কইনা পক্ষৰ ডুলী ধৰাযকোলধৰা (ভনী জোৱাই সম্পৰ্কীয়) দুই এজনে এখন সাজিত (ডাঙৰ খৰাহী) এখন নতুন গামোচা পাৰি ৰভাতলীলৈ লৈ আহে। পূৰ্বতে ঠিক কৰা বস্তুৰ কোনোবা এপদ কিবা কাৰণে কম বা কোনোবা এপদৰ গুণগত মান নিম্ন হ'লে দুয়োপক্ষৰ কোলধৰা বা ডুলীধৰাৰ মাজত কথা কটাকটি হোৱাও দেখা যায়। এনে এটা পৰিবেশ বৰ্ণনা কৰিবলৈ আইয়ো সকলে গায়—

বাইৰবাৰী কিসেৰ ঝগৰা
কন্যাৰ বুইন্তা বাজাইছে ঝগৰা
কি কি নিয়া বাজাইছে ঝগৰা
সিংৰি নিয়া বাজাইছে ঝগৰা,

দুয়োপক্ষৰ মুখিয়াল মানুহৰ মধ্যস্থতাত এই ধৰণৰ ঝগৰা (ধেমালিতে কৰা কাজিয়া) অন্ত পৰে। দৰাঘৰৰ পৰা অনা বস্তু বাহানি লৈ আইয়ো সকলে কইনা সজোৱা আৰম্ভ কৰে। প্ৰতিপদ বস্তুৰ নাম লৈ আইয়ো সকলে বিভিন্ন কৌতুক পূৰ্ণ গীত গায়—

বিবিৰ লাইগা আনছে বেসৰ
নিত্যিৰ ওজন দিয়া
বিবিৰ পছন্দ হয়না বেসৰ
ফালাইলো ফিকিয়া
হায়গো ফালাইলো ফিকিয়া।

........................................

........................................

কইনা সজোৱা সম্পূৰ্ণ হোৱাৰ পিছত ধৰ্ম্মীয় ৰীতি-নীতিৰে বিবাহ কাৰ্য্য সম্পন্ন কৰা হয়। গাওঁৰ মৌলবী (ধৰ্ম্ম গুৰু) বা কাজী চাহাবে মূল বিবাহ পৰ্ব সম্পন্ন কৰে। কাজী চাহাবে উভয় পক্ষৰ এজনকৈ সাক্ষী (দুয়োপক্ষৰ অতি বিশ্বাসী, ধৰ্ম্মীয় আচাৰ -আচৰণ নিজে পালন কৰা আৰু পৰাপক্ষত সামাজিক প্ৰতিষ্ঠা থকা মানুহ) লৈ দৰাপক্ষৰ অনুমতি সাপেক্ষে কইনাৰ ওচৰলৈ বিয়াৰ প্ৰস্তাৱ লৈ যায়। সাধাৰণতে এই সময়ত কইনাক এখন আৰ কাপোৰৰ ভিতৰত ৰখা হয়। কাজী চাহাবে অমুক গাওঁৰ (দৰাৰ গাওঁৰ নাম) অমুকৰ লৰা (দৰাৰ পিতাৰ নাম) অমুকে (দৰাৰ নাম) আপোনাক অৰ্থাৎ অমুক গাওঁৰ (কইনাৰ গাওঁৰ নাম) অমুকৰ কন্যা (কইনাৰ পিতাৰ নাম) অমুকক (কইনাৰ নাম) ইমান টকা (পূৰ্বে নিৰ্ধাৰিত) মহৰাণা ধাৰ্য্য কৰি ইমান টকা (অলংকাৰ আদিৰ খৰচনগদ টকা) নগদ আদায় দি ইমান টকা (মুঠ নিৰ্দ্ধাৰিত মহৰাণা- নগদ আদায়) বাকী ৰাখি বিয়াৰ প্ৰস্তাৱ পঠোৱা বুলি কইনাক জনায়। উপস্থিত সাক্ষী দুজনে শুনাকৈ কইনাক তিনিবাৰ "কবুল" বুলি কৈ সন্মতি জনাব লাগে। সাক্ষী দুজন সমন্বিতে কাজী চাহাব দৰা বহা ৰভাতলীলৈ ঘুৰি আহি উপস্থিত সকলোকে শুনাকৈ কইনা "কবুল" কৰা কথা ঘোষণা কৰে। পূৰ্বৰ নিয়মত দৰাজনৰ পৰাও সন্মতি বিচাৰে। দৰাও তিনিবাৰ "কবুল"কৈ সন্মতি প্ৰদান কৰাৰ পিছত কাজী চাহাবে দোৱা দৰুদ পঢ়ি নৱ দম্পতিৰ জীৱন সুখী হোৱাৰ বাবে আল্লাহৰ ওচৰত মোনাজাত কৰি মূল বিবাহ অনুষ্ঠান সম্পন্ন কৰে। ইয়াৰ পিছত দৰা ঘৰৰ পৰা অনা মিঠাই আৰু তামোল পাণেৰে ৰভাতলীৰ উপস্থিত সকলোকে মান ধৰে।

দৰাৰ লগত কইনাৰ প্ৰথম দেখা সাক্ষাৎ হোৱা অনুষ্ঠানত দুয়োকে এখন কাঁহীত নাস্তা (চাউল চেনী আৰু গাখীৰেৰে তৈয়াৰী পায়স জাতীয় উপকৰণ) খাবলৈ দিয়া হয়। ইয়াকে "সাগৰাণা" খোৱা বুলি কোৱা হয়। বিয়া সম্পন্ন হোৱাৰ পিছত ডুলীধৰাযকুলধৰা লগত লৈ দৰাই কইনা থকা ঘৰৰ ভিতৰত যোৱা নিয়মটোকে "আন্দৰবাৰী" যোৱা বুলি কোৱা হয়। আন্দৰবাৰী যোৱাৰ সময়ত আইয়োসকল দুৱাৰমুখত আগভেদি ধৰি বিভিন্ন মান (সাঁথৰ) সুধি এক কৌতুকপূৰ্ণ পৰিৱেশৰ সৃষ্টি কৰে—

এনকেন ছালামালেক নেন
নওশা আইছে বিয়া কৰবাৰ
আপনেৰা আইছেন কেন?
দৰাপক্ষৰ ডুলীধৰাযকোলধৰাই উত্তৰত ক'ব—
ডোৱা নিল গৰ গৰাইয়া
উঠান নিলো সোঁতে
নওশা আইছে বিয়াকৰবাৰ
আমৰা আইছি সাতে।

দৰাপক্ষৰ কোলধৰাযডুলীধৰা সকলক নিৰুত্তৰ কৰিব নোৱাৰালৈকে এই ধৰণৰ বিভিন্ন প্ৰশ্নোত্তৰ চলি থাকে। শেষত দৰাই আইয়ো সকলক মাননী দিয়াৰ পিছতহে তেওঁলোকক ঘৰৰ ভিতৰত সোমাবলৈ দিয়া হয়। উল্লেখ্য যে এইবিলাক কৌতুক কৰা সময়ত কোনো ধৰণৰ মুখিয়াল মানুহ উপস্থিত নাথাকে। ঘৰৰ ভিতৰত সোমোৱাৰ পিছত দৰাৰ লগত কইনা পক্ষৰ মহিলা আত্মীয় সকলৰ প্ৰাথমিক পৰিচয় হয়। দৰাই লগত লোৱা কাপোৰ বা অন্য মিঠাই জাতীয় বস্তুৰে নতুনকৈ পৰিচয় হোৱা সকলক মান ধৰে। দৰা-কইনাৰ প্ৰথম সাক্ষাতৰ সময়তো আইয়ো সকলে নানা ধৰণৰ তামসা (ৰগৰ) কৰে। দুয়োকে এই সময়ত একেলগে "সাগৰণা" খাবলৈ দিয়া হয়। বিদায় দিয়াৰ আগ মুহূৰ্ত্তত কইনাই পিন্ধি থকা নতুন শাৰীৰ আঁচলত দোৱা দৰুদ (ইছলামীয় মন্ত্ৰ) পঢ়ি টানকৈ গাঠি দিয়া হয় যাতে ৰাস্তাত ভূত প্ৰেতে কোনো অমঙ্গল কৰিব নোৱাৰে। তাৰোপৰি লোক বিশ্বাসমতে গাঠি যিমান টান হয় স্বামী স্ত্ৰীৰ সম্পৰ্ক সিমান গাঢ় হয়।

শেষত দৰা কইনাৰ বিদায়ৰ সময়ত পৰিস্থিতি আবেগ পূৰ্ণ হৈ উঠে। কইনাই মাক-বাপেক ; আত্মীয় কুটুম্বৰ পৰা বিদায় লোৱাৰ সময়ত পৰিস্থিতি মৰ্মান্তিক ভাবে শোকাকুল হৈ উঠে, ঠিক সেই মুহূৰ্ত্তক বৰ্ণনা কৰিবলৈ আইয়ো সকলৰ কণ্ঠত কৰুণ গীতৰ সুৰ ভাঁহি আহে —

কেঁচি কাটা আলপেট ছাটা
ময়নাক কৰিলো চুৰিগো
ময়নাক কৰিলো চুৰি
ঘৰ বোজাই আইয়ো মুইয়া
ময়নাক কৰিলো চুৰিগো
ময়নাক কিৰলো চুৰি।

দৰা পক্ষৰ ডুলীধৰা যকোলধৰা বিলাকে দৰা-কইনাক লৈ ঘৰৰ বাহিৰ হোৱাৰ পৰিবেশ আইয়োসকলে এনেকৈ বৰ্ণনা কৰে—

স্বৰ্গেতে বাজায় বাসী
তখতে বসিয়া শুনি
একদণ্ড কৰো দেৰী
মায়েৰ কোলে বসী
হায়গো মায়েৰ কোলে বসী
হায়ৰে আয়না ৰসেৰ বাসী
একদণ্ড কৰো দেৰী
বাপেৰ কোলে বসী।

লাহে লাহে দৰা-কইনাই শোকাকুল পৰিবেশত ঘৰৰ মুখিয়াল সকলৰ পৰা বিদায় লোৱাৰ সময়ত কইনাই এমুঠি চাউল মূৰৰ ওপৰেদি পিছফালে দলিয়াই দি ঘৰৰ পৰা বাহিৰ হৈ বৰযাত্ৰীৰ লগত দৰাৰ ঘৰলৈ বুলি যাত্ৰা কৰে। এনে এটা কৰুণ মুহূৰ্ত্তত আইয়ো বিলাকে গাই উঠে।

বেটিগো যাইব পাটিগো তুলিব
পৰদেশেৰ লোক বলিবে
বান্দি আনো নাই সাথে গো
দাসী আনো নাই সাথেগো।

বৰযাত্ৰী দৰা ঘৰ পোৱাৰ পিছত দৰাঘৰত আইয়ো বিলাক পদূলিমুখত আগভেদি ধৰি বিভিন্ন কৌতুক পূৰ্ণ ঠল্লকযমান সুধে—

তুমি গেছিলা হশুৰবাৰী
খাইয়া আইলা আশী টেহাৰ খাশী
সাথে কইৰা নিয়া আইলা এইডা মাইনা মাসী

দৰা বা ডুলীধৰা বিলাকে উত্তৰ দিয়ে —

গেছিলাম হশুৰবাৰী
খাইয়া আইলাম আশী টাকাৰ খাসী



সাথে কইৰা নিয়া আইলাম
আন্দৰ বাৰীৰ দাসী।

বিভিন্ন কৌতুকৰ পিছত দৰাই আইয়ো সকলক মাননি দিয়াৰ পিছতহে বৰযাত্ৰীসহ দৰা-কইনাক ঘৰলৈ আগবঢ়াই আনে। ইফালে মাকে পুত্ৰ আৰু পুত্ৰ বোৱাৰীক আদৰিবলৈ ঘৰৰ চৌহদত থিয় হৈ থাকে। দৰা-কইনাই মাকক সালাম (ইছলামীয় পদ্ধতিত প্ৰণাম) কৰাৰ পিছত মাকে এখন ডাঙৰ পীৰাৰ ওপৰত দুয়োকে থিয় কৰাই মিঠা চৰবত নিজ হাতেৰে পুত্ৰ আৰু নবোৱাৰীক খুৱাই দিয়ে। পিছত নতুন কাপোৰ মাটিত পাৰি দি তাৰ ওপৰেদি পুত্ৰ আৰু বোৱাৰী ঘৰৰ ভিতৰলৈ আদৰি আনে। দৰাঘৰৰ বিভিন্ন জনে প্ৰথমবাৰলৈ ঝাৰবাতীৰ পোহৰত ন-কইনাৰ মুখ দৰ্শন কৰে। পিছৰ দিনাখন দোকমোকালিতে ন-কইনাৰ দ্বাৰা বাহী কাম কৰোৱা হয়।

বিয়াৰ দুই তিনি দিন পিছলৈকে উভয় ঘৰতে বিয়াৰ আলহীৰ যাতায়ত চলি থাকে। ইয়াকে ফিৰাণীযওলিমা, পাও ফিৰাণী আদি নামেৰে জনা যায়। লাহে লাহে সকলো স্বাভাৱিক হয়। ন-কইনাও লাহে লাহে পুৰণা হয়। সময় যোৱাৰ লগে লগে মাতৃ হয়। এনেকৈয়ে চলি থাকে লোক সাংস্কৃতিৰ প্ৰবাহ মান ধাৰা।

সহায়ক ঃ

১। ৰৌশনাৰা খাতুন, খেল্লী, বৰপেটা
২। জহুৰা খাতুন, খোলাবন্ধা, বৰপেটা

# মিঞা জনগোষ্ঠীৰ পৰম্পৰাগত নাওঁখেল

**বাহাৰুল ইছলাম**

নাৱৰ ব্যৱহাৰ অতীজৰ পৰাই হৈ আহিছে নৈ পৰীয়া লোকৰ ব্যৱহাৰিক জীৱনৰ লগত নাও ওতপ্ৰোতভাৱে জড়িত। কিন্তু এই নাৱৰ ব্যৱহাৰ বিশ্বৰ কোন ঠাইৰ পৰা প্ৰথমে আৰম্ভ হয় সেই সম্পৰ্কে আজিও জানিব পৰা হোৱা নাই।

অসমত নাৱৰ প্ৰচলনৰ প্ৰাচীন ঐতিহ্য সম্পৰ্কে বুৰঞ্জীয়ে সাক্ষ্য দিয়ে। প্ৰাচীন সময়বোৰত নানা যুদ্ধ বিগ্ৰহতো নাৱৰ ব্যৱহাৰ হৈছিল। যুদ্ধৰ সময়ত বেগাই চলোৱা কৌশলৰ পৰাই প্ৰতিযোগিতামূলক নাওঁখেলৰ জন্ম বুলি ধাৰণা কৰিব পাৰি। নাওঁখেল আজিও অসমৰ জনপ্ৰিয় খেল হিচাপে পৰিচিত। অসমৰ থলুৱা অসমীয়া হিন্দু, মুছলমান আৰু বংগীয় মূলৰ লোকসকলৰ মাজত নাওঁখেলৰ জনপ্ৰিয়তা আজিও বিদ্যমান। নাওঁখেল মূলত নৈ পৰীয়া অঞ্চলৰ ব্যৱহাৰিক জীৱনৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ থকা বাবে অসমৰ নৈ পৰীয়া আৰু চৰ অঞ্চলত বসবাস কৰা মিঞা মুছলমান সকলেই পৰম্পৰাগতভাৱে জীয়াই ৰাখিছে। অসমৰ চাপৰিত থকা অধিক সংখ্যক লোক মিঞা জনগোষ্ঠীৰ। যাৰ বাবেই এওঁলোকৰ প্ৰচেষ্টাতেই এই খেল বিধ জীয়াই আছে বুলি কলে বঢ়াই কোৱা নহয়। চাপৰিত বাস কৰা মিঞা আঢ্যৱন্ত লোকসকল খেল নাওঁ ৰখাটো গৌৰৱৰ কথা বুলিয়েই আজিও বিবেচনা কৰে। নাওঁখেল প্ৰতিযোগিতা চলা সময়ত চাপৰিৰ ডেকা-গাভৰু, বুঢ়া-বুঢ়ী সকলৰ মনত উৎসৱ মুখৰ পৰিৱেশৰ সৃষ্টি হয়।

এই খেলবিধ সাধাৰণতে বাৰিষা সময়ত হয়। বানপানী অহাৰ লগে লগে বাইছা সকল নাওঁখেল খেলিবলৈ মতলীয়া হৈ পৰে। পুৰণি নাওঁসমূহ মেৰামতি কৰি ৰঙেৰে বুলাই প্ৰস্তুত কৰা হয় আৰু আন কিছুমান নতুনকৈ নাওঁ সাজে।

বাৰিষাৰ আগমনত নাওঁ সজাৰ পূৰ্বেই কাঠ টিন আদি প্ৰয়োজনীয় সামগ্ৰী সমূহ যোগাৰ কৰি ৰখা হয়। এক নিৰ্দ্দিষ্ট দিন বাৰ চাই নাৱৰ গৰাকীয়ে খেল নাওঁ তৈয়াৰ কৰিব পৰা বিশেষভাৱে পাৰ্গত মিস্ত্ৰি মাতি আনি ৰাইজৰ উপস্থিতিত নাওঁ সজাৰ কাম আনুষ্ঠানিকভাৱে আৰম্ভ কৰে। মিস্ত্ৰি গৰাকীয়ে ৰাইজৰ পৰা আশীৰ্বাদ বিচাৰি নাওঁ সজা সজুলি সমূহ ধৰ্মীয় পৰম্পৰা মানি হাতত তুলি লয়। নাওঁ সজাৰ কাম আৰম্ভ কৰাৰ সময়ত ধূপ-ধূনা জ্বলোৱা হয়। স্থানীয় ধৰ্মীয় নেতা এগৰাকীৰ নেতৃত্বত আল্লাহৰ ওচৰত প্ৰাৰ্থনা কৰা হয়। মিস্ত্ৰিয়ে কাম আৰম্ভ কৰাৰ



সময়ত নাৱৰ গৰাকীৰ পক্ষৰ পৰা মিষ্টান্ন বিতৰণ কৰা হয়।

নাওঁ অতি ধুনীয়াকৈ সজাৰ পাছত নাওঁখনত ৰং বুলাই আটকধুনীয়া কৰা হয়। নানা তৰহৰ চৰাই-চিৰিকটি, ঘৰিয়াল আদিৰ ছবি অতি ধুনীয়াকৈ নাওঁখনৰ দুফালে আঁকা হয়। বিশ্বাস আছে যে চৰাই-চিৰিকটি, ঘৰিয়াল মাছ আদিৰ ছবি থাকিলে খেল নাওঁখন বেগৱন্ত হয়। খেলত নাওঁখন জয়ী হ'ব বুলি বিশ্বাস থাকে। নাওঁৰ আগ অংশৰ এফালে গৰাকীৰ নাম ঠিকনা সম্পূৰ্ণকৈ লিখা থাকে আৰু আনফালে নাওঁখনৰ নাম থাকে। নাৱৰ নামবোৰ আলিফ লাইলা, যুগান্তৰ, ময়ুৰ পঙ্খী, উইৰাল পঙ্খী, আবাবিল, মায়েৰ আশীৰ্বাদ, বাবাৰ আশীৰ্বাদ ইত্যাদি নামেৰে নামাকৰণ কৰা হয়।

নাওঁ গঢ়াৰ পাছত কিছুমান ছুটি আৰু দীঘলকৈ বঠা তৈয়াৰ কৰা হয়। বঠাবোৰত কেবা প্ৰকাৰৰ ৰং সানি চকুত লগা বিধৰ কৰি তোলা হয়। গুৰি বঠা নাৱৰ দৈৰ্ঘ্যৰ ওপৰত ভিত্তি কৰি বৃদ্ধি কৰা হয়। সাধাৰণতে খেল নাওঁবোৰত ছয়-সাতোটালৈকে গুৰি বঠা দেখা যায়। নাৱৰ দৈৰ্ঘ্যৰ ওপৰত ভিত্তি কৰি গুৰি বঠা বনোৱা হয়। কিছুমান গুৰি বঠা প্ৰায় দহ হাতলৈকে দীঘল থাকে। গুৰি বঠাৰ ওপৰ অংশত ৰঙা কাপোৰ নাইবা ৰুমাল বন্ধা থাকে।

মিঞা জনগোষ্ঠীৰ লোকে ব্যৱহাৰ কৰা খেল নাওঁবোৰ বিশেষকৈ কুলা, হৰংগা আৰু পাতী নাওঁহে হোৱা দেখা যায়। এই প্ৰকাৰৰ নাওঁবোৰ সম্পূৰ্ণ স্বকীয়া। অন্যান্য জনগোষ্ঠীৰ লোকৰ খেল নাওঁ সমূহৰ লগত মিল থকা দেখা নাযায়। প্ৰতিযোগিতাত বঠা কোবোৱাৰ পদ্ধতিৰ পৰা প্ৰায়বোৰ কলা কৌশলেই স্বকীয়া প্ৰকৃতিৰ।

খেল নাওঁবোৰ আৰু বঠাবোৰ সম্পূৰ্ণকৈ তৈয়াৰ হোৱাৰ পাছত অঞ্চলটোৰ ৰাইজ, বাইছা, বয়াতীকে আদি কৰি প্ৰায়বোৰ লোকেই নাৱৰ গৰাকীৰ ঘৰত উপস্থিত হৈ নাওঁ খেলৰ আনুষ্ঠানিক প্ৰস্তুতি সম্পৰ্কে জনাই দিয়া হয়। বয়াতী আৰু বাইছা সকলে তেতিয়া উৎফুল্লিত হৈ সমস্বৰে জাৰী গীত গায়।

ডিংগা সাজিলৰে
চম্পাই নগৰে ডিংগা সাজিলৰে
বয়াতী ঃ প্ৰথমে সাজিল ডিংগা নামেতে হলৈ
বাইছা ঃ ডিংগা সাজিলৰে, চম্পাই নগৰে ডিংগা সাজিলৰে।
বয়াতী ঃ তাৰ পৰে সাজিল ডিংগা ডিংগাৰ গলৈ
বাইছা ঃ ডিংগা সাজিলৰে চম্পাই নগৰে ডিংগা সাজিলৰে।
বয়াতী ঃ আগা নায়ে হাট বাজাৰ পাছা নায় ব্যাচাৰী
বাইছা ঃ ডিংগা সাজিলৰে, চম্পাই নগৰে

ডিংগা সাজিলবে।

খেল নাওঁখন পানীত নমোৱাৰ আগদিনা গোটেই নিশা মমবাতি জ্বলাই পোহৰ কৰি ৰখা হয়। মমবাতিবোৰ নাওঁখনৰ গলৈ (আগ আৰু পিছ অংশ) ত জ্বলোৱা হয়। প্ৰতিযোগিতা হোৱাৰ দিনা ৰাতিপুৱা বাইচা, বয়াতী আৰু সমজুৱা ৰাইজ উপস্থিত হয়। নাওঁখন ভালকৈ ধুই শুকাই লৈ মিঠাতেল ঘহা হয়। পিছত মালভোগ কল আৰু ঘিউৰে নাৱৰ বাহিৰ আৰু তল অংশ পিছল কৰি তোলা হয়। যাতে নাৱত পানীত নধৰাকৈ বেগাই চলিব পাৰে। নাওঁ সম্পূৰ্ণ ভাৱে প্ৰস্তুত কৰি লৈ সমজুৱাৰ মাজত মিষ্টান্ন বিতৰণ কৰা হয়। পানীত নমোৱাৰ আগমুহূৰ্ত্তত নাৱৰ গৰাকীয়ে আগ অংশত ৰঙা কাপোৰ পাৰি তাৰ ওপৰত ধান আৰু এটকা বা পাচ টকীয়া ক্ষুদ্ৰা ভক্তি সহকাৰে আগবঢ়ায়। ইফালে বাইছা সকলে হাতত বঠালৈ বগা গেঞ্জী আৰু ৰঙীণ গামোছা পৰিধান কৰি মূৰ ককালত গামোছা বান্ধি প্ৰস্তুত হৈ পৰে। বয়াতীসকলৰ পৰিধান মাকে বগা ধূতী আৰু পাঞ্জাবী নাইবা গেঞ্জী, মূৰ ককালত ৰঙীণ গামোছা বান্ধে। মূল বয়াতী গৰাকীৰ হাতত থাকে তাল আন সকলে লয় জুনুকা আৰু গামোছা। গুৰি বঠা ধৰোতা সকলেও ধূতী গেঞ্জী পৰিধান কৰি মূৰ ককালত গামোছা বান্ধি লৈ প্ৰস্তুত হৈ পৰে। গৃহস্থই আদেশ দিয়াৰ লগে লগে সকলোৱে সেৱা ভক্তি কৰি নাওঁখন দাণ্ডি ধৰি সমস্বৰে জাৰী গীত গায় আৰু লাহে লাহে পানীলৈ আগবাঢ়ি গৈ নাওঁখন পানীত ৰাখি নিজ নিজ আসনত উপবিষ্ট হয়।

ঢঢ ছালাম আলায় কুমৰে অৰে মমিন ভাই আমাৰ চালাম দশেৰ চৰণে।।
বয়াতী ঃ প্ৰথমে বন্দনা কৰি আল্লাহ নিৰঞ্জন
বাইছা ঃ ছালাম আলায় কুমৰে অৰে মমিন ভাই আমাৰ ছালাম দশেৰ চৰণে।
বয়াতী ঃ তাৰ পৰে বন্দনা কৰি নবীজীৰ চৰণ
বাইছা ঃ ছালাম আলায় কুমৰে ......................
বয়াতী ঃ তাৰ পৰে বন্দনা কৰি আলী শ্বাহৰ চৰণ
বাইছা ঃ ছালাম আলায় কুমৰে ......................
বয়াতী ঃ তাৰ পৰে বন্দনা কৰি ফাতেমাৰ চৰণ
বাইছা ঃ ছালাম আলায় কুমৰে ......................
বয়াতী ঃ তাৰ পৰে বন্দনা কৰি বাপ মায়েৰ চৰণ
বাইছা ঃ ছালাম আলায় কুমৰে ......................
বয়াতী ঃ পূবেতে বন্দনা কৰি পূবে ভানুৰ শহৰ
বাইছা ঃ ছালাম আলায় কুমৰে ......................
বয়াতী ঃ পশ্চিমে বন্দনা কৰি হজ মক্কাৰ শহৰ



বাইছা ঃ ছালাম আলায় কুমৰে ..................
বয়াতী ঃ উত্তৰে বন্দনা কৰি হিমালয় পৰ্বত
বাইছা ঃ ছালাম আলায় কুমৰে ..................
বয়াতী ঃ দক্ষিণে বন্দনা কৰি বাহিৰ নদীৰ সাগৰ
বাইছা ঃ ছালাম আলায় কুমৰে ..................
বয়াতী ঃ তাৰ পৰে বন্দনা কৰি সৰাৰ দশ জনাৰ চৰণ
বাইছা ঃ ছালাম আলায় কুমৰে অৰে মমিন ভাই আমাৰ ছালাম দশেৰ চৰণে।

এনেকৈ জাৰী গীত গাই গাই বাইছা সকলে গাওঁলৈ ওলাই যায়। নাওঁখন বাইছ দিয়া সময়ত বাইছা সকল হাতত বঠালৈ দুশাৰীকৈ বহে। মাজত থাকে বয়াতী। বয়াতীয়ে তাল বজাই জাৰী গীতবোৰ গাই যায়। পিছে পিছে বাইছা সকলে বঠা কোবাই গীতবোৰ সমস্বৰে গাই গৈ থাকে। নাৱৰ আগভাগত টিকাৰা ঢোলৰ দৰে (বাদ্যযন্ত্ৰ) লৈ এগৰাকী ব্যক্তি থাকে। নাগৰা বাদ্য যন্ত্ৰৰ দৰে টিকাৰাটো দুডাল মাৰিৰে গানৰ তালে তালে বজাই থাকে আৰু টিকাৰাৰ তালে তালে বাইছা সকলে বঠা বায়। প্ৰতিযোগিতা চলাৰ সময়ত টিকাৰা খৰকৈ বজায় টিকাৰাৰ তালত তাল মিলাই বাইছা সকল উত্তেজিত হৈ উঠে। প্ৰতিযোগিতা চলা সময়ত মূল বয়াতী গৰাকীৰ লগে লগে সহযোগী সকলেও মুখৰ শব্দৰে বাইছা সকলক অধিক উত্তেজিত কৰি নাওঁখন আগুৱাই নিয়াত সহায় কৰে। অৱশ্যে প্ৰতিযোগিতাৰ পূৰ্ব মূহুৰ্তত টিকাৰা তাল আদি গীতৰ লগত তাল মিলাইহে বজোৱা হয়। নাওঁলৈ ওলাই যোৱাৰ কিছু পিছত বয়াতীয়ে বাইছা সকলক উৎসাহিত কৰিবলৈ কিছুমান গীতৰ অবতাৰণা কৰে লগে লগে বাইছা সকলেও গীতবোৰ আওৰাই গৈ থাকে

ময়না উইৰা যাবে
হাৰে ওৰে সুন্দৰ ময়না
উইৰা যা তোৰ দেশেৰে।।
বয়াতী ঃ মাছে চিনে গহীন গম্ভীৰ
পংখী চিনে বাসা
বাইছা ঃ ময়না উইৰা যাবে ..................
বয়াতী ঃ তুমিতো সুন্দৰ ময়না
জানে সবলোকে
বাইছা ঃ ময়না উইৰা যাবে .......
বয়াতী ঃ আগেনা কইচিলা হাৰে
আমায় ভালো বাসো
বাইছা ঃ ময়না উইৰা যাবে ..................

বয়াতী ঃ এখন কেনে সেসব কথা
তুমি ভুইলা গেলে
বাইছা ঃ ময়না উইৰা যাৰে ..................

বাইছাসকলে ভটিয়াই বা উজাই গৈ থাকোতে নৈৰ চাপৰিত বা পাৰত নানা দৃশ্য উপভোগ কৰি গৈ থাকে। বয়াতীয়ে বাইছাসকলৰ পৰিশ্ৰম লাঘৱ কৰিবলৈ নানা ধৰণৰ আমোদজনক গীত গাই গৈ থাকে। অনেক সময়ত দীঘলীয়া ৰাস্তা হ'লে ৰোমান্টিক গীতবোৰ গাই বাইচাসকলক অধিক উৎসাহিত কৰিবলৈ চেষ্টা কৰে। এই গীতবোৰো বিভিন্ন পৰিস্থিতিৰ ওপৰত ভিত্তি কৰি গোৱা হয়। নাওঁ খেলৰ লগত ৰোমান্টিকতাৰ যথেষ্ট সম্পৰ্ক আছে।

ওৰে কুইয়াৰ পাৰে কলসি থুইয়া
বাশ তলা কেন কাচাৰী
ঐ ছেৰিটা জায়াই পাগলী।
বয়াতী ঃ এদিক ওদিক না চাইয়া
বইঠায় দিয় টান
বাইছা ঃ ওৰে কুইয়াৰ পাৰে ...............
বয়াতী ঃ শুন শুন বাইছা ভাইগো
তোমাগো জানাই
বাইছা ঃ ওৰে কুইয়াৰ পাৰে ...............
বয়াতী ঃ নওকা খানি নিয়া চলো
বাইচ খেলাইতে যাই
বাইছা ঃ ওৰে কুইয়াৰ পাৰে ................................

এনেকৈ গৈ থাকোতে আন এঠাইত আন এক পৰিস্থিতি সাপেক্ষেও গীত গোৱা হয়। ঠায়ে ঠায়ে অকলশৰীয়া গাভৰুক নদীত নামি কলহত পানী ভৰাই থকা বা গা ধুই থকা অৱস্থাত দেখিলে জোকাই গীত গোৱা দেখা যায়।

জলেৰ ঘাটে
তোমৰা যাইওনা সখি
জলেৰ ঘাটে আমৰা কুম্ভীৰ দেইখাছি
বয়াতী ঃ জল ভৰ ভৰ কন্যা
নাইমা আঠু জলে
বাইছা ঃ জলেৰ ঘাটে ................
বয়াতী ঃ ভৰা কলসী কাংখে লইয়া
ঘৰে যাও ফিৰে



বাইছা ঃ জলেৰ ঘাটে ................
বয়াতী ঃ বেসি দেৰি কৰছে কন্যা
বেলা ডুবে যাবে
বাইছা ঃ জলেৰ ঘাটে ................
বয়াতী ঃ তোমাৰ বাবা চিন্তা মণি
বৰ লজ্জা পাবে
বাইছা ঃ জলেৰ ঘাটে ................

এনেকৈ গৈ গৈ নাওঁখন প্ৰতিযোগিতাস্থলীত উপস্থিত হয়। নাওঁখনে দুই পাকমান মৰাৰ পাছত পাৰলৈ চপাই দিয়ে। সেই সময়তো দুই চাৰিটা গীত গাই দৰ্শক ৰাইজক আমোদ দিয়ে।

বেৰাৰ ঝলকা দিয়া মই নাৰী
চাইয়া বৈ দেখি বন্ধু বসে কাৰ ঘৰে
দেখি বন্ধু বসে কাৰ ঘৰেযহাৰে ঐ
অৰে বেৰাৰ .......................... ঐ
বয়াতী ঃ বন্ধুৰ বাড়ী আমাৰ বাড়ীৰে
বাইছা ঃ হাৰে অ .............. অৰে বেৰাৰ ......
বয়াতী ঃ বন্ধু আমাৰ বাশেৰ বেপাৰী
বাইছা ঃ হাৰে অ .................. অৰে বেৰাৰ

এনেদৰে গীতবোৰ গোৱাৰ পিছত নাওঁখন মাজ নদীলৈ আগবাঢ়ি কুচ-কাৱাজ কৰে। পিছত কমিটিৰ নিৰ্দ্দেশ মৰ্মে দুখনকৈ নাওঁ প্ৰতিযোগিতাত অৱতীৰ্ণ হয়। প্ৰতিযোগিতাস্থলীত সীমা হিচাপে দুডাল বাঁহ দুইমুৰে পুতা থাকে। বাঁহ দুডালৰ ওপৰ অংশত ৰঙা কাপোৰ বন্ধা থাকে। যাতে সহজে দৃষ্টিগোচৰ হয়। ইয়াক "জাণ্ডাৰা" বুলি কোৱা হয়। দুডাল জাণ্ডাৰৰ মাজৰ দৈৰ্ঘ্য এক কিলোমিটাৰ বা অধিক হ'ব পাৰে। ইয়াৰ কোনো নিৰ্দ্দিষ্ট সীমা নাথাকে। প্ৰতিযোগিতা প্ৰথম ডাল জাণ্ডাৰৰ পৰাহে আৰম্ভ হয়। মাইকেৰে ঘোষণা আৰু বাঁহী ফু দিয়াৰ পাছত নাওঁ দুখনে প্ৰথমে লাহে লাহে আৰু পিছত বেগাই বঠা কোবায়। এইদৰে যিখন নাওঁ দ্বিতীয়খন জাণ্ডাৰা আগতে অতিক্ৰম কৰিব পাৰে তাক বিজয়ী বুলি ঘোষণা কৰা হয়। প্ৰতিযোগিতাত অংশ গ্ৰহণ কৰা নাওঁ দুখনত কমিটিৰ তৰফৰ পৰা দুগৰাকী ব্যক্তি নিয়োগ কৰা থাকে। যিখন নাওঁ জাণ্ডাৰা আগতে অতিক্ৰম কৰে সেইখনৰ নিৰ্দ্ধাৰিত ব্যক্তি গৰাকীয়ে বাঁহী ফুৰাই দিয়াৰ লগে লগে বাইছা সকলে বঠাবোৰ দাণ্ডি দিয়ে লগে লগে গুৰিয়াল সকলে নাওঁখন ঘুৰাই দিয়ে। এই মানুহ দুজনক "চৰণদাৰ" বুলি কোৱা হয়। পৰাপক্ষত সমান দৈৰ্ঘ্যৰ নাওঁবোৰহে প্ৰতিযোগিতাত

অংশ গ্ৰহণ কৰা দেখা যায়। অনেক সময়ত নাওঁৰ দৈৰ্ঘ্যৰ ব্যতিক্ৰম হ'লে নাইবা বাইছা সকল দুৰ্ব্বল হ'লে সেইখন নাওঁ প্ৰতিযোগিতাত অংশ নলয়। এই পৰিস্থিতিত অংশ গ্ৰহণ নকৰা নাওঁৰ বাইচা সকলক লাজ দিবলৈ বিপৰীত পক্ষৰ বাইছা সকলে ইতিকিংসূচক কিছুমান গান গোৱা দেখা যায়।

ৰাবন পলাও কি পলাও ৰে
আইলো হনুমান।চ
বাতী ঃ ৰাম ৰাজাৰ ভক্ত হৈল বীৰ হনুমান
বাইছা ঃ ৰাবন পলাও ...............
বয়াতী ঃ নামে তুমি ৰাবন ৰাজা
কাজে কমে নাই
বাইছা ঃ ৰাবন পলাও ..................
বয়াতী ঃ হনুমানেৰ লম্ফ-জম্ফ
দেইখা কৰে ভয়
বাইছা ঃ ৰাবন পলাও ...............
বয়াতী ঃ শুন শুন বাইছা ভাইগো তোমাগো জানাই
বাইচা ঃ ৰাবন পলাও ...............

কেতিয়াবা কমিটীৰ পক্ষৰ পৰা সু-মীমাংসা দিব নোৱাৰা হয় নাইবা ভূল সিদ্ধান্ত দিয়া হয়। এনে পৰিস্থিতিত দুই পক্ষৰ মাজত কাজিয়াৰ সূত্ৰপাত হয়। কমিটীয়ে পুনৰ বিবেচনা নকৰাকৈ এক পক্ষীয়ভাৱে সিদ্ধান্ত দিয়াৰ ফলত প্ৰতিযোগিতাত জয়ী হৈও অনেক ক্ষেত্ৰত নিৰাশ হ'বলগীয়া হয়। তেনে পৰিস্থিতিত বাইছা সকলে গালি শপনি পাৰি গীত গাই উভতি আহে।

তোমৰা জাননা ৰে বৰ সৰকাৰ গিৰী
ফজলি আম বলিয়া খাইলা
হাড়েৰ তলেৰ বিচি।।
বয়াতী ঃ গোষ্ঠীতে নাই সৰকাৰ গিৰী
সৰকাৰ হইয়া বসে
বাইছা ঃ তোমৰা ..............................
বয়াতী ঃ তোৰ বাপে ৰাম ঠাকুৰ
মাছেৰ বেপাৰ কৰে
বাইছা ঃ তোমৰা ...........................
বয়াতী ঃ মাঝি হইয়া সৰকাৰ কতলাও
লজ্জা সৰম নাই।



বাইছা ঃ তোমৰা ........................
বয়াতী ঃ আজকালেৰ জামানা ভাই
ওল হইয়া গেছে।
বাইছা ঃ তোমৰা ...........................

প্ৰতিযোগিতাত নাওঁখন জয়ী হ'লে কেবা পাক মাৰি গীত গাই গাই ৰাইজলৈ আনুষ্ঠানিক ঘোষণা দিয়া হয়। তেতিয়া গীতবোৰৰ মাজেৰে কমিটীৰ প্ৰশংসা কৰা হয়। বাইছা আৰু গৃহস্থৰ প্ৰশংসা কৰিও গীত গোৱা দেখা যায়।

পাল্লায় জয় হইল জয় হইল
জয় হইলৰে ভাই।
পাল্লায় জয় হইল।
বয়াতী ঃ আমাদেৰ নাইয়া বুজি বৰ ভাগ্যবান
বাইছা ঃ পাল্লায় .......................................
বয়াতী ঃ শুন শুন বাইচা ভাইগো তোমাগো জানাই
বাইছা ঃ পাল্লায় .......................................
বয়াতী ঃ আইচক্যা বুজি ভাগ্য ভাল শ্বীল নাইবা দান
বাইছা ঃ পাল্লায় ...............................
বয়াতী ঃ কমিটীৰ প্ৰশংসা আমৰা
কি দিয়া জানাই
বাইছা ঃ পাল্লায় ............................
বয়াতী ঃ আমাদেৰ নাইয়া খাশি জবায় কৰে
বাইছা ঃ পাল্লায় .......................................

প্ৰতিযোগিতাত বিজয় সাব্যস্ত কৰিব নোৱাৰিলে বয়াতীয়ে বাইছা সকলক ব্যংগ কৰি গীত গাই গাই ঘৰমূৱা হ'বলৈ নিৰ্দেশ দিয়ে।

বাইছা টান দিওৰে বাড়ী বুইলা যাই
বাইছাৰ নিগা ৰাইন্ধা থুইছে
চুইকা ভাতেৰ জাই।। ঐ
বয়াতী ঃ আমাদেৰ ভাগ্য বুজি মন্দ হইয়া যায়
বাইছা ঃ বাইছা টান দিওৰে .....................
বয়াতী ঃ নাইয়া মোদেৰ তুইলা ৰাশি
বাইচা কুম্ভ ৰাশি
বাইছা ঃ বাইছা টান দিওৰে ..........................
বয়াতী ঃ নাইয়া মোদেৰ তুইলা ৰাশি

হাইলা কুম্ভ ৰাশি
বাইছা ঃ বাইছা টান দিওৰে .......................
বয়াতী ঃ বাইছা গুইলা হইল মোদেৰ
নবীন ঘোষেৰ গাই
বাইছা ঃ বাইছা টান দিওৰে ..........................

আনহাতে প্ৰতিযোগিতাত বিজয় সাব্যস্ত কৰিব পাৰিলো বয়াতী বাইছাসকল উৎফুল্লিত হৈ পৰে। বয়াতীয়ে তেতিয়া বিজয়ৰ গীত গাই গাই বয়াতী সকলক ঘৰমুৱা হ'বলৈ নিৰ্দ্দেশ দিয়ে। বিজয়ৰ গীতবোৰ গাই গাই বাইছাসকলে অধিক উৎসাহেৰে বঠা কোবাই কেবা পাক মাৰি ঘৰমুৱা হয়।

বাইছা টান দিওৰে জবায় কৰব খাশি
অভয় পুৰেৰ হাটে যাইয়া
কিনবো দাতেৰ খাশি ।।ঐ ...................................
বয়াতী ঃ আমাদেৰ বাইছা গুলো বৰ শক্তিমান
বাইছা ঃ বাইছা টান দিওৰে ..........................
বয়াতী ঃ শুন শুন বাইছা ভাইগো তোমাগো জানাই
বাইছা ঃ বাইছা টান দিওৰে ....................
বয়াতী ঃ আমাদেৰ নাইয়া বুজি বৰ খুশি হইবে।
বাইছা ঃ উজান পানী বাজছে ভাইগো
জুৰে দিও টান।
বাইছা ঃ বাইছা টান দিওৰে..........
বয়াতী ঃ পবন কাঠেৰ বৈঠা যেমন..........
ময়ুৰ পঙ্খী নাও
বাইছা ঃ বাইছা টান দিওৰে .......................
বয়াতী ঃ ঃ আল্লাঙ নামটি মুলে নিয়া
জুৰে দিও টান।
বাইছা ঃ বাইছা টান দিওৰে .....................

এনেকৈ গীতবোৰ গাই গাই গৃহস্থৰ ঘৰৰ ওচৰ পায়। তেতিয়া গৃহস্থই নাইবা গৃহস্থৰ ঘৰৰ লোক আগবাঢ়ি আহি নাৱৰীয়া লোক সকলক ঘৰলৈ গৈ আদৰ অভ্যৰ্থনা জনায়। মূল বয়াতী গৰাকীয়ে তেওঁলোকে পোৱা শ্বীল্ডটো নাইবা কাঁপটো ভক্তি সহকাৰে গৃহস্থক প্ৰদান কৰে। নাৱৰীয়াসকলে গা-পা ধূই প্ৰস্তুত হোৱাৰ পাছত তেওঁলোকৰ বাবে প্ৰস্তুত কৰি ৰখা পায়স, খাশী, পঠা বা অন্যান্য প্ৰকাৰৰ মঙহেৰে এসাজ ভোজভাত খুওৱা হয়। ভোজ ভাত খুওৱাৰ পাছত নাৱৰীয়া সকল ঘৰাঘৰি হয়। এনেকৈ নাওঁখেলৰ সমাপ্তি ঘটে।।



# মিএগ্ৰা জনগোষ্ঠীৰ পৰম্পৰাগত লাঠীবাৰী খেল

আব্দুল হামিদ

অতীজৰে পৰা অসমত বিভিন্ন খেলৰ প্ৰচলন হৈ আহিছে। অতীত অসমৰ বিভিন্ন প্ৰান্তত বসবাস কৰা বিভিন্ন জনগোষ্ঠীৰ লোকসকলৰ নিজা নিজা খেল-ধূলা উৎসৱ অনুষ্ঠান আদি আছিল। পৰৱৰ্ত্তী সময়ত আগমন ঘটা জনগোষ্ঠী সকলৰ মাজত প্ৰচলিত খেল-ধেমালি আজি সু-বৃহৎ অসমীয়া জাতিটোৰ শিৰৰ ভূষণ হৈ পৰিছে। ইয়াৰ ভিতৰত মিএগ্ৰা জনগোষ্ঠীৰ লাঠীবাৰী খেলত উল্লেখযোগ্য।

সম্প্ৰতি লাঠীবাৰী খেলটো আমোদ-প্ৰমোদৰ উৎস হৈ পৰিলেও পুৰণি কালত এই খেল বিধ সেই সময়ৰ যুদ্ধ বিগ্ৰহ বা কাজিয়াৰ হাতিয়াৰ স্বৰূপ আছিল। সেই সময়ত যুদ্ধ বিগ্ৰহ বা কাজিয়া কৰিবলৈ বৰ্ত্তমানৰ নিচিনা আগ্নেয়াস্ত্ৰ নাছিল। হাতত তৰোৱাল বা ধনু কাড়লৈ যুদ্ধ কৰাৰ নিয়ম আছিল।

প্ৰাচীন ইছলাম ধৰ্মাৱলম্বী লোক সকলে সেই সময়ত ইছলাম ধৰ্মৰ প্ৰবৰ্ত্তক হজৰত মহম্মদ (ছঃ) নাতি ইমাম হোছেন (ৰঃ) যেতিয়া মুছলমান সকলৰ ঘোৰ শক্ৰ এজিদৰ প্ৰধান সেনা নায়ক সীমৰৰ তীক্ষ্ণ অস্ত্ৰৰ আঘাতত শিৰচ্ছেদ সহ্য কৰিব নোৱাৰি মুছলমান সকলে তাৰ প্ৰতিকাৰৰ উপায় উলিয়াব ধৰিলে। এজিদৰ সেনানী সকলৰ যথেষ্ট পৰিমাণে তীক্ষ্ণ অস্ত্ৰ আৰু ধনু কাড় থকাৰ পৰিবৰ্ত্তে শান্তিৰ গান গোৱা মুছলমান সকলৰ অস্ত্ৰৰ পৰিমাণ আছিল তেনেই সীমিত। মুছলমান সকলে পৰাক্ৰমী এজিদৰ সেনাক ভেটিবলৈ বাহ বা কাঠৰ লাঠীকে অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰিবলৈ ধৰিলে। অৱশ্যে তীক্ষ্ণ অস্ত্ৰ একেবাৰে নাছিল বুলি ক'ব নোৱাৰি। মুছলমান সকলে লাঠী ঘূৰাই ঘূৰাই শক্ৰ পক্ষক আক্ৰমণ কৰাৰ কৌশল আয়ত্ব কৰি ল'লে। পৰৱৰ্ত্তী সময়তো মুছলমান সকলৰ মাজত এই লাঠীৰে যুদ্ধ কৰা আৰু অতি আকৰ্ষণীয় বাবে লাঠীবাৰী এক খেল হিচপেও চলি থাকিল।

সেইদৰে জমিদাৰ সকলে লাঠীবাৰীত অতি পাকৈত লোক সকলক সেই সেই ঠাইৰ ভূমিৰ দায়িত্বও তেওঁলোকৰ ওপৰত অৰ্পণ কৰে আৰু স্থানীয় প্ৰজাক শাসন কৰাৰ অধিকাৰো প্ৰদান কৰে। এওঁলোকৰ সহায়লৈ জমিদাৰ সকলে প্ৰজাৰ ওপৰত অধিক ক্ষমতা প্ৰয়োগৰ সুবিধা লাভ কৰে। প্ৰজাৰ পৰা খাজনা আধায় শস্যৰ অংশ আৰু ধাৰ্য্য কৰা কৰ পৰ্য্যায় ক্ৰমে আদায় কৰিবলৈ ধৰিলে। জমিদাৰ সকলে প্ৰজাৰ ওপৰত অতিৰিক্ত ভাৱে আৰোপ কৰা কৰৰ বোজা সহ্য কৰিব নোৱাৰি প্ৰজাসকলে প্ৰতিবাদ আৰু বিপ্লৱ আৰম্ভ কৰিবলৈ ধৰিলে। ফলশ্ৰুতিত জমীদাৰ আৰু প্ৰজাসকলৰ মাজত মনোমালিন্যৰ সৃষ্টি হয়। ইপিনে ইংৰাজসকলে লাভৰ

অংশ বৃদ্ধি কৰিবলৈ জমীদাৰ সকলৰ ওপৰত অধিক কৰৰ বাবে হেঁচা প্ৰয়োগ কৰে। ফলত জমীদাৰ সকলেও ঘাটি পূৰণৰ বাবে প্ৰজাসকলৰ ওপৰত অতিৰিক্ত ভাৱে কৰ আৰোপ কৰিবলগীয়া হয়। অতিৰিক্ত কৰ আদায় দিব নোৱাৰি প্ৰজাসকলে বিপ্লৱৰ সূচনা কৰে। এই বিপ্লৱক উপশম আৰু প্ৰজাক শাসন কৰিবলৈ জমীদাৰ সকলক আনুগত্য থকা আৰু বিশ্বাসী লোকৰ প্ৰয়োজন হ'ল। সেই সময়ত লাঠীবাৰীত অতি পাকৈত লোকক জমীদাৰ কাৰ্য্যালয়ত বেতন দি ৰাকিবলগীয়া হয়। লাঠীবাৰীত পাকৈত লোকসকলৰ প্ৰধান বা পৰিচালকজনক জমীদাৰে সৰ্দাৰ (চৰ্দাৰ) উপাধি প্ৰদান কৰে। সৰ্দাৰ সকলে খেলা খেল বাবে ইয়াক সৰ্দাৰবাৰী খেল বুলিও কোৱা হয়।

লাঠীবাৰী খেলা ব্যক্তিক তৰোৱাল বা ধনু কাড়ৰ দ্বাৰা আঘাত কৰিব নোৱাৰি। অথচ ঢালৰ দ্বাৰা কাড় বা তৰোৱালৰ আঘাত প্ৰতিহত কৰিব পাৰি। কথিত আছে যে মন্ত্ৰৰ দ্বাৰা লোৱে তৈয়াৰ অৰ্থাৎ তৰোৱাল বা ধনু-কাড় লক্ষ্য ভ্ৰষ্ট কৰিব পাৰি। সেইবাবে লাঠীবাৰী খেলা ব্যক্তিক মিঞা সমাজত আজিও যথেষ্ট গুৰুত্ব দিয়া দেখা যায়। লাঠীৰ দ্বাৰাই মুছলমান সেনানীয়ে এজিদৰ পৰাক্ৰমী সৈন্য দলক পৰাস্ত কৰিবলৈ সক্ষম হৈছিল। তেতিয়াৰ পৰাই লাঠীবাৰী বৰকৈ প্ৰসাৰ লাভ কৰি আজিও তাক অধিক নতুন ৰূপেৰে জীয়াই ৰাখিছে। অৱশ্যে আজিকালি ঠাই বিশেষে বিভিন্ন উৎসৱ পাৰ্বনতহে প্ৰদৰ্শন কৰা দেখা যায়।

পিছৰ সময়চোৱাত লাঠীবাৰী ভাৰতবৰ্ষতো বিস্তাৰ লাভ কৰে। অৱশ্যে কোন চনত বা কেতিয়া ভাৰতবৰ্ষলৈ বিস্তাৰ লাভ কৰে তাৰ কোনো সঠিক দিন তাৰিখ পোৱা নাযায়। ভাৰতবৰ্ষৰ বিভিন্ন ঠাইৰ মিঞা জনগোষ্ঠীৰ লোকৰ মাজতেই এই লাঠীবাৰীৰ প্ৰচলন দেখা যায়। অসমত বসবাস কৰা চৰ-চাপৰিৰ মিঞা সকলে চৰ-চাপৰি দখলৰ সময়ত আজিও লাঠীকে অস্ত্ৰ হিচাপে ব্যৱহাৰ কৰা দেখা যায়। মিঞা জনগোষ্ঠীৰ লোক সকল সাধাৰণতে নৈ পৰীয়া অঞ্চল বা চৰ-চাপৰিত বসবাস কৰে। নৈৰ খহনীয়াৰ ফলত এঠাই ভঙা আৰু আন এঠাইত চৰৰ সৃষ্টি হয়। যাৰ ফলত এওঁলোকৰ বাসস্থানৰ সালসলনি হয়। নতুন ঠাইত হোৱা চৰৰ মাটি লৈ ঠাই বিশেষে কাজিয়াৰ সূত্ৰপাত হোৱাও দেখা যায়। সেই সময়ত চাপৰিৰ লোক সকলে লাঠীবাৰীত পাৰ্গত কিছুমান লোকক আমন্ত্ৰণ কৰি আনি দল বান্ধি লৈ নিজৰ নিজৰ মাটি দখল কৰা দেখা যায়। [illegible] মিঞা লোক [illegible] পূৰ্বৰ পৰাই দেওৱানী [illegible] বিশ্বাসী। মিঞা লোক [illegible] নিজৰ নিজ [illegible] মাটি [illegible] [illegible] দেওৱানী বা মাতব্বৰ [illegible] লোকৰ [illegible] প্ৰতিপত্তিশালী দেওৱানী সকলে লাঠীবাৰী জনা ব্যক্তিৰ সহায়ত বিচাৰ কৰিবলৈ [illegible] সহায় [illegible] দেওৱানীসকলে [illegible]



লোকৰ সহায়ত নিজৰ বাবেও চৰ দখল কৰা দেখা যায়। অৱশ্যে সকলো ঠাইতে ইয়াৰ প্ৰভাৱ আছে বুলি ক'ব নোৱাৰি।

জমীদাৰী প্ৰথা বিলুপ্ত হোৱাৰ পাছত গোটেই দেশ জুৰি ইয়াৰ বিস্তাৰ লাভ কৰে। পূৰ্বতে মিঞা সমাজৰ সৰ্ব-সাধাৰণ ৰাইজে ঠাই বিশেষ কাজিয়াৰ হাতিয়াৰ হিচাপে ব্যৱহাৰ কৰিলেও আজিকালি সেই প্ৰভাৱ পৰিলক্ষিত হোৱা দেখা নাযায়। কাৰণ সেই সময়ত চাপৰিত বাস কৰা অধিক সংখ্যক লোক অশিক্ষিত আছিল। তেওঁলোকে উচিত অনুচিত প্ৰায়ে বুজি নাপাইছিল। আজিকালি সৰ্বসাধাৰণ চাপৰিবাসী লোক শিক্ষিতহৈ অহাৰ লগে লগে "মাটি কাৰ? লাঠী যাৰ" প্ৰবাদৰ যুক্তিযুক্ততা নোহোৱা হৈ পৰিল। সম্প্ৰতি লাঠীবাৰী এক অতি আকৰ্ষণীয় খেল ৰূপেহে জন সমাজত পৰিচিত।

লাঠীবাৰী কেবা প্ৰকাৰৰ আছে। যেনে ৰ। নৰী (টাঙোন) চ। লাঠী ৃ। ঢাল ছ্র। যাঠী গু। শিলগুটি ছ। তৰোৱাল জ্জ ৰামদাও জ্জ। বানটি

সিহঁতৰ সাজ-পাৰতথাকে নস্কাৰে তৈয়াৰী কাপোৰ, বুকুত চামৰাৰ বক্ষ বন্ধন। দুই ভৰিত থাকে জুন জুন শব্দ কৰা খুঞ্জুৰী (জুনুকা), মূৰত লাল গামোচাৰে পাগুৰী বন্ধা থাকে। দুই হাতত মজবুত কাপোৰেৰে টানকৈ বন্ধা থাকে। গাত ৰঙীণ গেঞ্জী আৰু ধুতী মেৰিয়াই পিন্ধা থাকে। লাঠীবাৰী খেলৰ দলপতি বা চৰ্দাৰজনে ৰঙা গামোচাত মন্ত্ৰ পাঠ কৰে। ফু দি লাঠীয়াল সকলৰ কঁকালত বান্ধি দিয়ে। মন্ত্ৰবোৰ এনে ধৰণৰ—

নম্বীন, নম্বীন, নম্বীন বড় বীৰ। নম্বীনেৰ দাপটে যোল্লশো দেৱ নাৰী না ৰহে স্থিৰ।। নম্বীন যখন ৰণে যায় তেত্ৰিশ কোটি দেৱতাৰ শক্তি ৰহে তাৰ গায়।। নম্বীনেৰ পাও চলে হাত ঘূৰে পৱন দেৱতাৰ ইচ্ছায় হাংড়ে।। ৰেৰে খোদা হজৰত আলীৰ একসেৰ শক্তি বাহুত তুড়ে।। হৰ হৰ কদমে আতুশী মাজন, বিদাৰনে ভূষিত কৰো হে মা চণ্ডাল ৰূপে বিদয়ুনী, ডাকিনী যুগিনী সহ ভৱ দে মা বসুমতী।। দেৱ দৈত্যেৰ শক্তি না বহে গায় দোহাই আল্লাহ ৰছুলেৰ ত্ৰিশ কোটি দেৱাতৰ মাথা খাত।। এই মন্ত্ৰটো তিনিবাৰ পঢ়ি গামোচাত তিনিটা ফু দি নিয়ম মতে বান্ধি দি চৰ্দাৰ জনে লাঠীয়ালৰ হাতত লাঠী তুলি দিয়ে। লগে লগে লাঠীয়ালজনে গুৰু অৰ্থাৎ চৰ্দাৰ গৰাকীক সেৱা কৰি আশীৰ্বাদ লয়। পিছত চৰ্দাৰ জনে নিজে সাজি কাচি উপস্থিত ৰাইজক ছালাম জনাই দোৱা ভীক্ষা কৰি লাঠীয়াল সকলৰ আগে আগে একান্তমনে ঈশ্বৰক স্মৰণ কৰে।

লাঠীয়াল সকলৰ খেল আৰম্ভ হোৱাৰ লগে লগে টিকাৰা, জুনুকা, বেল, তাল, ডগৰ নাইবা বেণ্ডপাৰ্টীৰ বাদ্য বাজনাৰ তালে তালে লাঠীয়াল সকলে তেওঁলোকৰ হাতৰ লাঠী আৰু অংগ সঞ্চালন কৰে। নৃত্য ভংগীমাত দুই ফালৰ পৰা দুডাল

আহি সন্মুখা-সন্মুখি হয়। দুডালৰ মাজত এশ মিটাৰমান দূৰত্ব থকা অৱস্থাত যিকোনো এটা দলৰ পৰা চৰ্দাৰ গৰাকীয়ে সুৰ তুলি উচ্চ স্বৰে ডাক গায়।

প্ৰথম চৰ্দাৰ (অকলে) ঃ কিৰে এ-এ ........................ অমুক সৰ্দাৰ নামটি আমাৰ অমুক জায়গায় ঘৰ

সংগীসকলে সমস্বৰে ক'ব ঃ ওহো হো ........................

চৰ্দাৰ (অকলে) ঃ আমাৰ পৰিচয় শুইনা তুমি পাইছো ভৰ দে ................

সংগীসকলে (সন্মুখত হাত লৰাই) ঃ কিৰে এ-এ ......................

প্ৰশ্ন ঃ কি ...ৰে, কোহানে থিকা আইলা সৰ্দাৰ কোহানে তোমাৰ ঘৰ, কি নাম তোমাৰ মাতা পিতাৰ নাম তোমাৰ ৰে .............

দ্বিতীয় চৰ্দাৰ ঃ কিৰে ........... এ ......... এ .............এ.............................

মক্কাতে থাকি আমি মদিনাতে ঘৰ।

সংগীসকল ঃ ওহো .......... হো ..............................

পিতাৰ নামটি শ্বাহ আলী নানা পয়গম্বৰ ৰে .....................

সংগীসকল ঃ কি.... ৰে ................ এ ......এ

প্ৰথমে পাঠাইলাম ছিপাই লাঠী হাতে দিয়া

সংগীসকল ঃ ওহো .......... হো ..................

চৰ্দাৰ ঃ তাহাৰ দাপট দেখিয়া তোমৰা নাথাইও পলাইয়াৰে .............

সংগীসকল ঃ কি ... ৰে .... এ .... এ ...... এ

চৰ্দাৰজনে প্ৰথমে নৰী (টাংগুন) ধাৰী খেলুৱৈক মাঠত যাবলৈ আদেশ কৰিব। খেলুৱৈজনে নৰী (টাংগুন) হাতত লৈ প্ৰথমে চৰ্দাৰৰ ভৰিৰ ওচৰত ৰাখি প্ৰণাম কৰিব। তাৰ পিছত গুৰুজনৰ ওচৰৰ পৰা আশীৰ্বাদ লৈ মাঠত নামিব। দুয়ো পক্ষৰ টাংগুন খেলুৱৈ দুইজন বৃত্ত আকাৰত জোৰেৰে ঘূৰিব। তাৰ পিছত থিয় হৈ মাটিত টাংগুনটো থৈ নৃত্য কৰি টাংগুনটো প্ৰণাম কৰি হাতত লৈ আকৌ জোৰেৰে বৃত্ত আকৰে ঘূৰিব। কেইপাক মাৰি প্ৰথম টাংগুন ওয়ালা খেলুৱৈ জন টাংগুন পেচে পোচ ঘূৰাই থাকিব আৰু দ্বিতীয় প্ৰতিযোগীক আক্ৰমণ কৰিব। দ্বিতীয়জন প্ৰতিৰোধ কৰিবলৈ দুইহাতে টাংগুন ধৰি প্ৰথমজনৰ টাংগুন পেচৰ পিনে লক্ষ্য কৰি থাকিব প্ৰতিৰোধ কৰিবলৈ। প্ৰথমজনে টাংগুন ঘূৰাই ঘূৰই দ্বিতীয়জনক আক্ৰমণ কৰিব আৰু তাৰ গাত আঘাত কৰিবলৈ চেষ্টা কৰিব। দ্বিতীয়জন সেই আঘাত টাংগুনেৰে বাধা দিব। যদি প্ৰথম জনৰ টাংগুনৰ পেচত মিল ৰাখি বাধা দিয়ে তেনেহ'লে তাৰ গাত কোব নপৰিব। আৰু যদি মিল ৰাখিব নোৱাৰে তেনেহ'লে তেওঁ কোব খাব।

ইয়াৰ পিছত দ্বিতীয়জনে আক্ৰমণ কৰিব। সেই সময়ত দ্বিতীয় চৰ্দাৰে ডাক



দিব

দ্বিতীয় চৰ্দাৰ ঃ কি...ৰে .......... এ .......... এ .......... এ .......... এ ..........

উপৰ দিয়া যায়ৰে পাখী দেখতে বৰো বাকা

সংগী ঃ ওহো .......... হো

চৰ্দাৰ ঃ দুই ছিপায়ে কৰছো লড়াই উড়াইয়া দুই পাখাৰে

সংগী ঃ কি ... ৰে .......... এ .......... এ.......... এ ................ এ ..........

এইভাবে দ্বিতীয় জন খেলুৱৈ প্ৰথমজনক আক্ৰমন কৰিব। এইভাবে খেলি খেলি এজন পৰাজয় হ'ব। ইয়াৰ পিচত দ্বিতীয় চৰ্দাৰজনে লাঠীৱে খেলুৱৈ পঠাব। দুয়োপক্ষৰ লাঠীয়ালে বৃত্ত আকাৰে মাঠত ঘূৰিব তাৰ পিছত লাঠি ঘূৰাই ঘূৰাই পেচ বনাব। দুয়োজন খেলুৱৈ সন্মুখা-সন্মুখি লাঠি পেচ ঘূৰাব। এনেকৈ ঘূৰাই থাকোতে যাৰ লাঠি হাতৰ পৰা সৰি পৰিব তেওঁৱেই পৰাজয়। ইয়াৰ পিচত আকৌ দুয়োজন খেলুৱৈয়েই দুই হাতত দুডাল লাঠি লৈ দ্ৰুত গতিত ঘূৰাব দুয়োদলেই বিপক্ষে লাঠিয়ালক শিলৰ গুটিৰে দলিয়াব। যি লাঠিয়ালক শিলৰ গুটি নালাগে। যি জনৰ লাঠিৰ পেচ ভূল হ'ব তাৰ গাত শিলগুটি লাগি আঘাতপ্ৰাপ্ত হয়।

ইয়াৰ পিচত ঢাল তৰোৱাল খেল। ই অত্যন্ত মাৰাত্মক আৰু ভয়াবহ। দুই দলৰ পৰা দুজনে ঢাল আৰু তৰোৱাল লৈ মাঠত আহি বৃত্ত আকাৰে জোৰেৰে ঘূৰি থাকিব। দুয়ো পক্ষৰ চৰ্দাৰ উচ্চ স্বৰে ডাক ধৰিব—

প্ৰথম চৰ্দাৰ কি ........ ৰে ........ এ .......... এ .......... এ ..........

ঢাল হাতে লইয়া মৰ্দ্দ শহৰে দিলো পাৰা;

সংগী ঃ ও ........ হো ........ হো ........

চৰ্দাৰ ঃ এক কদমে সাইজা আইলো ছাত্ব হাজাৰ খোড়াৰে ঐ ।।

সংগী ঃ কি .... ৰে ...... এ ........ এ ................ এ .......... এ ..........

চৰ্দাৰ ঃ কি ..... ৰে ........... এ ........... এ ........... এ ...........

ধান কাটো ধান কাটো কন্যা আইলাইয়া মাথাৰ কেশ

সংগ ঃ ও .......... হো .......... হো,

পানী চাইলে পানী দেওনা এবান কেমুন দেশ ৰে

সংগী ঃ কি ...... ৰে ............ এ ............ এ ........... এ .......... এ ..........

চৰ্দাৰ ঃ কি ...... ৰে ........... এ .......... এ ...........

দেই পিও তুমি নিন্দা কৰো কেন দেশ

সংগী ঃ ও ...... হো ...... হো

চৰ্দাৰ ঃ অল্প বয়সে সন্যাসী হয়ে খুৰলা কোন কোন দেশৰে

সংগী ঃ কি ........ ৰে ........ এ .......... এ ..........

ইয়াৰ পিচত প্ৰথমজন খেলুৱৈৰ দ্বিতীয়জনক আক্ৰমণ কৰি তৰোৱালেৰে তাক আঘাত কৰিবলৈ চেষ্টা কৰিব দ্বিতীয়জনে ঢালেৰে তৰোৱালৰ আক্ৰমণ প্ৰতিৰোধ কৰিব। হঠাৎ তৰোৱালৰ পেচৰ লগত মিল ৰাখি ঢালেৰে প্ৰতিৰোধ কৰিব পাৰে তেনেহ'লে জিকিল আৰু যদি নোৱাৰিলে তেনেহ'লে ৰক্ষা নাই তাৰ শৰীৰ কাটি যাব আৰু গুৰুতৰ ভাবে আহত হ'ব। ইয়াৰ পিচত দ্বিতীয়জন খেলুৱৈয়ে প্ৰথমজনক আক্ৰমণ কৰিব তৰোৱালেৰে আঘাত কৰিব পাৰি জিকিব আৰু নোৱাৰিলে পৰাজয় হ'ব।

তাৰ পিছত এই দুইজনক দুই দলৰ পৰা বিপক্ষ খেলুৱৈক আতৰৰ পৰা যাঠিৰে দলিয়াই আক্ৰমণ কৰিব।

যিজন খেলুৱৈৰ গাত লাগিব তেওঁ পৰাজয় হ'ল।
ইয়াৰ পিচত যি পক্ষৰ আঘাত হ' সেই পক্ষৰ চৰ্দাৰে ডাক দিব।
চৰ্দাৰ ঃ কি ..... ৰে ........... এ .......... এ .......... এ .............
বেকায়দায় ফালাইয়া তোৰা কৰলি ৰক্তপাত
এভাৰ তৰ বাপে আইছে ৰণে ফালাইবো সব দাত ৰে
বিপক্ষ চৰ্দাৰ ঃ কি ...... ৰে ............... এ ........... এ ................ এ ............
জাত তুলিয়া কইছত কথা ৰণেতে আসিয়া
আমি যদি মুইতা দেই যাবি ভালিয়া ৰে ঐ।।

এনেকৈ অকথ্য গালি-গালাজ কৰি ডাক দি দুয়োপক্ষৰ সকলো একেলগে অস্ত্ৰ লৰাই লাগিব। টাংগুনৰ লগত টাংগুন, লাঠিৰ লগত লাঠি, ঢাল তৰোৱালৰ লগত ঢাল তৰোৱাল এইবাবে তুমুল লৰাই আৰম্ভ হ'ব। যি দল দুৰ্ব্বল সেই দলে পৰাজয়ৰ ভাৱ বুজি পলায়ন কৰিব বিপক্ষ দলে সেইসকলক পিছে পিছে খেদি আক্ৰমণ কৰিব আৰু অৱশেষত জয়ধ্বনি দি উভতি আহিব।



# মিঞা সংস্কৃতিত 'পুষুৰা' উদ্‌যাপন

**শ্বহিদুল ইছলাম**

পুহ মাহৰ শেষৰ দিনা মাঘ বিহুৰ আৰম্ভ হয়। সংক্ৰান্তিৰ দিনা পিছ ৰাতি মেজি ঘৰত জুই দিয়া হয় আৰু অগ্নি পূজা কৰা হয়। পিছদিনা অৰ্থাৎ মাঘ মাহৰ প্ৰথম দিনা পিঠা-পণাৰে অতিথি আলহীক আদৰ-আপ্যায়ণ কৰা হয়। অসমীয়া সংস্কৃতিত মাঘ বিহু বা ভোগালী বিহুৰ গুৰুত্ব যথেষ্ট। মিঞা জন সাধাৰণৰ মাজতো পুহ বা পুষ মাহৰ শেষৰ দিনা আনন্দৰ প্ৰাচুৰ্য্য দেখা যায়। এই আনন্দৰ কাৰণ হ'ল পুষুৰা পালন কৰা। এই উৎসৱ অতীজৰে পৰা মিঞা সম্প্ৰদায়ৰ মাজত প্ৰচলিত। উল্লেখ্য যে পূৰ্ববংগৰ ঢাকা জিলাৰ হিন্দু সকলৰ মাজত এই উৎসৱৰ প্ৰচলন আছিল। মূলতে গো-পূজা কৰাই এই উৎসৱৰ উদ্দেশ্য আছিল। পাছত গৰু পূজাৰ লগতে অন্যান্য খেল-ধেমালিৰো প্ৰচলন হয়। হিন্দু ধৰ্মৰ পৰা যি সকল মানুহে মুছলমান হৈছিল, সেই সকল মানুহে পূৰ্বৰ ৰীতি-নীতি একেবাৰে পাহৰিব পৰা নাছিল। বিংশ শতাব্দীৰ আৰম্ভণিতে বা তাৰ আগৰে পৰা অসমলৈ প্ৰব্ৰজন আৰম্ভহৈছিল। ঢাকা, মৈমন সিং, পাবন, বগুৰা তথা চিলেট আদি জিলাৰ পৰা প্ৰব্ৰজন কৰি অসমৰ নগাওঁ, কামৰূপ, গোৱালপাৰা, দৰং আদি জিলাত এই মানুহখিনিয়ে বসবাস আৰম্ভ কৰে। অন্যান্য জিলাৰ বাহিৰে বৰপেটা জিলাত এই উৎসৱৰ প্ৰচলন আজিকোপতি বৰ্তি আছে। বৰপেটা জিলাৰ জনীয়া, কাদং, কান্দাপাৰা, বালিকুৰি আদি অঞ্চলত এই পুষুৰা উৎসৱ মহাপয়োভৰেৰে উদ্‌যাপন কৰা হয়।

পুষুৰা উৎসৱৰ আৰম্ভণি পুহ মাহৰ শেষ সপ্তাহৰ পৰাই পৰিলক্ষিত হয়। কাপোৰ-কানি, ঘৰ-দুৱাৰ পৰিস্কাৰ কৰাৰ পৰা আৰম্ভ কৰি আত্মীয়সকলৰ আহ-যাহ আৰম্ভ হয়। দোকানীসকলে বয়-বস্তুৰ আমদানী-ৰপ্তানি আৰম্ভ কৰে। যি ঘৰত যাড় গৰু আছে সিহঁতে যাড়ক ভালকৈ খুৱাই-বুৱাই শকত কৰে যাতে প্ৰতি পক্ষৰ যাড়ক পৰাজিত কৰি সোণৰ মেডেল আনিব পাৰে। যাঁড় যুঁজ এই উৎৱৰ মুখ্য আকৰ্ষণীয় খেল। এটা অঞ্চলত ভাল যাঁড় গৰু থাকিলে সেই অঞ্চলৰ সকলো মানুহে নিজৰ যাঁড়ক জিকাবলৈ আপ্ৰাণ চেষ্টা কৰে। কিছুমান গৃহস্থই যুঁজত পৰাজিত হ'লে সেই যাঁড় বেছি দি নতুন যাঁড়ৰ সন্ধান কৰে। যাঁড় যুঁজৰ উপৰিও কিছুমান অঞ্চলত মহ যুঁজ হয়। পৌষা সৌৰ উৎসৱৰ আন এটি আনন্দদায়ক [illegible]। ক্ৰীড়-[illegible] উপৰিও মানুহে বিভিন্ন ধৰণৰ খেল-ধেমালিৰ মাজেৰে এই দিনটি উদ্‌যাপন কৰে।

দিনত খেল-ধেমালিৰ মাজেৰে অতিবাহিত কৰি ৰাতি কৰি [illegible]

গানৰ আয়োজন কৰা হয়। বিভিন্ন ধৰণৰ ৰসাল বক্তৃতাৰে কবি সকলে গীত পৰিবেশন কৰি সমজুৱাক আনন্দিত কৰে। যাত্ৰা গানতো ঐতিহাসিক তথা ধৰ্মীয় যাত্ৰা পালা পৰিবেশন কৰি জন সাধাৰণক আনন্দ দান কৰা হয়।

পুযুৰাৰ লগত কৃষি জীৱি মানুহৰ এক নিবিড় সম্পৰ্ক আছে। পুহ মাহত শালিধান চপোৱা শেষ হয়। খেতি চপোৱাৰ পিছত কামৰ চাপ কমি যায়। সেয়ে এই সময়খিনিত সকলোৱে এই উৎসৱত ভাগ ল'ব পাৰে। অৱসৰ বিনোদনৰ কাৰণেই এই উৎসৱত সকলো সমজুৱাই অংশ গ্ৰহণ কৰে।

কৃষিৰ লগত অধিকাংশ মানুহ জড়িত। গৰখীয়া ল'ৰাসকলৰ গুৰুত্বও কম নহয়। গৰখীয়া ল'ৰাসকলে আঘোণৰ শেষৰ পৰাই মাগুন (ঘৰে ঘৰে, চাউল, টকা তোলা) আৰম্ভ কৰে। মাগুন তোলা সময় পুহ মাহৰ প্ৰথমৰ পৰা শেষলৈ চলে। মাগুন তুলিবলৈ যাওঁতে প্ৰত্যেকজন লৰাৰ হাতত এডালকৈ লাখুটি বা এচাবি থাকে। যিটোৱে গৃহস্থৰ ঘৰত শব্দ কৰি উপস্থিতিৰ কথা জনায়। উভতি যাওঁতেও লাখুটিৰে শব্দ কৰে। মাগুন তোলা শেষ হ'লে বালি চৰত বা নিৰ্জন পথাৰত সকলোৱে মিলি ভোজ ভাত খায়।

মাগুন তুলিবলৈ যাওঁতে কিছুমান মাগুন গীত গোৱা হয়। গৃহস্থৰ ঘৰত উপস্থিত হৈয়ে সকলোৱে একেলগে "সোনাহাৰ ভৰ্ভৰ্" এই শব্দ কৰি উপস্থিত হৈ এজনে গীত গাই দিয়ে পিছত সকলোৱে একেলগে সেই গীত গায়। সেই গীত বিলাকত বিভিন্ন চিত্ৰ পোৱা যায়। নৈৰ লগত মিঞা মানুহখিনিৰ নিবিড় সম্পৰ্ক। গীতত নৈপৰীয়া ঘৰ-দুৱাৰৰ চিত্ৰও পোৱা যায়।

এপাৰ নদী ওপাৰ নদী
মধ্যে বালুৰ চৰ
সেই চৰতে বসত কৰে
শিৱ সদাগৰ।
শিবু গেলো শশুৰ বাৰী
বসতে দিলো মোৰা,
জলপান কৰিতে দিলো
শাইলা ধানেৰ চিৰা।
শাইলা ধানেৰ চিৰা নয়ৰে
বিন্নি ধানেৰ লৈ,
বিন্নি ধানেৰ খৈয়েৰ মধ্যে
চাপমাৰা দৈ।
চাপ মাৰা দৈয়েৰ মধ্যে



চাপ মাৰা দৈয়েৰ মধ্যে
নাল একটি শাৰী,
সেই শাৰীটা উইৰা গেলো
টিট্টু ৰাজাৰ বাৰী।
টিট্টু ৰাজা টিট্টু ৰাজা
কি কৰো বসিয়া,
তোমাৰ পুত্ৰ মাইৰ খায়
দৰবাৰে বসিয়া।
আৰ মাইৰনা আৰ মাইৰনা
ভাংগা জুতাৰ বাৰি,
কাইল সকালে উইটা দিব
খাজনা তাৰাতাৰি।
ওৰে ভাই অলদী
মাগুন দেও জলদী।

মিঞা মানুহৰ ঘৰ-বাৰীৰ চিত্ৰও মাগুন গীতত পোৱা যায়। জন মানসত 'পীৰ' বা গুৰু সকলৰ গুৰুত্বও যথেষ্ট।

বড় বাৰীৰ বৰো ঘৰ ঘনো গাইটা ৰুৱা,
বাইৰ্ কইৰাদে গিন্নিৰ বেটি ঢালা ভৰা গুৱা।
ঢালা ভৰা গুৱাৰে পাঁচ পীৰে খায়,
পাঁচ পীৰে খায়াৰে অৰণ্যেত যায়।
অৰণ্যেতে যাইয়াৰে বাঘ ভালুক দেখিয়া পলায়,
নাপলাইয়ো নাপলাইয়ো তোমৰা,
একটু খানি জাগা দেও পাশা খেলিব মোৰা।
পাশা খেতিতেৰে মন হইলো টিয়া,
ৰাজাৰ বেটিক বিয়া কৰবো নাল শাৰীখান দিয়া।
নাল শাৰীৰ ওপৰে নাল গামছা
আমি দেখছিলাম তিন তাম্সা
তিন তামসা অৰণ্যে
মা লক্ষীৰ চৰণে
আমি দেখি নাই দাদা দেখছে
দাদা দেখে নাই ছয় কুৰি ছয় ৰাখালে দেখ্ছে
জাৰে মৰিলাম ভাই মাগুন দেও ঐ বাৰীতে যাই।

কৃষি জীৱি মানুহৰ খেতিৰ সা-সঁজুলিৰ বৰ্ণনা তথা গিৰিয়েক ঘৈনীয়েকৰ চাল-চলনৰ খিুত বৰ্ণনা তথা বৃদ্ধা মাতৃৰ প্ৰতি কৰা ব্যৱহাৰৰ চিত্ৰও গীতত পোৱা যায়।

মৈশ আইলোৰে ভাই মৈশ আইলো
ঘৰ-দুৱাৰ বাঙিলো
ঘৰ-দুৱাৰে মুচ মুচি
বুঢ়ী বেটিৰ কেচ কেচি
ঐ বুঢ়ী তোৰ ভাংমু দাঁত
কাইল হৈলো পুষ মাস
পুষ মাসেৰ অনেক দেৱী
বাৰী বাৰী চন্দন গেৰি।
চন্দন গেৰি সাত ফোটা,
বুৰীৰ হৈলো দুই বেটা।
এক বেটাৰ নাম জালুৱা,
আৰ এক বেটাৰ নাম ফালুৱা।
ঐহে জালুৱা ভাই
কোনায় বইসা কৰশ্ কি?
সোনাৰ নাংগল গৰাইছি,
সোনাৰ নাংগল ৰূপাৰ ফাল,
গাই বল্দো দিয়া জুৰছি হাল।
হাল থো জাল থো
বুঢ়ীক নিয়া চাংগে থো
বুঢ়ীক নিয়া চাংগে থুইয়া
বৌ মাৰে শোলা দিয়া
শোলা গেলো ভাইংগা
বৌা দিলো কাইন্দা

পুথুৰাত গুৰু দায়িত্ব পালন কৰা এই গৰখীয়া সকলে নিজকে সোনাহাৰ নামৰ এজনা গুৰুৰ শিষ্য বুলি ভাবে। এই গুৰু জনাক কোনোবাই অমান্য কৰিলে তেওঁৰ অমংগল হ'ব বুলি বিশ্বাস কৰে। নৈপৰীয়া মানুহে ঘৰ-দুৱাৰ সদায় ওখকৈ সাজিব লাগে। ভিটিটো ওখকৈ বান্ধিলে বানপানীয়ে ক্ষতি কৰিব নোৱাৰে। এই বৰ্ণনাও গীতৰ মাজত পোৱা যায়—

দুতৰ ছত্তৰ



সোনহাৰেৰ চেলা আইলো বচ্ছৰ আন্তৰ
সোনাহাৰেৰ চেলা দেইখা যে কৰিবে হেলা
দুই পাও দিয়া গোদ বাৰাইবো
চোখ দিয়া বৰোইবো ঢেলা
ঢেলা নাৰে ঢুলনি এবাৰ আইলো বান,
উচ্ছা কইৰা বাইন্দো ভিটা খুইটা খাব ধান।
ধান খাবনা পান খাবনা খাব ভাংগেৰ নাৰু,
দুই হাত ভৰিয়া বানাও সুবৰ্ণৰো খাৰু।
সুবৰ্ণেৰো খাৰুৰ মধ্যে ৰাঙ্গা পুৰেৰ গাং।
পদ্দা পুৰেৰ গাংগেৰ মধ্যে সোনাৰ নাও চলে,
আড়াই কুৰি ডিম পাইৰা কোৰায় ডাক ছাৰে।
ছইল, পইল, ছইল পইল না জাৰে মইল.
জাৰে মৰিলাম ভাই, মাগুন দেও ঐ বাৰীত যাই।

পুৰণি কালত ৰজা মহাৰজা আৰু জমিদাৰী প্ৰথাৰ কথা গীতৰ মাজত বিদ্যমান। ৰজা বা মহাৰজা সকলে জীয়েক ডাঙৰ হ'লে 'স্বয়ম্বৰ' পাতিছিল। এই স্বয়ম্বৰত যিজনে জয়ী হৈছিল তেওঁকেই ৰজা বা জমিদাৰৰ জীয়েকে মাল্যাৰ্পণ কৰি বিয়া কৰিছিল। মাগুণ তোলা গীতত গৰখীয়া সকলেও সেই চিত্ৰকে পৰিস্ফুট কৰি আনন্দ প্ৰকাশ কৰে। তেওঁলোকেও যেন ৰজা বা জমিদাৰ ছোৱালীক বিয়া কৰিব এনে এটা চিত্ৰ গীতত পোৱা যায়—

আইলামৰে ভাই এই বাৰী,
ফেইচ কাই দুই কল মাৰি।
দলো বাৰঙ্গৰ নীলো গাই,
নিত্তি পয়সাৰ নীল কালাই।
একটি পয়সা পামৰে,
বায়না বাৰী যামৰে।
বায়না বাৰী বাঘেৰ ভয়,
বাঘে বাঘিনীৰে কয়।
ৰাখাল ভাই ৰাখাল ভাই,
তৰ পালে কয়টা গাই।
বাৰ আবাল তেৰা গাই,
ছামনেৰ গাইযেৰ দুদু খাই,
দুদ ফুটি নৰে চৰে,

সাত ৰাখালের সাত খান নৰী,
আমাৰ হাতে একখান নৰী।
একখান ভাইংগা সাতখান কৰি,
যম দুৱাৰে খাৰা কৰি।
যম দুৱাৰে লোহাৰ শিক,
সেই শিককে লৰাইতে পাৰে,
ৰাজাৰ বেটিক সে বিয়া করতে পাৰে।

কৃষিজীৱি মানুহৰ বিভিন্ন শস্য আদিৰ পৰিচয় গীতবিলাকত পোৱা যায়। বিভিন্ন শাক পাচলিৰে পৰিপূৰ্ণ গাঁৱলীয়া সমাজ। উৎকৃষ্ট মান শাক পাঁচলি গাওসমূহতে উৎপন্ন হয়। শাক-পাঁচলিৰ উপমাও সুন্দৰ ভাবে বৰ্ণনা কৰা দেখা যায়। গৰু চৰোৱা পথাৰৰ বৰ্ণনা গীতৰ মাজত পোৱা যায়।

আইলামৰে ভাই উৰিয়া,
হস্তীৰ কান্দে চৰিয়া।
হস্তীৰ কাণ দুল দুল কৰে,
লাফা বাগুণ গাছে ধৰে।
লাফা বাগুন চিনাৰ ভাত,
ৰাখালে খায় কৰ্কৰা ভাত।
পান্তা ভাতে বিচা কলা,
গৰু ৰাখে চম্পা তলা।
চম্পা তলা বাঘেৰ ভয়,
সব ৰাখাল একসাথে যায়।
আগেৰ ৰাখালে গান গায়,
পাছেৰ ৰাখালে গৰু খেদায়।

পুলিচ বাহিনীৰ প্ৰকৃতি বেয়া ভাব পুৰণিকলীয়া। পুলিচৰ হাতত আচামী ধৰা পৰিলে বিনা পইচাৰে মুক্তি পোৱাৰ নজিৰ কম। সেই কথাও গৰখীয়া ল'ৰাসকলে মাগুন গীতত সুন্দৰকৈ প্ৰকাশ কেৰ। আচামীজন দোষ-গুণৰ বিচাৰ পিছত হয়। আগত জামিন হিচাপে টকা দিয়া হয় আৰু আচামীক মোকোলাই অনা হয়। তাৰ এটি চিত্ৰ তলৰ গীতফাঁকিত প্ৰকাশ পাইছে—

নলি যায়ৰে স্নান কৰিতে
সানো বান্ধা ঘাটে
সেখান থিকা পৰলো ধৰা
পুলিচ বাবুৰ হাতে



হাতে দিলো হাত কয়ৰা
পায়ে দিলো ভেৰী
ঠেলতে ঠেলতে নিয়া গেলো
ফৈৰাদ পুৰেৰ বাৰী
বাক্স বোজাই আনো টাকা
আম্‌ৰা খালাশ পাই
লোটা বোজাই আনো টাকা
আমৰা খালাশ পাই।

কৃষক সকলৰ কাৰণে ধানৰ বীজ অতি মূল্যবান। আজিকালি সকলো শস্যৰে উন্নত মানৰ বীজ বজাৰত পোৱা যায়। আগৰ দিনত সেই বীজ বা বিচন গৃহস্থই ঘৰতেই সংৰক্ষণ কৰি ৰাখিছিল। সেই বীজৰ ক্ষতি সহ্য কৰিব পৰা নাছিল। ঘৈণীয়েকে কেতিয়াবা সেই ধানৰ বীজ ভুলতে চাউলৰ কাৰণে ৰ'দত দিলে তাৰ ওপৰত মাৰ পৰিছিল। সেই মাৰ খোৱাৰ পিছত ঘৈণীয়েকে ঘৰ এৰি যোৱাৰ ভাবুকি দিছিল। পুৰণি কালত ছোৱালীৰ বৰ আদৰ আছিল কাৰণেই কোনো স্বামীয়ে পৰাপক্ষত তাৰ ঘৈণীয়েকক এৰিব খোজা নাছিল। গিৰিয়েক-ঘৈণীয়েকৰ কাজিয়াৰ চিত্ৰ গীতৰ দ্বাৰা প্ৰকাশ পাইছে। যাদু বিদ্যাৰ কথাও এই গীতৰ মাজত নিহিত হৈ আছে। গৃহস্থই হাল মাৰিবলৈ যোৱাৰ পিছত ঘৈণীয়েকে নিজৰ ইচ্ছা মতে কাম কৰিব পাৰিছিল।

হাল বাইতে যাইবা তুমি
বেচন ভাইংগা খাইবো আমি
বেচন ভাইংগা খাইবা তুমি
হাইলা নৰী দিয়া পিটমু আমি
হাইলা নৰী দিয়া পিটবা তুমি
বাপেৰ বাৰী যাইবো আমি
সাম কি চিকন গলা বাশীৰে
বাপেৰ বাৰী যাইবা তুমি
খোপায় ধইৰা আনবো আমি
সাম কি চিকন গলা বাশীৰে
খোপা ধইৰা আনবা তুমি
মাছ হইয়া যাইব আমি
সাম কি চিকন গলা বাশীৰে
মাছ হইয়া যাইবা তুমি

জাকি জাল দিয়া ধৰমু আমি
জাল দিয়া ধৰবা তুমি
ঘৰে ফিৰা আসবো আমি
সাম কি চিকন গলা বাশীৰে।

কপৌ চৰাইৰ আদৰ সকলো মানুহৰ মাজতে আছে। গৰখীয়া ল'ৰাবিলাকে কপৌ চৰাই বা বাঁহ দেখিলে পোৱালী নজগালৈকে যত্ন কৰি ৰক্ষণাবেক্ষণ দি ৰাখে। পোৱালী ধৰিব পাৰিলে পোহ-পাল দি সজাত বন্দী কৰি ৰাখে। গীতত ঘুঘুৰ বৰ্ণনাও পোৱা যায়।

ছিকানাৰে ভাই ছিকানাৰে
জুপ জুপাইয়া টাকা পৰে
একটা টাকা পামৰে
বাইনা বাড়ী যামৰে
বাইনা বাৰী ঘুঘুৰ বাশা
তাই দেখলাম তিন তামসা
তিন তামসা অৰণ্যে
মা লক্ষীৰ চৰণে।
কলা গাছে ধলা ফুল
সে যে নাৰী বান্ধে চুল
চুল বান্ধে না কাণ বান্ধে
ৰাজাৰ বেটীৰ কাণ বান্ধে
ৰাজাৰ বেটীৰ লাম্বা চুল
নাকে পৰায় নাক ফুল
সোনাৰ নাক ফুল পৰাইয়া
ৰাজাৰ বেটীক আনমু ধৰিয়া
ৰাজাৰ বেটীৰ ৰূপ জলমল কৰে
তাই দেখিয়া সবে হায় হায় কৰে।
ঘুঘুৰ বাচ্ছা উইৰা গেলো,
ৰাজাৰ বেটী বেজাৰ পাইলো।
ৰাজাৰ বেটীৰ বেজাৰ দেখিয়া
ৰাখাল ছেৰা মৰে কান্দিয়া
ৰাখাল ছেৰা খায়না ভাত
ঐ ছেৰা তৰ ভাঙমু দাঁত



ওৰে ভাই অলদী
মাগুন দেও জলদী।

সোনাহাৰ নাম যিজন কাল্পনিক গুৰু আছে। সেই গুৰুজনা অতিবাহিত। মাগুন গীত গাবলৈ গ'লে গৃহস্থই সোনাহাৰৰ বিয়াৰ শুনিব বিচাৰে। সোনাহাৰৰ বিয়াৰ গীত বৰ দীঘলীয়া বিভিন্ন ফুলৰ দৰকাৰ হয়। এক শ এটা ফুলৰ দ্বাৰাহে সোনাহাৰৰ বিয়া হয় বুলি বিশ্বাস কৰা হয়। সেই ফুল বিলাক মালীয়ে খৰাহী বাকোটৰাত ভৰি আনি থাকে। পুনৰায় ফুল আনিবলৈ মালীয়ে দৌৰি যায়। এনেকৈ ফুল আনিবলৈ যোৱাৰ কথা গীত সুন্দৰকৈ প্ৰকাশ কৰা হৈছে।

আবাৰো চলিলো মালী ফুলেৰ লাগিয়া
আনিলো সৰিসাৰ ফুল কোটৰায় ভৰিয়া
সেই ফুলে হইল নাৰে সোনাহাৰেৰ বিয়া
আবাৰো চলিলো মালী ফুলেৰ লাগিয়া
আনিলো গোলাপ ফুল কোটৰায় ভৰিয়া
সেই ফুলে হইলনাৰে সোনাহাৰেৰ বিয়া
আবাৰো চলিলো মালী ফুলেৰ লাগিয়া
আনিলো মৰিচেৰ ফুল কোটৰায় ভৰিয়া
সেই ফুলে আইসা গেলো সোনাহাৰেৰ বিয়া
আবাৰো চলিল মালী ফুলেৰ লাগিয়া
আনিল হলদীৰ ফুল কোটৰায় ভৰিয়া
সেই ফুলে হইয়া গেলো সোনাহাৰেৰ বিয়া
সোনাহাৰ বিয়া কইৰা কন্যা আনলো ঘৰে
পাৰা পৰশী সকলেই দৌৰাদৌৰি কৰে।
সোনাহাৰ! সোনাহাৰ বিয়ায় পাইলা কি
শশুৰেৰ একখান ভাংগা ছাতি দান পাইয়াছি।
সোনাহাৰ সোনাহাৰৰ বিয়ায় পাইলা কি
শশুৰেৰ একখান ভাংগা লাঠি দান পাইয়াছি।
সোনাহাৰ সোনাহাৰ তোমাৰ বৌ দেখতে কেমন
হাতীৰ মতন কালা মুখ দেখতে ফেঁচা যেমন
সোনাহাৰেৰ বউ দেখিয়া কৰে হায় হায়
কেহ কান্দে কেহ গৰা গৰি যায়।
কেহ বলে যা কঁপালে ছিলো তাহা হইলো
ধান দুবলা দিয়া বউ ঘৰে নিয়া তোলো।

সোনাহাৰৰ বিয়াৰ গীত এনেকৈয়ে শেষ কৰা হয়। নলবাৰী অঞ্চলত গোৰা মইহো গীতৰ লগত এই গীতবোৰৰ সাদৃশ্য মন কৰিবলগীয়া গোটেই পুহ মাহটো গৰখীয়াবিলাক মাগুন তুলি যিখিনি টকা-পইচা, চাউল-ডালি পায় তাৰে মাঘ মাহৰ প্ৰথম দিনা ভোজ ভাতৰ আয়োজন কৰে। পুহ মাহৰ শেষ দিনা আবেলি একো একোটা চুবুৰীৰ গোটেই কেইজন গৰখীয়া লগ হৈ পথাৰত চালি ঘৰ সাজে। গাওঁৰ মুখিলসকলক পিছদিনা খাব লগা ভোজ ভাতৰ উপস্থিথ থাকি আশীৰ্বাদ দিবলৈ নিমন্ত্ৰণ জনোৱা হয়। পিছদিনা ৰাতিপুৱা দোকমোকালিতে গৰখীয়া বিলাক ঢাৰি-পাতি এৰি নিজৰ নিজৰ গৰু-ম'হ লৈ গা ধুৱলৈ যায়। উৎসৱ মুখৰ পৰিৱেশত বিভিন্ন গীত-মাত হাঁহি-ঠাট্টাৰ মাজেৰে গা ধোৱা পৰ্ব শেষ কৰা হয়। পথাৰত গৰু-ম'হ এৰাল দিয়াৰ পিছত পূৰ্ব সন্ধিয়াতে প্ৰস্তুত কৰা চালি ঘৰত ৰন্ধা-বঢ়া আৰম্ভ কৰে। নিমন্ত্ৰিত অতিথি সকলৰ .ৰা সমূহীয়া ভাবে আশীৰ্বাদ লৈ একেলগে খোৱা-লোৱা কৰি উঠি চালি ঘৰটো পুৰি পেলোৱা হয়। লোক বিশ্বাস মতে এনে কৰিলে সেই পথাৰত শস্যৰ ফলন ভাল হয়। ঘৰলৈ ঘুৰি আহি আটাইয়ে নতুন সাজ-পাৰ পিন্ধি একেলগে পুথুৰা মেলালৈ যাত্ৰা কৰে। গোটেই দিনটো নানা ৰং ৰহস্যৰে মাজত পাৰ কৰি ৰাতি অনুষ্ঠিত যাত্ৰা গান উপভোগ কৰি পিছদিনা ৰাতিপুৱাই ঘৰমুৱা হয়। পুথুৰা মেলাত সাধাৰণতে বিভিন্ন ধৰণৰ খেল-ধেমালি, যাত্ৰা গান, কবি গান আদিৰ আয়োজন কৰা হয়। ইয়াৰ মুখ্য আকৰ্ষণ হ'ল ষাঁড় যুঁজ, ঘোঁৰা দৌৰ, লাঠীবাৰী খেল, ৰচী টনাটনি, টেকেলী ভঙ্গা খেল আদি। ৰাতি অভিনয় কৰা যাত্ৰা গানবিলাক সাধাৰণতে ধৰ্মীয় আৰু ঐতিহাসিক কল্প কাহিনীৰে ভৰপুৰ থাকে। এনেকৈয়ে দিনটোৰ উলহ-মালহৰ মাজত পুথুৰা উৎসৱৰ সামৰণি পৰে।



## তৃতীয় অধ্যায়

# অসমৰ মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত লোক বিশ্বাস আৰু লোকাচাৰ

*আদিম যুগত মানুহে প্ৰকৃতিৰ ওপৰত নিৰ্ভৰশীল হৈ জীৱন-যাপন কৰিব লগা হৈছিল। প্ৰকৃতিৰ অপৰূপ সৌন্দৰ্যত যেনেকৈ আপ্লুত হৈছিল ঠিক তেনেকৈ কেতিয়াবা হোৱা ইয়াৰ ভয়ংকৰ ৰূপত ত্ৰাসিতও হৈছিল। মানুহে প্ৰকৃতিৰ ওপৰত নিজকে সমৰ্পণ কৰিবলৈ বাধ্য হৈছিল। বেমাৰ-আজাৰ, মাৰি-মৰক, ধুমুহা বৰষুণ আদি প্ৰকৃতিৰ প্ৰতিকূলতা বিলাক কোনোবা অপদেৱতাৰ তুষ্টি-বিতুষ্টিৰ ফল বুলি মানুহে বিশ্বাস কৰিবলৈ লৈছিল। সম্ভৱত আদিম যুগৰ মানুহৰ মনত এই বিলাকৰ পৰাই ধৰ্ম সম্বন্ধীয় মনোভাৱ গঢ় লৈ উঠিছিল। কালক্ৰমত মানুহবিলাকৰ মনত দেৱ-দেৱী, অপদেৱতা, প্ৰেতাত্মা আদিৰ বিষয়ে বিভিন্ন বিশ্বাস গঢ় লৈ উঠিছিল। পিছলৈ এই বিলাকৰ সন্তুষ্টিৰ কাৰণেই মনেগঢ়া কিছুমান আচাৰ-আচৰণ পালন কৰিবলৈ আৰম্ভ কৰিছিল। মানুহক মোহাচ্ছন্ন কৰি ৰখা এইবিলাক বিশ্বাস আৰু তাৰ বাবে কৰা আচাৰ-আচৰণকে লোক বিশ্বাস আৰু লোকাচাৰ বুলি কোৱা হয়। বিভিন্ন ধৰ্মীয় আৰু সামাজিক পৰিৱেশ পৰিস্থিতিৰ লগত সংগতি ৰাখি বিভিন্ন জনগোষ্ঠীৰ মাজত ভিন্ন ভিন্ন লোক বিশ্বাস আৰু লোকাচাৰ প্ৰচলন হৈছিল। আবহমান কালৰ পৰাই প্ৰচলিত এই আচাৰ-আচৰণ বিলাক বৰ্ত্তমান আধুনিক ভাষাত অন্ধবিশ্বাস নাম পালেও বেছিভাগ লোকবিশ্বাসৰে কিছুমান যুক্তি সংগত কাৰণ থাকে। এই অধ্যায়ত অসমৰ মিঞা সমাজত প্ৰচলিত কিছু লোকবিশ্বাস আৰু লোকাচাৰ দাঙি ধৰাৰ প্ৰয়াস কৰা হৈছে। অসমৰ মিঞা জনগোষ্ঠীৰ আদি পুৰুষ সকল মূলত বঙ্গদেশৰ হিন্দু ধৰ্মাৱলম্বী আছিল কাৰণেই সম্ভৱত পৰম্পৰাগত ভাবে প্ৰচলিত এই বিলাক লোকবিশ্বাস ইছলাম ধৰ্মীয় ৰীতিনীতিৰ লগত কিছুক্ষেত্ৰত বিসংগতি দেখা যায়। — সম্পাদক*

## মিঞা জনগোষ্ঠীৰ লোক বিশ্বাসত বসন্ত বেমাৰ

আব্দুল হামিদ

বসন্ত বেমাৰ এটা সময়ত আছিল ভয়াবহ আৰু মাৰাত্মক। পুৰণি কালত মিঞা মুছলমান সকলে বিশ্বাস কৰিছিল যে কলেৰাৰ দৰে এই বেমাৰো কোনোবা অপদেৱতাৰ কু-দৃষ্টিৰ দ্বাৰাহে বিয়পি পৰিছিল। গাওঁৰ কোনোবা ঘৰত এই বেমাৰ দেখা দিলে ঘৰৰ প্ৰায় আটাইখিনি মানুহে আক্ৰান্ত হৈছিল। এই বেমাৰত আক্ৰান্ত প্ৰায়বোৰ মানুহে মৃত্যু মুখত পতিত হ'ব লগা হৈছিল। লোক বিশ্বাসমতে কোনোবা ভাই-ককাই সম্পৰ্কীয় কিম্ভুত কিমাকাৰ দুই অপদেৱতাৰ কু-দৃষ্টিত

পৰিলে বসন্ত বেমাৰ হৈছিল। ডাঙৰ জন ভাই আছিল বেছি ভয়াবহ আৰু খঙাল। গতিকে তেওঁ কোনোবা ঘৰৰ ফালে দৃষ্টি নিক্ষেপ কৰাৰ লগে লগেই ঘৰৰ কোনোবাজনৰ গাত গুটি গুটি ওলায়। গোটেই গা জ্বালা পুৰা কৰে, গুটিবিলাক ২/৩ দিনৰ ভিতৰত পকি ঘাঁহ হয়। ৩/৪ দিনৰ ভিতৰত আক্ৰান্ত বেমাৰীজন অনিবাৰ্য্য মৃত্যু মুখত পৰে। ইয়াকে বৰ বসন্ত (বৰ আই) বোলে। সৰু জনা ভাই তুলনামূলকভাৱে কম খঙাল। গতিকে এই জনাই কোনো মানুহলৈ দৃষ্টি কৰিলে সৰু আই ওলায়। এই ধৰণৰ সৰু আইৰ দ্বাৰা আক্ৰান্ত বেমাৰী কাৎচিৎহে মৃত্যু মুখত পৰে। বেজে মন্ত্ৰৰ দ্বাৰা বেমাৰীৰ গাৰ পৰা সৰু আইৰ "নজৰ" আতৰাব পাৰে।

এই বেমাৰ সাধাৰণতে গ্ৰীষ্ম কালত হয় বাবে গ্ৰীষ্মকালৰ আৰম্ভণীতে বসন্তৰোগৰ বেজবিলাকে গাঁৱে গাঁৱে ঘুৰি গাওঁ সুৰক্ষাৰ দায়িত্ব লৈছিল। একোজন বেজে ৪/৫ টালৈকে গাওঁৰ সুৰক্ষাৰ দায়িত্ব লৈছিল। তেওঁলোকে মানুহৰ ঘৰে ঘৰে গৈ মন্ত্ৰেৰে ঘৰ 'বন্ধ' কৰি দিছিল। মন্ত্ৰ মাতি মাতি ঘৰৰ চাৰিওফালে সাত পাক ঘুৰি ঘৰৰ আটাইতকৈ আওহতীয়া চুকত পশ্চিম মুৱাহৈ থিয় দি মন্ত্ৰপুত এডাল চেকনী একে উশাহতে পুতি থৈছিল। যিকোনো অৱস্থাতে ঘৰৰ কোনো মানুহেই যাতে পুতি থোৱা মন্ত্ৰপুত চেকনীডালৰ ওচৰত নাযায় তাৰ বাবে সাৱধান কৰি দিছিল। বেজ জনৰ কামৰ দায়িত্ব বেছি হ'লে ঘৰে ঘৰে নগৈ গোটেই গাওঁখনেই ওপৰোক্ত নিয়মে "বন্ধ" কৰিছিল। ইয়াৰ বাবে বেজ জনক প্ৰতি ঘৰৰ পৰা মাননী বাবদ নগদ ধন, চাউল আদি আদায় দিব লগা হৈছিল।

এই বেমাৰত আক্ৰান্ত বেমাৰীবিলাকক বেজে মন্ত্ৰপুত বিচনীৰে বা দি জৰা ফুকা কৰিছিল। পথ্য হিচাপে ঠাণ্ডা দৈ খাব দিয়া হৈছিল। গাত ঘাঁ হ'লে বেমাৰীক কলপাতত শুৱলৈ দিয়া হৈছিল। অপদেৱতাক সন্তুষ্ট কৰিবলৈ বেজৰ পৰামৰ্শমতে গৃহস্থই মালভোগ কল, ভোগ চাউল, গাখীৰ আদি 'ভোগ' হিচাপে আগবঢ়াব লাগিছিল।

আজিকালি বিজ্ঞানৰ যুগত এই বিলাক লোকবিশ্বাস মানুহে মানি নচলে। বিভিন্ন সোচোঁৱা বেমাৰৰ প্ৰদুৰ্ভাৱো আজিকালি প্ৰায় নোহোৱা হৈছে যদিও গাঁৱলীয়া বেজবিলাকৰ আদৰ একেবাৰে নোহোৱা হোৱা নাই।

## কলেৰা খেদা ঃ

কলেৰা এবিধ বীজাণুৰ দ্বাৰা হোৱা মাৰাত্মক সংক্ৰামক বেমাৰ। আজি কালি এই বেমাৰ সাধাৰণ চিকিৎসাতে ভাল হয়। কিন্তু অতি আওহতীয়া আৰু ভিতৰুৱা চিকিৎসাৰ সু-বন্দোবস্ত নথকা অঞ্চলত আগৰ দিনত এই বেমাৰ আছিল অপ্ৰতিৰোধ্য। মিএগ মুছলমান জনগোষ্ঠীৰ মানুহবিলাক বঙ্গদেশৰ পৰা প্ৰব্ৰজন



কৰি আহি অসমৰ জনশূন্য, আওহতীয়া নদীপৰীয়া জয়াল ঠাইবিলাকত হাবি জঙ্গল কাটি বসবাস কৰিবলৈ লৈছিল। এইবিলাক অঞ্চলত নাছিল কোনো চিকিৎসাৰ ব্যৱস্থা, নাছিল কোনো প্ৰকাৰৰ প্ৰতিষেধক ব্যৱস্থা। গতিকে অন্যান্য বেমাৰৰ দৰে কলেৰা বেমাৰৰ চিকিৎসাৰ বাবেও বেজ ওজাৰ ওপৰত নিৰ্ভৰ কৰিব লগা হৈছিল। এই বেমাৰ ইমানেই ভয়াবহ আছিল যে কোনো কোনো গাওঁ সপ্তাহ-দহ দিনৰ ভিতৰতে জনশূন্য হৈ পৰিছিল। লাহে লাহে মানুহে বিশ্বাস কৰিবলৈ লৈছিল যে কলেৰা বেমাৰ কোনো অপদেৱতাৰ দ্বাৰাহে হয়। মানুহৰ এই দুৰ্বলতাৰ সুযোগ লৈ বেজবিলাকে এই বেমাৰ সম্পৰ্কে কিছুমান মনেগঢ়া কল্প কাহিনী বিয়পাই দি অধিক আতংকগ্ৰস্ত কৰি তুলিছিল। মানুহৰ মাজত এনেকুৱা জনবিশ্বাস আছিল যে কলেৰা বেমাৰ জীৱন্ত অপদেৱতা, ইয়াৰ গোটেই গাত চকু থাকে। ইয়াৰ যিকোনো এটা চকুৰে যাৰ প্ৰতি দৃষ্টি নিক্ষেপ কৰে তাৰ মৃত্যু অনিবাৰ্য্য। কাতি মাহত এই বেমাৰ পৃথিৱীলৈ নামি আহি জনবসতি এলেকাত ঘুৰি ফুৰে যি খন গাওঁত এই বেমাৰৰ কু-দৃষ্টি পৰে সেই গাওঁখন সমূলে উছন্ন হয়। কোনো মানুহে এই মাহত "কলেৰা" নাম উচ্চাৰণ কৰিলেই সেইখন গাওঁত সোমাই তাণ্ডৱ আৰম্ভ কৰে। কোনোবাই এই মাহত কলা ছাতি মেলি ৰাস্তাত নুফুৰিছিল। জন বিশ্বাসমতে কলা ছাতি দেখিলেই তাৰ পিছে পিছে কলেৰাই গৈ তেওঁৰ ঘৰ পাইছিল। কোনোৱে কাকো ডাঙৰ কৈ মতা নাছিল মানুহৰ ভাব আছিল জানোচা মাতৰ শব্দ পাই এই বেমাৰ তাৰ ঘৰত সোমায়। আনকি এই আপদীয়া কাতি মাহত ৰাতি কোনো মানুহে ঘৰৰ বাহিৰ হোৱা নাছিল। ৰাতি কোনোবাই কিবা কাৰণত মাতিলেও কলেৰাই মতা বুলি ভাবি বাহিৰ ওলোৱা নাছিল। এই বেমাৰত কোনো ঘৰৰ মানুহ মৰিলে সৎকাৰ কৰিবলৈও মানুহ পোৱা নগৈছিল। অন্য মানুহৰ ভাব জানোচা কলেৰাই তেওঁৰ ওপৰতো কষ্ট হয়। অৱশ্যে নিজ উদ্দেশ্য সাধনৰ বাবে বেজ বা ওজাবিলাকে এইবিলাক অন্ধবিশ্বাস প্ৰচাৰত আগভাগ লৈছিল। মিএগ মুছলমান জনগোষ্ঠীৰ মাজত প্ৰচলিত জন বিশ্বাসমতে প্ৰচণ্ড শক্তিমন্ত চাহাবা (হজৰত মহম্মদ (ছাঃ)ৰ সংগ লাভ কৰা ব্যক্তি) আলীও কলেৰা বেমাৰৰ শক্তিৰ সন্মুখত ভয় খাই কুট-কৌশল কৰিহে আঁতৰাই পঠাব পাৰিছিল। তেতিয়াৰ পৰাই হেনো কলেৰা বেমাৰে একমাত্ৰ আল্লা আৰু আলীৰ নামতহে ভয় খায়।

জন বিশ্বাসমতে কলেৰা জীৱন্ত অপদেৱতা গতিকে ইয়াৰ কোপ দৃষ্টিৰ পৰা ৰক্ষা পাবলৈ এই অপদেৱতাক সন্তুষ্ট কৰিব পৰা বেজৰ আশ্ৰয় লৈছিল। একোজন বেজে দুই তিনিখন গাওঁৰ পৰা কলেৰা অপদেৱতাক আঁতৰাই পঠাবলৈ ঠিকা লৈছিল। ইয়াৰ কাৰণে গাওঁৰ প্ৰতিজন মানুহৰ বাবে এক টকা চাৰি অনা পইচা

আৰু ১ সেৰ চাউল বেজজনক দিব লগা হৈছিল। বেজে এই চাউলৰ কিছু অংশৰে ছিন্নি (এক প্ৰকাৰৰ ৰন্ধা-প্ৰসাদ) কৰি কলগছৰ বাকলীৰে নাওৰ নিচিনা "ড়োঙা" বনাই তাত "ছিন্নি" অপলমান দি ধূপ-ধূনা জলাই গাওঁখনৰ একেবাৰে জয়াল ঠাই ডোখৰত কলেৰাৰ ভেগ হিচাপে থে আহিছিল। পিছদিনাখন ৰাতিপুৱাই প্ৰতি ঘৰে ঘৰে গৈ তেলপানী সৰিয়হ আৰু পানী লাউৰ গুটি মন্ত্ৰৰে জাৰি দিছিল। কোনো কোনো ঠাইত এখন গাওঁৰ আটাইবোৰ মানুহ উপৰোক্ত দ্ৰব্যাদি লৈ এখন মুকলি আৰু নিৰাপদ ঠাইত গোট খায়। বেজে তাত উপস্থিত হৈ সমূহীয়া ভাবে দ্ৰব্যবিলাক জাৰি দিয়ে। দ্ৰব্যাদি জাৰি দিয়াৰ সময়ত বেজে গোৱা মন্ত্ৰৰ তালে তালে বিভিন্ন অঙ্গী ভঙ্গীৰে কৰা অঙ্গচালনা বৰ দৃষ্টি নন্দন হৈ পৰে। প্ৰতিজন মানুহে পৰম বিশ্বাসেৰে জৰা তেল পানী গাত সানি সৰিয়হ খিনি পৰিষ্কাৰ কাপোৰত বান্ধি পানী লাউৰ গুটিটো ফুটা কৰি সূতা লগাই কঁকালত বান্ধি থৈছিল। লোক বিশ্বাসমতে মন্ত্ৰপুত দ্ৰব্যাদি লোৱাৰ এক সপ্তাহমানলৈ মাছ, মাংস, গাখীৰ আদি খাব নালাগে। ঠাইভেদে মন্ত্ৰপুত চতুষ্পদ জন্তুৰ মাংসৰে ভোজ ভাতো খোৱা হয়। ইয়াক "গামাৰী ছিন্নি" বোলা হয়।

এজন বেজৰ অধীনস্থ কোনোবা গাওঁত কিবা কৈ এই বেমাৰে দেখা দিলে কেইজনমান সংগী লৈ বেজে গোটেই ৰাতি গাওঁখনৰ ইমূৰৰ পৰা সিমূৰলৈ মন্ত্ৰ গাই গাই ঘূৰি ফুৰে

মন্ত্ৰবিলাক—

ছোবহানাল্লা আলহামদুলিল্লা
ৰাব্বেল আলামীন
লাইলাহা ৰহম কৰো আল্লা
গফুৰেৰ ৰাহিম।
আলীৰ হাতে জুল ফুক্কাৰ
ফাতেমাৰ হাতে তীৰ
যে পথ দিয়া আইছ ভাল
সেই পথ দিয়া ফিৰ।
হক্কে লাই লাহা ইল্লাল্লাহু
কালাৰে গফুৰ
তুই কালা তৰ নাম কাল্লা
বালা কৰো দূৰ।

কথিত আছে যে ছাহাবা আলী (ৰাঃ)ৰ নাম শুনিলে কলেৰা অপদেৱতাই বৰ ভয় খায়। গতিকে মন্ত্ৰ মাতি থকাৰ মাজে মাজে বেজে হাইদৰী হাক ছাৰে—



ইয়া আলী, ইয়া আলী, ইয়া আলী, কলেৰা বেমাৰে আক্ৰান্ত হোৱা বেমাৰীক বেজে এই মন্ত্ৰৰে জাৰে।

মন্ত্ৰ ঃ "জুলতু, জালালেতু, কদৰেতু কামালেতু বালাকে ঢালাতু"

ৰাতি মন্ত্ৰ ঃ গাওঁতে লগত লৈ ফুৰা মানুহবিলাকৰ শৰীৰ নিম্ন উল্লেখিত মন্ত্ৰেৰে বন্ধ কৰি দিয়া হয় যাতে তেওঁলোকৰ ওপৰত কলেৰা বেমাৰে দৃষ্টি নিক্ষেপ কৰিব নোৱাৰে।

আলেপ মানে আল্লা
নিজ নামে লিল্লা
অঙ্গ মানে ধনী
আল্লা কাদেৰ গণী
অমুকেৰ (গা বন্ধ কৰাজনৰ নাম) শৰীৰ
বন্ধ কইৰা দেও আল্লা।

কোনোবা গাওঁত প্ৰচণ্ড কলেৰা বেমাৰ দেখা দিলে বেজে সাহসী ১৫/২০ জন মানুহ লগত লৈ গোটেই ৰাতি তলত উল্লেখ কৰা জাৰী গাই গাই গাওঁৰ ইমূৰৰ পৰা সিমূৰলৈকে ঘূৰি ফুৰে। আকৌ মাজে মাজে ইয়া আলী ইয়া আলী বুলি হাইদৰী হাক চাৰে—

আল্লা আল্লা ৰছুল বলো।
লাইলাহা ইল্লাল্লা বলো।

গাওঁৰ পৰা কলেৰা অপদেৱতাক আঁতৰাই পঠিয়াবলৈ বেজে নিজে নিজে তলত উল্লেখ কৰা চালানী মন্ত্ৰটো গায়—

সাজো সাজো বইলা
চাইৰ' দিগে পইল' সাৰা
চাই'ৰ দিগেৰ দেও
দৃষ্টি দিলো গাওঁ জ্বাৰা
প্ৰথমে সাজাইল মালা
নামে চপট বালা।
হৈঠালো বৈঠালো তাৰা
নামে দুইটি ভাই
চাই'ৰ দিগে খাইয়া চলো
মধ্যে কিচুই নাই।
পাচ পীৰ জিন্দা পীৰ
সাহ কৰিম জয় কৰ

ৰণে খাৰা ৰয়হে কালী
স্বৰ্গে মৰ্তে লাগলো তালী
হৈল হৈল আশ্‌মান জমীন
লাইগা গেল বজ্জৰ খীন।

এই "হৈল হৈল" শব্দটো বৰ ডাঙৰকৈ উচ্চাৰণ কৰে। বেজৰ মতে এই শব্দ যিমান দূৰলৈ যায় সিমানখিনিৰ ভিতৰত কলেৰা বেমাৰ থাকিব নোৱাৰে।

সাধাৰণ মানুহৰ শৰীৰ বন্ধ কৰা মন্ত্ৰ
শুন্যে থাইকা পাতাল বান্ধী
সব বেৰাম গাইটে বান্ধী।

## দিব্য দৃষ্টি বা ভাৰে বহা ঃ

অসমৰ মিঞা মুছলমান জনগোষ্ঠীৰ মানুহবিলাকে আগৰ দিনত আওহতীয়া নদীপৰীয়া দুৰ্গম অঞ্চল বিলাকত বসবাস কৰিছিল। কোনো অসুখ-বিসুখ হ'লে আধুনিক চিকিৎসাৰ ভু-নোপোৱা এই মানুহবিলাক সাধাৰণতে গাওঁৰ বেজ বা কবিৰাজৰ কাষ চাপিবলগীয়া হৈছিল। লোক বিশ্বাস আৰু বেজ বিলাকৰ প্ৰচাৰৰ ফলত মানুহে বিশ্বাস কৰিছিল যে বেমাৰ-আজাৰ বিলাক মানুহৰ অতৃপ্ত আত্মা (ভুত, দেও, দানৱ আদি)ৰ কু-দৃষ্টিৰ ফলতে হয়। গতিকে বেমাৰ-আজাৰ হ'লে অপদেৱতাৰ কু-দৃষ্টি আঁতৰাবলৈ গাওঁৰ বেজৰ ওচৰত আত্মসমৰ্পণ কৰাৰ বাহিৰে অন্য কোনো গত্যন্তৰ নাছিল। প্ৰথম অৱস্থাত বেজ জন অকলে বেমাৰীৰ ঘৰত আহি দুদিনমান জৰা ফুকা কৰে। জৰা-ফুকাত ভাল নহ'লে কোনোবা শক্তিশালী অপদেৱতাৰ দৃষ্টি পৰিছে বুলি কৈ "ভাৰে" বহাৰ পৰামৰ্শ আগবঢ়ায়। সেইমতে বেজে গৃহস্থক ভাৰে বহাৰ বাবে প্ৰয়োজনীয় বস্তু-পাতিৰ এখন তালিকা দিয়ে যেনে ঃ (১) তিনিডাল মম (২) কম পক্ষেও ৯ ডাল ধূপ-কাঠি (৩) এক আথি ভাল মালভোগ কল (৪) গাখীৰ (৫) বাতসা বা চেনী (৬) মিঠাতেল (৭) পাণ-তামোল (৮) সোৱা সেৰ (১.২৫০ কেজি) চাউল (৯) সোৱা এঘাৰ (১১.২৫ টকা) টকা পইচা (১০) কেইটামান ৰক্ত কৰবী ফুল আৰু বেজৰ সংগীসকলৰ বাবে চাহ, পাণ তামোল আদি।

নিৰ্দ্দিষ্ট দিনত (সাধাৰণতে শনিবাৰ, মঙ্গলবাৰ) ৰাতি বেজে তেওঁৰ সঙ্গী সকলক লগত লৈ গৃহস্থৰ ঘৰত সোমায়। গৃহস্থই আগতেই ঠিক ঠাক কৰি ৰখা বিছনাত বেজ আৰু তেওঁৰ সঙ্গীসকলক আথে-বেথে, বহিবলৈ দিয়ে। বেজৰ তালিকা মতে বস্তুখিনি বেজৰ মূল ভক্তজনৰ হাতত গতাই দিয়ে। পূৰ্বতে লেপি মচি প্ৰস্তুত ৰখা ঠাইডোখৰত এখন সৰু টুল ৰাখি তাত বস্তুবিলাক শাৰী শাৰীকৈ



সজোৱা হয় ইয়াক "আসন" সজোৱা বুলি কয়। মম আৰু ধূপ-কাঠি জ্বলাই "আসন"খন সম্পূৰ্ণ কৰা হয়। আসনৰ সন্মুখত বেজ বা কোনো কোনো ক্ষেত্ৰত বেমাৰীজনক অজু (ইছলামীয় পদ্ধতিত শৰীৰ পবিত্ৰ কৰা পদ্ধতি) কৰাই নামাজৰ ভঙ্গীত ৰাখি হাতত এপাহি ৰক্ত কৰবীফুল গুজি দিয়া হয়। সকলো ঠিক ঠাক হোৱাৰ পিছত বেজৰ সঙ্গীসকলে মুৰ্শিদি গাণ আৰম্ভ কৰে—

(১) আইসো আইসো দেৱতাৰ অগো শিৰমনী
হাজিৰ হও সাথে নিয়া ডাকিনী যুগিনী
ভৰ দেও হে বইসা এই লাল জপা ফুলে,
আপন বুলি ফুটাইয়া তুলো বইসা আমাৰ কুলে
আমাৰ কথা ছাইড়া যদি হাজিৰ নাহি হও
দোহাই লাগে ত্ৰিশ কোটি দেৱতাৰ মাথা খাওঁ।

(২) মা তাৰিণী কে দিলো তৰ জপা ফুলেৰ মালা,
কে দিলো তৰ জপা ফুলেৰ মালা . . . ঐ।।
উত্তৰেতে থাকো মাগো উত্তৰে তৰ মায়
উত্তইৰা দেৱতা লইয়া এই আসৰে আয় . . . ঐ।।
পূবেতে থাকো মাগো পুবে তৰ উদয়
পূবেৰ দেৱতা লইয়া এই আসৰ আয় . . . ঐ।
দক্ষিণেতে থাকো মাগো সাগৰ দেখা যায়
দক্ষিণা দেৱতা লইয়া এই আসৰে আয় . . . ঐ।।
পশ্চিমেতে থাকো মাগো বেলা ডুইবা যায়
পশ্চিমা দেৱতা লইয়া এই আসৰে আয় . . . ঐ।।

(৩) আইসো আমি ডাকি কাতৰে
দয়াল আইসো আমাৰ আসৰে আইজ আমি ডাকি কাতৰে ;
দয়াল মুৰ্শিদ আইসো আসৰে . . . ঐ।।
দয়াল আসিলে বসিতে দিবো, দয়াল আসিলে বসিতে দিবো .....।
আমাৰ মস্তকেৰ উপৰে, দয়াল মস্তকেৰো উপৰে . . . ঐ।
দয়াল আসিয়া কেনে ক্যান দাড়াইয়া ৰইলা ;
বড় ভয় পাইয়াছো অন্তৰে ;
বড় ভয় পাইয়াছো অন্তৰে . . . ঐ।।
দয়াল আসিলে আনন্দ হবে
দয়াল আসিলে আনন্দ হবে
আমাৰ নিৰানন্দ যায় দুৰে

আমাৰ নিৰানন্দ যায় দূৰে . . . ঐ।।

এইদৰে গান চলি থকাৰ মাজতে বেজজনৰ ওপৰত দেৱতা হাজিৰ হয়। সেই সময়ত বেজে কিছু অপ্ৰাকৃতিক লক্ষণ প্ৰদৰ্শন কৰে। গৃহস্থই কৰযোৰে দেৱতা ৰূপি বেজজনক বেমাৰী জনৰ সকলো লক্ষণ খুলি কয়। বেজে বেমাৰীৰ গাত দৃষ্টি কৰা অপদেৱতাক খেদি পঠিয়াবলৈ গৃহস্থৰ পৰা "ভোগ" বিচাৰে। গৃহস্থৰ সাধ্যানুযায়ী দেৱতা ৰূপি বেজে কলা পাঠা ছাগলীৰ পৰা আৰম্ভ কৰি কলা পাৰ চৰাইলৈকে ভোগ হিচাপে খোজে। গৃহস্থই সন্মতি দিয়াৰ পিছত বেমাৰীজনৰ গাত জৰা ফুকা কৰি মাটিত বাগৰি পৰে। সঙ্গী কেইজনে বেজৰ মুৰত অলপ ঠাণ্ডা পানী দি সুস্থ কৰি তোলে। গৃহস্থই নিৰ্দ্দিষ্ট দিনত ভোগ হিচাপে আগবঢ়াব খোজা জীৱটো বেজৰ হাতত অৰ্পণ কৰে। এনেকৈয়ে ভাৰে বহা অনুষ্ঠানৰ সামৰণি পৰে।

এই বিলাকৰ উপৰিও বিভিন্ন বেমাৰৰ জৰা-ফুকা, পানী পৰা, নুন পৰা, তেল পৰা, কাঁচ ভাঙ্গানী, মইল্লা বন্ধ আদি লোক বিশ্বাস প্ৰচলিত আছে। মূৰৰ বিষ, শৌচ বমী, পেটৰ বিষ, মূৰ ঘূৰণি আদি যিকোনো ধৰণৰ বেমাৰৰ কাৰণে গাওঁৰ বেজে মন্ত্ৰপুত পানী, নুন (লৱণ) তেল আদি গাৰ সংশ্লিষ্ট অংশত ঘঁহিব দিয়ে। মানুহেও পৰম বিশ্বাসত এইবোৰ কৰা দেখা যায়। কিবা কাৰণত (সাধাৰণতে মাক বাপেকৰ তেজৰ গ্ৰুপৰ বাবে) জন্মতে কেঁচুৱাৰ মৃত্যু হ'লে বা মৃত্যু সন্তান জন্ম দিলে তিৰোতাজনীক "মইল্লা" লগা বুলি কোৱা হয়। লোক বিশ্বাস মতে কোনোবা ভূত প্ৰেতৰ কু-দৃষ্টিত মইল্লা লাগে। গাওঁৰ বেজে এই ক্ষেত্ৰত তিৰোতাজনীৰ পৰৱৰ্ত্তী গৰ্ভাৱস্থাত ভূত প্ৰেতৰ কু-দৃষ্টিৰ পৰা ৰক্ষা কৰিবলৈ ঘৰখনৰ চাৰিওফালে মন্ত্ৰমাতি সাতবাৰ ঘুৰি ঘৰ বন্ধ কৰি দিয়ে। তিৰোতাজনীৰ গা বন্ধ কৰিবলৈ কাচ ভঙ্গাই দিয়া হয়। ৰঙা নীলা হালধীয়া আদি পাঁচ ৰংৰ এনলীয়া মিহি কঁপাহী সূতা হাতত লৈ পশ্চিম মুৱাকৈ বহি গা বন্ধ কৰাৰ মন্ত্ৰ কৈ কৈ সূতাত ফু মাৰি একোটা গাঁঠি দিয়ে। এনেকৈ সূতাডালত ২১টা গাঠি দি মইল্লা লগা তিৰোতাজনীক সোঁফালৰ কাষলতিৰ তলেদি ডিঙিত পিন্ধিবলৈ দিয়া হয়। তাৰোপৰি শনিবাৰে মঙ্গলবাৰে ভৰ দুপৰীয়া, কাল সন্ধিয়া আৰু দুপৰ নিশা ঘৰৰ বাহিৰত যাব নালাগে বুলি পৰামৰ্শ দিয়া হয়। কু-দৃষ্টি কৰা অপদেৱতাক "ভোগ" দিয়াৰ বাবে মাননী দি বেজজনক বিদায় দিয়া হয়।

পুৰণি কালৰ পৰা চলি অহা এই লোক বিশ্বাস বৰ্ত্তমান বহুখিনি লাঘৱ হৈছে।

## গাম্বী জাগা

মিঞা জনগোষ্ঠীৰ ল'ৰা-ছোৱালী বিলাকৰ ই এক প্ৰিয় উৎসৱ। লোক



বিশ্বাসমতে গাম্বী জগাবৰ বাবে সংগ্ৰহ কৰা বস্তু আদি পিছদিনা ৰাতিপুৱা ব্যৱহাৰ কৰিলে ভৱিষ্যতে সৰ্বকৰ্মতে ভাল ফল পোৱা যায়। আহিণ মাহৰ শেষ দিনা ৰাতি এই কৰ্ম পালন কৰা হয়। সৰু সৰু ল'ৰা-ছোৱালী বিলাকে আহিণ মাহৰ প্ৰথমৰ পৰাই ডাঙৰক সুধি মেলি বিভিন্ন বস্তু সংগ্ৰহ কৰাত লাগে। সাধাৰণতে ৫ বছৰ বয়সৰ পৰা বিয়া নোহোৱা প্ৰতিজন ল'ৰা-ছোৱালী ডেকা গাভৰুৱে "গাম্বী জাগা" পালন কৰে। অৱশ্যে কোনো কোনো অঞ্চলত ই ধৰ্ম বিৰোধী বুলি ফতোৱা দিয়াৰ পিছত বহুলাংশে ম্লান পৰিছে। এই উৎসৱ সাধাৰণতে বিভিন্ন বস্তু সংগ্ৰহৰ প্ৰতিযোগিতা বুলিও ক'ব পাৰি। আহিণ মাহৰ প্ৰথমৰ পৰাই বস্তু পাতি সংগ্ৰহ কৰাৰ প্ৰতিযোগিতা চলে। সংগৃহীত বস্তুবোৰ হ'ল— (১) কুমুৰ (চাল কোমোৰা) (২) নাৰিকল (৩) পিয়াৰৰ কুশি (ডালিমৰ কুঁহিপাত) (৪) ২১ প্ৰকাৰৰ গছৰ পাত (প্ৰতি পদৰ তিনিটাকৈ) (৫) কেঁচা হলুদ (৬) বিভিন্ন প্ৰকাৰৰ পাটৰ গুটি (৭) গোটা সৰিয়হ আৰু ইয়াৰ তেল অলপ মান (৮) সাবলা ফুল (ভেটি ফুল) (৯) বাহৰ গেজ (১০) ৰংচঙীয়া শামুক কেইটামান (১১) পাণ-তামোল (১২) বিভিন্ন প্ৰকাৰৰ ধানৰ থোক (১৩) যিমান প্ৰকাৰ পাৰে সিমান প্ৰকাৰ ফুল। (১৪) আৰৈ চাউল (১৫) চেনী (১৬) সাত ঘাটৰ পানী ইত্যাদি ইত্যাদি। বিশ্বাস মতে এখন চুবাৰ যিয়ে বেছি বস্তু সংগ্ৰহ কৰিব পাৰে তেওঁ সেই বছৰলৈ সকলো কাৰ্য্যত ভাল ফল দেখুৱায়।

নিৰ্দ্দিষ্ট দিনত আবেলি সময়ত ল'ৰা-ছোৱালী বিলাকে গছ কটা অভিযান আৰম্ভ কৰে। লোক বিশ্বাসমতে এই ৰাতি কটাৰ ভয় দেখুৱালে গছত বেছিকৈ ফল ধৰে। এই বিশ্বাসমতে এজনে দা-কুঠাৰ লৈ গছ কাটিবলৈ যায়, লগৰ কেইজনে তাক টানি ধৰি বাধা দিয়ে এই বুলি যে এইবাৰলৈ এৰি দে অহাবাৰলৈ যদি বেছি ফল নধৰে তেতিয়া কাটি পেলাবি। দা-কুঠাৰ লোৱা জনে ই ডাল এৰি সি ডাললৈ চোঁচা লয়, লগৰ বিলাকে একেখিনি কথাৰে বাধা দি থাকে। এনেকৈয়ে সন্ধিয়ালৈকে প্ৰতি ঘৰতে গছ কটা অভিযান চলি থাকে। এই পৰ্বৰ অন্তত ল'ৰা-ছোৱালী বিলকে ৰাতিৰ ভাত পানী খাই মূল "গাম্বী জাগা" পৰ্ব আৰম্ভ কৰে।

ঘৰৰ মূল চোতালত চাৰিকোণীয়াকৈ অলপমান ঠাই সাৰি মচি লৈ নতুন মাটিৰে লেপি লোৱা হয়। লেপি লোৱা ঠাইত এখন ডাঙৰ আকৃতিৰ পিৰা ৰাখি তাৰ ওপৰত পূৰ্বতে সংগৃহীত বস্তুবিলাক শাৰী শাৰীকৈ সজাই পিৰাখনৰ এচুকত ৩/৫/৭ আদি বেযোৰ সংখ্যাত সৰু সৰু মমবাতি, ধুপ কাঠি আদি জ্বলাই থোৱা হয়। ৰাতিপুৱা ডাঙৰে বিছনা এৰাৰ আগতেই ল'ৰা-ছোৱালীবিলাক ঢাৰি পাটি এৰি সংগৃহীত বস্তুৰ পৰা এপদ এপদ লৈ গোটেই গাত স্পৰ্শ কৰে। হালধী, সৰিয়হ তেল আদি গাত সানি সংগৃহীত সাত ঘাটৰ পানীৰে গা ধুৱে। লোক

বিশ্বাসমতে এনে কৰিলে কোনো ধৰণৰ ছালৰ বেমাৰ নহয়। গাৰ ছাল নিমজ আৰু উজ্জ্বল হয়, দেখাত ধুনীয়া আৰু সুদৰ্শন হয়।

গাওঁৰ বেজ বা ওজা বিলাকেও এই ৰাতি উলহ-মালহেৰে পালন কৰে। এজন বেজে জনা আটাইবিলাক কৰ্ম বা মন্ত্ৰ এই ৰাতি নবীকৰণ কৰে। চোতালত জুইৰ কুণ্ড তৈয়াৰ কৰি তাৰ চাৰিওফালে ঘুৰি ঘুৰি আটাইবিলাক মন্ত্ৰ গায়। এই ৰাতি গাওঁত কোনোবা চোৰ থাকিলে তেওঁৰ কৰ্মৰ নবীকৰণৰ নামত কাৰোবাৰ কিবা নহয় কিবা এটা চুৰ কৰিবই বুলি গঞা ৰাইজৰ বিশ্বাস। গতিকে সকলো গঞা ৰাইজেই এই ৰাতি সাধাৰণতে উজাগৰে সাৱধান হৈ থাকে।

এই ৰাতি গাওঁৰ কিছুমান জনা মানুহে বছৰটোৰ কোনটো মাহত কেনেকুৱা বতৰ হ'ব তাৰ বিষয়ে উমান ল'বলৈ কচুৰ পাত বন্ধাৰ নিয়মো মানি চলা দেখা যায়। বছৰৰ বাৰোটা মাহৰ নামত বাৰো খিলা কচুৰ পাত বাহিৰৰ পৰা কোনো বস্তু সুমাব নোৱাৰাকৈ টান কৰি বান্ধি থোৱা হয়। এমাহ পিছত এটা এটাকৈ কচুপাত কেইখিলা ক্ৰমান্বয়ে খোলা হয়। যিকেইটা মাহৰ নামত বন্ধা পাতত পানী ওলায় সেইকেইটা মাহত বৰষুণ হয়, যি মাহৰ নামত বন্ধা পাতত খেৰ কুটা আদি ওলায় সেই মাহত ধুমুহা বৰষুণ হয় বুলি লোক বিশ্বাস মানিচলা পৰিলক্ষিত হয়।



# লোক বিশ্বাসত মেঘ গীত

## গোলাম হুছেইন

একেৰাহে ৪/৫ মাহ বৰষুণ নহ'লে কৃষি ভিত্তিক মিঞা জনগোষ্ঠীৰ মানুহবিলাকে দুৰ্ভিক্ষৰ আগজাননীত শিয়ৰী উঠে। সেই সময়ত সৰু সৰু ল'ৰা-ছোৱালী বিলাক প্ৰচলিত লোক বিশ্বাসমতে বৰষুণৰ আশাত চুবুৰীয়ে চুবুৰীয়ে মেঘগীত গাই গাই আল্লাৰ ওচৰত বৰষুণ প্ৰাৰ্থনা কৰে। কোনো কোনো অঞ্চলত ভেকুলীৰ বিয়া পতাৰ নিয়মো প্ৰচলিত আছে। সাধাৰণতে ডাঙৰ মানুহ বিলাকে পথাৰত একগোট হৈ সমূহীয়া নামাজ (আল্লাৰ ওচৰত প্ৰাৰ্থনা) পঢ়ি বৰষুণৰ কাৰণে দোৱা কৰে। এই সময়ত সৰু সৰু ল'ৰা-ছোৱালী বিলাকে দল বান্ধি প্ৰতি ঘৰে ঘৰে গৈ চোতালত পানী ঢালি বোকা তৈয়াৰ কৰি তাত উদুলী-মুদুলী হৈ সমূহীয়া গীত গায়। ঘৰৰ তিৰোতা মানুহবিলাকো কেতিয়াবা এই কামত ভাগ লোৱা দেখা যায। এই ধৰণৰ সমূহীয়া গীত গাওতে এজন দলপতিয়ে প্ৰথমে গীতৰ কলি আৰম্ভ কৰে। দলৰ অন্য বিলাকে দলপতিৰ লগে লগে সমূহীয়া ভাবে গীত গায়। লোক বিশ্বাস মতে এনে কৰিলে আল্লাহ সন্তুষ্ট হৈ বৰষুণ দিয়ে।

## গীতসমূহ ঃ

১। আটাইয়ে ঃ আল্লা মেঘ দে পানী দে ছায়া দেৰে
তুই আল্লা ................................
দলপতি ঃ আচমান হইল টুটা ফাটা
জমিন হইল' কালা
পানী ছায়া অবিহনে মাটি হইল' ধলা
আটাইয়ে ঃ আল্লা মেঘ দে ............................
দলপতি ঃ মেঘ অবিহনে গৰু ছাগল ঝৰে জৰে কান্দে
ঘৰেৰ ৰমনী হায় হায় কইৰা কান্দে।
আটাইয়ে ঃ আল্লা মেঘ দে ..........................
দলপতি ঃ আমৰা সবাই গীত গাই আল্লা দিব মেঘ
বৰো ডিসে চাইল না দিলে তাৰ হইব ঘেগ।
আটাইয়ে ঃ আল্লা মেঘ দে ......................

২। ধান খেতে বইসা, ধানের মুঠা ধইৰা
ফটিক চান্দের বেটি আইয়া মেঘ দে ছাইৰা
ডালিম গাছে বইসা ডালিমের বোটা ধইৰা
মিঞা চান্দের বেটি আইয়া মেঘ দে ছাইৰা
শেমুল গাছে বইসা, শেমুলের ডাল ধইৰা
সোণাৰ দেওৱা আইয়া মেঘ দে ছাইৰা

বৰষুণ নহালেকে প্ৰতিদিন সৰু সৰু ল'ৰা-ছোৱালী বিলাকে চুবুৰীয়ে চুবুৰীয়ে দল বান্ধি এই ধৰণৰ বিভিন্ন গান গাই গাই ঘূৰি ফুৰে। গৃহস্থই সন্তুষ্ট হৈ সাধ্যানুসাৰে ল'ৰা-ছোৱালীবিলাকক ধান-চাউল, টকা-সিকি দান কৰে

**বাটিচালন ঃ**

আগৰ দিনত গাওঁ অঞ্চলত কোনোবা মানুহৰ কিবা বস্তু চুৰ হ'লে বা হেৰাই গ'লে চোৰ ধৰিবলৈ বাটি চালান দিয়া হৈছিল। পিতলৰ বাটি এটাত তুলা ৰাশি মানুহৰ হাত ৰখা হয়। অলপ দূৰত কেঁচা কঁঠাল পাতত জাফৰাণ চিয়াহিৰে আনে নেদেখাকৈ সন্দেহ ভাজন কেইজনমান মানুহৰ নাম লিখি শাৰী শাৰীকৈ ৰখা হয়। বাটি চালনাৰ মন্ত্ৰ জনা বেজে মন্ত্ৰ মাতি পিতলৰ বাটিত হাত ৰখা মানুহজনৰ গাত ফুৰাই দিলে বাটিটো নিজে নিজে গৈ সন্দেহভাজন ব্যক্তিৰ নাম লিখা কোনোবা এটা কঁঠাল পাতত স্পৰ্শ কৰিলে সেই মানুহজনক চোৰ বুলি সন্দেহ কৰা হয়। এইটো আচলতে চোৰ ধৰাৰ এটা কৌশলহে মাত্ৰ বাটিচালানৰ নাম শুনিলেই আচল চোৰে আনে নজনাকৈ চুৰ কৰা বস্তু গৃহস্থৰ ঘৰত থৈ যায় ফলত প্ৰকৃততে বাটিচালানৰ প্ৰয়োজনেই নহয়।

বাটি চালানৰ মন্ত্ৰসমূহ ঃ

১। আল্লাকে মনে ৰাইখা আনিলেই মাটি
তুমাকে হাৰেক স্মৰণ কইৰা পইৰা ৰাখি বাটি
মুসৰিকেৰ মাটি এই অন্য কিছু নয়
যাহাৰ ভৰেতে বাটি আপনা আপনি যায়
চল বাটি যেহানে চোৰ কৰে গমন
আল্লাকে স্মৰণ কইৰা তুমি কৰ নমন।

২। আচল সেলাম সুচল সেলাম
সেলাম দানবেৰ পা
যত দানব আছে সব
বাটিতে কৰ' ভৰ
যে ব্যক্তি কইৰাছে চুৰি



তাৰে গিয়া ধৰ।

৩। চোৰ চোট্টা বাশেৰ পাগ
ফু দিয়া উৰাই মাথা
আশে পাশে চৌদিকে
যে দিকে চোৰ বাটি যায় সেই দিকে
লাগ বাটি লাগ চোৰেৰ বাৰী
মন্ত্ৰেৰে চোটে বাটি চল তাৰাতাৰী

## বান বিদ্যা ঃ

মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত জন বিশ্বাসমতে কোনোবা বেজে বাণ মাৰা মন্ত্ৰৰে তেওঁৰ শত্ৰুক নাশ কৰিব পাৰে। এটা নিৰ্দ্দিষ্ট দূৰত অৱস্থান কৰি "বাণ মন্ত্ৰ" চালান কৰি তেওঁৰ শত্ৰুক নিপাত কৰিব পাৰে বুলি মানুহে বিশ্বাস কৰিছিল। সেই কাৰণেই বাণ মন্ত্ৰ জনা কোনো বেজৰ লগত কোনো মানুহে শত্ৰুতা কৰিবলৈ সাহস নাপাইছিল। কোনোবা মানুহে আকস্মাৎ দুৰাৰোগ্য বেমাৰত পৰিলে মানুহে বিশ্বাস কৰিছিল যে কোনোবাই তেওঁক বান মাৰিছে। সেই সময়ত বাণ মন্ত্ৰ ঘুৰাই দিব পৰা বেজক মাতি আনি তেওঁৰ দ্বাৰা আক্ৰান্ত মানুহজনক চিকিৎসা কৰাইছিল। তলত কিছুমান বান মন্ত্ৰ উল্লেখ কৰা হ'ল।

১। ব্ৰহ্মাৰ ব্ৰহ্ম বান শিৱেৰ পশুপাত খান
লাগ চক্ৰ লাগ গাতে জন্মিল আগ্নী তাতে।

২। যা মন্ত্ৰ শত্ৰু নিপাতে যম ৰূপে অৱতাৰে
সংশয় বৰ্ত্তে সংহাৰে শত্ৰু নিপাত সংহাৰে
শত্ৰু নিপাত হন হন।

৩। এক মুঠা,, বাৰো মুঠা ৰাই
চলৰে বান মন্ত্ৰ কাউৰ যাই
কাউৰে আছেন চুতাৰ বুঢ়ী
তাৰে দেইহা নৰী চৰী

## বান ঘূৰোৱা মন্ত্ৰ ঃ

৪। কাচ কাচিৰ উপৰ কাচ কাচি যমেৰ দূত আধাৰ সুৰ
এই গড় যে ডিঙিবে নৰ সিংহেৰ দোহাই তাৰ.

৫। কুলেৰ পাতা কুলিৰ পাও কাৰ যান তুমি আবাৰ খাও
যে তোমাৰে ধৰে ৰাখ তাৰে কুলেৰ ঘৰে।

৬। ৰামাৰ্জুন বৰ বীৰ মাৰলে চোকা বান
যথায় জন্মিল বান তথায় ফিৰা যান।

ইয়াৰ উপৰিও "যাদু টোনা" মহিনী মন্ত্ৰ, বশীকৰণ মন্ত্ৰ আদি কিছুমান লোক বিশ্বাস মিএগ জনগোষ্ঠীৰ মাজত প্ৰচলিত আছে। লোক বিশ্বাস মতে "যাদু টোনা" জনা বেজে তেওঁৰ যাদু মন্ত্ৰৰ বলত অতি প্ৰাকৃতিক কিছু কাম কৰিব পাৰে বা অন্যৰ হতুৱাই কৰাব পাৰে যেনে অস্বাভাৱিক কম সময়ত দীৰ্ঘ দূৰত্ব অতিক্ৰম কৰা, স্পৰ্শ নকৰাকৈ ইঠাইৰ পৰা অন্য ঠাইলৈ বস্তু লৈ যোৱা। লোক চক্ষুৰ সন্মুখতে মানুহৰ অঙ্গছেদ কৰি পুনৰ সংস্থাপন কৰা আদি। বশীকৰণ মন্ত্ৰ আদি জনা মানুহে মন্ত্ৰৰ দ্বাৰা অতি পৰাক্ৰমী বশ নমনা মানুহক বশীভূত কৰা। মোহিনী মনন্ত্ৰৰ আচাৰ আচৰণৰ দ্বাৰা বিপৰীত লিঙ্গৰ মানুহক মোহিত কৰি হৃদয় জয় কৰা আদি লোক বিশ্বাস বিলাকৰ প্ৰচলন হ্ৰাস পালেও একেবাৰে বন্ধ হোৱা নাই।

### হিৰালু মন্ত্ৰ

ফাগুণ চ'ত মাহত খেতি আৰম্ভ কৰাৰ আগে আগে ঘৰে ঘৰে গৈ বেজে মন্ত্ৰপূত মৰাপাত ঘৰত বান্ধি দিছিল। এই বেজ জনক শিবাল বা হিৰালু বুলি কোৱা হয়। এই মন্ত্ৰপূত মৰাপাট ঘৰত থৈ দিলে শিলাবৃষ্টি তথা বানপানীৰ পৰা খেতিৰ শস্যখিনি ৰক্ষা হয় বুলি বিশ্বাস কৰা হৈছিল। খেতি চপোৱাৰ পিছত প্ৰত্যেক গৃহস্থই বেজজনক ধান মৰাপাট আদি উপঢৌকন বা পাৰিশ্ৰমিক হিচাপে দিছিল। এই বিশ্বাস আজি কালি কমি যোৱা প্ৰলক্ষিত হয়। কিছুমান ঠাইত এই শিৰালৰ প্ৰচলন এতিয়াও আছে। কেতিয়াবা শিলাবৃষ্টি আৰম্ভ হ'লে শিৰালজনে এখন বস্ত্ৰ পৰিধান কৰিখেতি পথাৰলৈ যায়। লগত চালনি লৈ যায় আৰু সেই চালনিৰে চালি শিলাবৃষ্টি আঁতৰাই পঠায়। শিৰালজনে মন্ত্ৰপাঠ কৰি মেঘ দেৱতাক সন্তুষ্ট কৰা বুলি বিশ্বাস কৰা হৈছিল। এই মন্ত্ৰই কিমান দূৰ কাম কৰিছিল সেয়া জনা নাযায় যদিও মিএগ জনগোষ্ঠীৰ মাজত শিৰালৰ বিশ্বাস পূৰামাত্ৰাই আছিল। আজিকালি শিক্ষাৰ পোহৰে বহুত খিনি সংস্কাৰ কৰি এইবিলাক আঁতৰাই পঠাইছে। (সংগ্ৰহ ঃ আব্দুল মান্নান)

## মহ খেদা উৎসৱ

মিএগ জনগোষ্ঠীৰ মাজত ঠাই ভেদে প্ৰচলিত এই উৎসৱ সাধাৰণতে ১০ বছৰৰ ওপৰৰ পৰা ১৬/১৭ বছৰৰ ভিতৰৰ ল'ৰাবিলাকে পালন কৰে। কাতি মাহৰ শেষ দিনা সন্ধিয়া এই পৰম্পৰা পালন কৰে। লোক বিশ্বাসমতে সেইদিনা নিজ গাওঁৰ পৰা মহ খেদি অন্য গাওঁলৈ পঠিওৱা হয়। মহ খেদা পৰম্পৰা



পালন কৰিলে সেইখন গাওঁত সেই বছৰলৈ মহ নাথাকে বুলি বিশ্বাস কৰা হয়। সন্ধিয়া এখন গাওঁৰ ল'ৰাবিলাকে ভাত পানী খাই জুইৰ "ভুইঠা" (জুই ধৰিবলৈ খেৰ-জাবৰেৰে এডাল মাৰীৰ আগত মেৰিয়াই জুই ধৰা) বনাই একেলগ হৈ কিছুমান বিশেষ শ্লোক সমস্বৰে গাই গাই গাওঁৰ ইমুৰৰ পৰা সিমূৰলৈ গৈ ওচৰতে থকা গাওঁখনলৈ মহ খেদি দিয়ে। সিখন গাওঁৰ ল'ৰাবিলাক একে পৰম্পৰাৰে নিকট বৰ্ত্তি অইন এখন গাওঁলৈ মহ খেদি দিয়ে। কেতিয়াবা দুখন নিকটবৰ্ত্তী গাওঁৰ মহ খেদা দল দুটাৰ মাজত শ্লোকৰ মাধ্যমত প্ৰশ্ন উত্তৰ প্ৰতিযোগিতা চলে। বিশ্বাসমতে যিখন গাওঁৰ দলে প্ৰশ্ন উত্তৰত হাৰে সেইখন গাওঁলৈ জিকা গাওঁখনৰ মহ গুচি যায়। গতিকে এই প্ৰশ্নোত্তৰ চলে বহু দেৰীলৈ। কেতিয়াবা এই প্ৰশ্নোত্তৰ ওৰেটো নিশাও চলা দেখা যায়।

### মহ খেদা শ্লোক সমূহ ঃ

১। কাতি গেলো আগুণ আইলো
কৰা পুঠি মাছ দুবাৰে পইলো
হুৰৰে ..........................।

২। ভাৰা গেলো ভুৰা গেলো
হাতিৰ কাণ মশায় খাইলো
হুৰৰে ..........................।

৩। কাতি গেলো আগুণ আইলো
মশাৰ চোখে ধুমা লাগলো
হুৰৰে ..........................।

৪। মশা মাৰী টোশা মাৰী
মাইয়া লোকেৰ দাবী
সব মশা খেদাইলাম
ঐ পাৰাগো বাৰী
হুৰৰে ..........................।

৫। পূব পাৰাগো হাটা হাটী
দক্ষিণ পাৰাগো গোৰায় লাথি
হুৰৰে ..........................।

৬। আয়ৰে আমাৰ ৰাহাল ভাই
সব মিলিয়া মশা খেদাই
হুৰৰে ..........................।

৭। আয়ৰে ভাই পাথাৰে যায়

পাথাৰে যাইয়া মশা খেদাই
হুৰবে ............................।

এইদৰে বিভিন্ন শ্লোক গাই গাই ইখন গাওঁৰ দলটো সিখন গাওঁৰ দাঁতিত ৰয়হি। সিখন গাওঁৰ দলো একে পদ্ধতিৰে এই দলৰ মুখামুখি হৈ শ্লোকৰ মাজেৰে প্ৰশ্নোত্তৰ আৰম্ভ কৰে।

১ম পক্ষ ঃ আংগো পাৰাৰ মশা গুলা
তোংগো পাৰা গেল'
এই কামে আংগো ভালো
তোংগো কি আইলো গেল'।

২য় পক্ষ ঃ তোংগো পাৰাৰ মশা যদি
আংগো পাৰা দেও।
দোহাই লাগে আল্লা ৰছুল
শিয়ালেৰ মাথা খাওঁ।
উত্তৰ পাৰাৰ ভাইয়েৰা
মশা দিল' ঝাইৰা
নয়লে ভুইটা দিমু ৰাইখা
তোংগো মাথা কৰুম নাইৰা।

১ম পক্ষ ঃ চুদিৰ ভাই পুঙ্গীৰ ছাও
যেইন দিয়া আইছ সেইন দিয়া যাও।
যাৰ যাৰ ভুইটা হাতে নিয়া
তাৰা তাৰি বাইত্তে যাও।

এনেকৈ বহু সময়ত প্ৰশ্নোত্তৰ চলাৰ পিছত হৰা দিলে জিকা দলক নিজ গাওঁৰ ওপৰেদি বাট এৰি দিয়ে। জিকা দলে পূৰ্ব্বৰ দৰে বিভিন্ন ইতিকিং সূচক শ্লোক মাতি মাতি হৰা দলৰ গাওঁখনৰ মাজেৰে নিজ গাওঁলৈ ঘূৰি আহে। এনেকৈয়ে এই উৎসৱৰ সামৰণি পৰে।

(সংগ্ৰহ ঃ শ্বেখ আমজাদ হুছাইন, বনঘুগী, বৰপেটা।)



# মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত আৰু কিছু লোক বিশ্বাস

হাকিম উদ্দিন তালুকদাৰ

পূৰ্ব্বৰ পৰা চলি অহা লোক বিশ্বাস মিঞা জনগোষ্ঠীৰ মাজত বৰ্ত্তমানেও কিছু পৰিমাণে প্ৰচলিত হৈ আছে। অৱশ্যে এই জনগোষ্ঠীৰ নৱ প্ৰজন্মৰ বহুতেই অন্ধ বিশ্বাস বুলি ইয়াক উৰুৱাই দিব খুজিলেও ঘৰৰ গৃহস্থ বিলাকে এই বিলাক পৰম বিশ্বাসেৰে মানি চলে। এই লোক বিশ্বাস সমূহৰ কিছুমান তলত উল্লেখ কৰা হ'ল।

১। হাঁহ কুকুৰা ৰাখিবলৈ বাঁহৰ কামিৰে গোলাকাৰ বেৰাৰ নিচিনা গড়াল (খোৱাৰ) বনাই লয়। হাঁহ কুকুৰা বিলাক বেমাৰ আজাৰৰ পৰা ৰক্ষা কৰিবলৈ শনিবাৰে বা মঙ্গলবাৰে ভালুক মাৰি তাৰ নোম কেইডাল মান, শনিবাৰে, মঙ্গলবাৰে শিয়াল মাৰি তাৰ দুই তিনিটা দাঁত, কেইডালমান নিম গছৰ শিপা কুকুৰা ৰখা গড়াল (খোৱাৰ) ত পুতি থোৱা হয়। এই পদ্ধতিৰে হাঁহ কুকুৰা বিলাক মৃত্যুৰ পৰা ৰক্ষা হয় বুলি প্ৰচলিত লোক বিশ্বাস।

২। মিঞা মুছলমান সমাজত গৰু মহ ভেড়া ছাগলীৰ চিকিৎসা বিধান হিচাপে শনিবাৰে মঙ্গলবাৰে কটা বাহৰ সোৱাহাত দীঘল সাতোটা গিঠা থকা লাখুটিৰে বেমাৰী জীৱ-জন্তুৰ আগত মাটিত সাতোটা আঁক টানি তাৰ ওপৰেদি পাৰ কৰাই বেলেগ ঠাইত বান্ধি বেমাৰী জন্তুৰ বাওঁফালৰ কাণ কাটি অলপমান তেজ প্ৰবাহিত কৰি দিয়ে। এনেকুৱা পদ্ধতিৰে বেমাৰী জন্তু আৰোগ্য হয় বুলি লোক বিশ্বাস।

৩। দৈ ভাত/গোৱালসিন্নি ঃ গাখীৰ সকলোৰে প্ৰিয় খাদ্য। গাখীৰ উৎপাদনৰ ক্ষেত্ৰত গাই গৰু এজনী পোহাটো মিঞা মুছলমান জনগোষ্ঠীৰ প্ৰচলিত এটা পৰম্পৰা। গাই গৰুৰ অধিক গাখীৰ উৎপাদনৰ বাবে কিছু লোক বিশ্বাস এই জনগোষ্ঠীৰ মাজত দেখা যায়। প্ৰচলিত নিয়মানুসাৰে গাইজনী পোৱালি জন্ম দিয়াৰ ৩ দিন পিছত গাখীৰ খীৰাই সেই গাখীৰেৰে দৈ বনাই ৭ দিনৰ দিনা গোহালি ঘৰৰ মজিয়াত সৰু সৰু গাত খান্দি গাতবিলাকত কলপাত পাৰি তাত দৈ ভাত দিয়া হয়। গাওঁৰ সৰু সৰু ল'ৰা-ছোৱালী বিলাকক মাতি আনি গাঁতত দিয়া দৈ ভাত খাবলৈ দিয়া হয়। লোক বিশ্বাস মতে এনে কৰিলে গাইজনীৰ কোনো বেমাৰ-আজাৰ নহয় লগতে গাখীৰ বেছি হয়। কোনো কোনো ঠাইত গৰখীয়া বিলাকক মাতি আনি নাস্তা আদি খুৱোৱা হয় বাবে ইয়াক ৰাখাল সিন্নি বুলিও কোৱা হয়।

৪। **উদ্ধাৰ বিবিৰ সিন্নি** ঃ মিএগ্রা জনগোষ্ঠীৰ মাজত প্ৰচলিত অন্য এক লোক বিশ্বাস মতে গৰ্ভৱতী মহিলাৰ সন্তান ভূমিষ্ঠ হোৱাৰ সময়ত হোৱা বিপদৰ পৰা উদ্ধাৰ পাবলৈ এক প্ৰকাৰ "সিন্নি" মান্নত কৰা হয়। এইক্ষেত্ৰত ঘৰৰ গৃহস্থই সামৰ্থ্য অনুযায়ী তিনি, পাঁচ, সাতজনী বা তেনে বেযোৰ সংখ্যাত সমাজৰ বিশেষ কিছু তিৰোতা মানুহক নিমন্ত্ৰণ কৰে। তেওঁলোকে গৃহস্থৰ চাউল চেনীৰে গৃহস্থৰ ঘৰত নিজে প্ৰস্তুত কৰা নাস্তা, (চাউল চেনী আৰু গাখীৰেৰে তৈয়াৰী পায়স জাতীয় এক প্ৰকাৰ ব্যঞ্জণ) তৈয়াৰ কৰি গৃহস্থৰ ঘৰত খায়। কোনো কোনো ক্ষেত্ৰত খিচিৰি (চাউল, হালধি পিয়াজ, নহৰু মচলা আৰু মাংসেৰে বনোৱা পলাও জাতীয় এখ প্ৰকাৰ ব্যঞ্জণ) খোৱাৰো প্ৰচলন আছে। মন কৰিব লগা কথা এইটোৱে যে, ৰাহি হোৱা ব্যঞ্জণখিনি তেওঁলোকে ঘৰলৈ লৈ যায়। অৰ্থাৎ এই সিন্নি গৃহস্থৰ ঘৰৰ কোনোৱে খাব নোৱাৰে। খোৱা-লোৱা হোৱাৰ পিছত গৃহস্থই দিয়া মাননি লৈ নিজ নিজ ঘৰলৈ গুচি যায়। প্ৰসৱকালীন বিপদৰ পৰা উদ্ধাৰ পাবলৈ এই সিন্নি কৰা হয় কাৰণে ইয়াক উদ্ধাৰ বিবিৰ সিন্নি বুলি কোৱা হয়।

ইয়াৰ উপৰিও আৰু কিছুমান লোক বিশ্বাস হ'লঃ

কোনোবা ঘৰত পোহনীয়া মেকুৰীয়ে নিজৰ আগ ভৰি চেলেকি থাকিলে ঘৰত মিতিৰ কুটুম্বৰ আগমণ হয় বুলি লোক বিশ্বাস।

ঘৰৰ চাৰিওফালে বা বাৰীৰ চাৰিওফালে ডোৱা কাউৰীয়ে কৰ্কশ ভাৱে কা, কা, বুলি মাতি থাকিলে সেই ঘৰখনৰ অশুভ লক্ষণ বা সেই পৰিয়ালৰ কোনোৱা দূৰণিবটীয়া আত্মীয় কুটুম্ব মৃত্যু হোৱা বুলি বিশ্বাস কৰা হয়।

কোনো ঘৰৰ গছৰ ডালত বহি ফেঁচায় কুৰুলিয়ালে ওচৰত থকা আনখন পৰিয়ালৰ লগত যিকোনো বিষয়ত কাজিয়া লাগিব বুলি বিশ্বাস কৰা হয়।

যাত্ৰা পথত খালি কলহ দেখা পালে যাত্ৰা ভঙ্গ হোৱা বুলি ভাৱে। এইক্ষেত্ৰত খালি কলহ পানী ভৰাবলৈ লৈ যোৱা দেখিলে যাত্ৰা শুভ হয় বুলি লোক বিশ্বাস।

যাত্ৰাৰ সময় পিছ ফালৰ পৰা কোনোবাই মাতিলে যাত্ৰা ভঙ্গ হোৱা বুলি ভবা হয়। অৱশ্যে এইক্ষেত্ৰত জন্মদাতা মাতৃয়ে মাতলি শুভ হয় বুলি ভবা হয়। এই লোক বিশ্বাসৰ ওপৰত এফাঁকি বচন আছে—

আগেৰ চাইয়া পাছে ভাল'
যদি ডাকে মায়
ভবাৰ চাইয়া খালি ভাল্ল'
যদি ভৰবাৰ যায়।

ভাত বন্ধাৰ পিছত ভাতৰ হাণ্ডি হাতৰ পৰা মাটিত পৰি গলে আলহীৰ আগমণ হোৱা বুলি ভবা হয়।



নিজৰ শৰীৰৰ বাওঁ অংশৰ কোনো মাংস পেশী কপি থাকিলে টান নৰীয়াত পৰিব বুলি লোক বিশ্বাস।

মাছমৰীয়াই ৰাতি মাছ মাৰিবলৈ নাওঁত উঠাৰ সময়ত কথা পাতিলে মাইছা দেও (পানীত থকা অপদেৱতা) লম্বে বুলি বিশ্বাস কৰে।

কোনোবা বেপাৰীয়ে বেপাৰ-বাণিজ্য কৰিবলৈ বজাৰত যোৱাৰ সময়ত কাপোৰৰ তহবিল (মোনা)ত গোটা হালধি এটা আৰু তামৰ পইচা ৰাখিলে সেই তহবিলত আয় উন্নতি বেছি হয় বুলি লোক বিশ্বাস।

খেতি পথাৰত ধান পকাৰ পিছত কেইডালমান ধানৰ থোক মুঠা বান্ধি ঘৰৰ ভিতৰত লাইখুটাত বান্ধি থোৱা হয়। ইয়াক আগ অনা বুলি কয়। এনেকুৱা কৰিলে ঘৰত লক্ষীৰ আগমণত প্ৰচুৰ পৰিমাণে ধান উৎপাদন হয় বুলি লোক বিশ্বাস।

বৃহস্পতিবাৰে ৰাতি ভাত খাই উঠি ঘৰৰ কোনাত পিক পেলাব নাপায়। কাৰণ ঘৰৰ মৃত মুৰব্বীৰ আত্মাই সেইদিনা দোৱা বিচাৰি আহে বুলি বিশ্বাস।

ৰাতি নখ কটা, আৰ্চি চোৱা আদি কৰ্ম কৰিলে ঘৰৰ লক্ষী গুচি যায় বুলি বিশ্বাস কৰা হয়। বাও হাতৰ তলুৱা খজুৱালে ঋণী হয়। সোঁ হাতৰ তলুৱা খজুৱালে হাতলৈ ধন আহে। ভৰিৰ তলুৱা খজুৱালে পদ ব্ৰজে ভ্ৰমণৰ যোগ থকা বুলি বিশ্বাস কৰা হয়।

## চতুৰ্থ অধ্যায়

# মিঞা মুছলমান সমাজৰ ফঁকৰা যোজনা ঃ

**শ্বেখ আমজাদ হুচাইন**

বিশ্বজগতৰ সকলো সাহিত্যত দুটা ধাৰা দেখিবলৈ পোৱা যায়। প্ৰথমটো লিখিত আৰু দ্বিতীয়টো চহা গাঁৱলীয়াৰ মুখে মুখে চলি অহা ৰূপ। এই দ্বিতীয়টোকেই লোক সাহিত্য, জনসাহিত্য বা মৌখিক সাহিত্য বোলা হয়। কোনো ভাষা লিপিবদ্ধ সাহিত্যৰ ৰূপ লোৱাৰ আগতে মানুহৰ মুখে মুখে অখজা ৰূপত চলি থাকে। ইয়াৰ ওপৰত ভিত্তি কৰি কালক্ৰমত প্ৰচলিত লিখিত সাহিত্য ৰূপে গঢ় লৈ উঠে।

মিঞা মুছলমান সকলৰ ফঁকৰা যোজনা বিলাকো লোক সাহিত্যৰ অংশ বিশেষ যুগে যুগে এই ফঁকৰা যোজনাবোৰ মানুহৰ মুখে মুখে চলি আহিছে। শুনাত প্ৰচলিত ফঁকৰা যোজনাবোৰ ধেমেলীয়া যেন লাগিলেও প্ৰতিটো যোজনাৰে কিছুমান তাৎপৰ্য্যমূলক অৰ্থ থাকে। যোজনা বিলাকৰ মাজেৰে জন জীৱনৰ প্ৰতিটো পদক্ষেপত কিছুমান সৎ পৰামৰ্শ দিয়া হয়। লোক সাহিত্যৰ সৌন্দৰ্য্য বহনকাৰী মিঞা সমাজত প্ৰচলিত কিছু ফঁকৰা যোজনা যথাক্ৰমে উল্লেখ কৰা হ'ল।

**[ মিঞা সকলৰ কথিত দোৱানত ]**

১। **ছবুৰে মেওয়া ফলে ঃ** ধৈৰ্য্যই সকলো আশা ভৰষাৰ মূল চাবি কাঠি। ধৈৰ্য্য অবিহনে কোনো কাৰ্য্যৰে সফল সমাপ্তি নহয়। ধৈৰ্য্যৰ বলত যিকোনো মানুহে কঠিন কামকো সহজ কৰি তুলিব পাৰে।

২। **খ্যাতেৰ কোনো বাণিজ্যেৰ সোণা ঃ** মিঞা সমাজত প্ৰচলিত এই যোজনাৰ দ্বাৰা এইটোৱে বুজায় যে বাণিজ্য বা ব্যৱসায়ত যিমানেই ধন সোণ লাভ নকৰক কিয় পথাৰৰ উৎপাদিত শস্যত কৈ কোনো গুণে বেছি নহয়।

৩। **মোল্লাৰ দৌৰ মছজিদ ঃ** মুছলমান সকলৰ গাঁৱলীয়া (মোল্লা) ধৰ্ম গুৰু বিলাক সাধাৰণতে অল্প শিক্ষিত হোৱা দেখা যায়। তেওঁলোকে মছজিদত নামাজ পঢ়োৱা বা ধৰ্মীয় কামৰ বাদে অন্য, বাহিৰা আও-ভাও কম বুজে। সাধাৰণতে বাহ্যিক জ্ঞানৰ পৰিসৰ কম থকা মানুহৰ ক্ষেত্ৰত এই যোজনা ব্যৱহাৰ কৰা হয়।

৪। **ঢেঠী স্বৰ্গে গেলেও নোটে পৰে ঃ** মানুহ জীয়াই থকাৰ বাবে যিকোনো কৰ্ম শিক্ষাৰ প্ৰয়োজন হয়। সেয়ে বিভিন্ন মানুহে বিভিন্ন ধৰণৰ কৰ্ম শিকি লৈ নিজৰ নিজৰ জীৱিকা নিৰ্বাহৰ পথ বাছি লয়। যেহেতুকে প্ৰতিজন ব্যক্তিয়ে যিকোনো এটা কৰ্মত পৈণত হয়, সেই হেতুকে তেওঁ বিশ্বৰ যিকোনো ঠাইত গ'লেও, সেই কৰ্ম কৰিয়েই খাব লাগিব। কোনোবাই নিজৰ কৰ্মক্ষেত্ৰৰ বাহিৰত গৈ অন্যৰ কামত অনধিকাৰ হস্তক্ষেপ কৰিলে এই যোজনা ব্যৱহাৰ কৰে।

৫। **আগেৰ হাল যেইনদা যায় পাছেৰ হাল সেইনদা যায় ঃ** যিকোনো পৰিয়ালৰ অগ্ৰজ সকলে তাৰ কাম-কাজ, চলন-ফুৰণ, পিন্ধন-উৰণ, খোৱা-বোৱা ইত্যাদিৰ ক্ষেত্ৰত যি অভ্যাস গঢ়ি তোলে, সেই মতেই তেওঁলোকে চিৰদিন চলে। সেইদৰে তেওঁলোকৰ পাছৰ অনুগামী সকলে, অগ্ৰজ সকলৰ নিচিনাকৈ অভ্যাস গঢ়ি তোলা অৰ্থত এই যোজনা ব্যৱহাৰ হয়।

৬। **কলা চোৰেৰ মাথায় ফাতৰা ওৰে ঃ** যেনেকৈ কোনোবাই কল চুৰি কৰিলে তাৰ মুৰত ফাতৰা (শুকান কল পাত) থকাৰ লক্ষণ থাকিব পাৰে ঠিক তেনেকৈ প্ৰতিটো কু-কৰ্মকাৰীৰ কিছুমান লক্ষণ ধৰা পৰে। গতিকে কোনোবা কু-কৰ্মকাৰীৰ লক্ষণ ধৰা পৰা বুজাবলৈ এই যোজনা ব্যৱহাৰ কৰা দেখা যায়।

৭। **"নাই দেশে বিছা কলা সন্দেশ" ঃ** যি ঠাইত কোনো উপযুক্ত মানুহ নাই সেই ঠাইত সাধাৰণ অল্প বিদ্যাৰ মানুহ এজনেই ডাঙৰ পণ্ডিত হৈ পৰে তেনেকুৱা অৰ্থত এই ফঁকৰা ফাঁকি ব্যৱহাৰ কৰা হয়।

৮। **"ঝড়িতে বগ মৰে ফকিৰেৰ কেৰামতি বাঢ়ে" ঃ** গাঁৱলীয়া চহা মানুহৰ মাজত কিছু ফকিৰ (তন্ত্ৰ-মন্ত্ৰ জনা মানুহ) থাকে। তেওঁলোকে সকলো ধৰণৰ কাম-কাজ তন্ত্ৰ-মন্ত্ৰৰে কৰিব পাৰে বুলি নিজকে জাহিৰ কৰে। বেমাৰ-আজাৰ ভাল কৰা, বৰষুণ-ধুমুহা আনি দিয়া ইত্যাদি কৰ্মবোৰ তেওঁলোকে তন্ত্ৰ-মন্ত্ৰৰেই কৰিব পাৰে বুলি কয়। আচলতে ই গো কাট মিছা কথা। যেনেকৈ ধুমুহাত গছত থকা বগলী মৰিলেও ফকিৰৰ তন্ত্ৰ-মন্ত্ৰতে মৰা বুলি দাবী কৰে। কোনোবাই মিছাতে ভাল কাম কৰাৰ দাবী কৰিব খুজিলে সাধাৰণতে এই যোজনা ব্যৱহাৰ কৰে।

৯। **"সম্বল থাকতে ৰাইখা খাও দিন থাকতে হাইটা যাওঁ" ঃ** জীয়াই থকাৰ বাবে সকলো মানুহৰে সঞ্চয়ৰ প্ৰয়োজন। সঞ্চয়ক কেন্দ্ৰ কৰি প্ৰতিজন ব্যক্তিয়ে ভৱিষ্যৎ ৰচনা কৰে। নিজৰ সামৰ্থ্যৰ ওপৰত ভিত্তি কৰি যিসকল ব্যক্তিয়ে ভৱিষ্যতৰ কথা চিন্তা কৰি পৰিয়াল পৰিচালনা কৰে, তেওঁলোকৰ কেতিয়াও বিপদ-আপদ নহয়। নিজৰ সম্বলৰ ওপৰত হিচাপ-নিকাচ কৰি চলাটো প্ৰতিজন মানুহৰে কৰ্ত্তব্য।

১০। **"ঠেঠা ঢেহীৰ শব্দ বেশি" ঃ** প্ৰায় প্ৰতিখন সমাজতেই একশ্ৰেণীৰ মানুহ আছে, যি সকলে নিজকে অতি ডাঙৰ বুলি গৌৰৱ কৰি চলে। কোনো বিষয়ত জ্ঞান নেথাকিলেও বেছি জনা বুলি দেখুৱাব খোজে। তেনে অৰ্থত এই ফঁকৰা

ফাকি ব্যৱহাৰ কৰা হয়।

১১। **'জাতেৰ ধাৰা নেংগুৰ খাড়া'** ঃ

১২। **'গাই গুণে ঘি মাও গুণে ঝি'** ঃ

১৩। **'এক্কু জাতেৰ জাত খিবাৰ নাগালে দাঁত'** ঃ

এই তিনিটা ফঁকৰাই মানৱ জাতিৰ যিকোনো বংশৰ জন্মগত চৰিত্ৰক বুজায়। পুৰ্বপুৰুষৰ সকলো ধৰণৰ চৰিত্ৰ উত্তৰ পুৰুষৰ বংশধৰ সকলৰ মাজত যুগে যুগে চলি থাকে। সৰু-ডাঙৰ, কলা-বগা কিছুমান বেমাৰ-আজাৰ ইত্যাদি বংশানুক্ৰমে ঘটি থাকে। ইয়াকে বুজাবলৈ ফঁকৰা তিনিটা ব্যৱহাৰ কৰা হয়।

১৪। **'জোলাইতা গৰুৰ নেংগুৰে তেল'** ঃ যিকোনো মানুহৰে সহজাত প্ৰবৃত্তি হৈছে, নিজৰ নিজৰ বস্তু সমূহ অতি যতনে ৰখা। নিজৰ ল'ৰা-ছোৱালীক তাৰ মাক-বাপেকে যিদৰে মৰম আৰু যত্ন কৰে, অইনে সেইদৰে কেতিয়াও নকৰে। প্ৰত্যেকৰে নিজৰ বস্তুৰ প্ৰতি দেখুৱা অপৰিসীম মৰম ভালপোৱাক বুজাবলৈ এই ফাঁকি যোজনা ব্যৱহাৰ হয়।

১৫। **'মইশেৰ শিংগা মইশেৰ কাছে ভাৰ লাগে না'** ঃ মহৰ শিং যিমান ডাঙৰ নহ'লেও নিজৰ ওচৰত কেতিয়াও গধুৰ নহয় ঠিক যেনেকৈ কোনোবা কুজাৰ পিঠিৰ কুজ অইনৰ ওচৰত বিকট হ'লেও তাৰ নিজৰ ওচৰত বিকট নালাগে। আকৌ কোনোবাৰ ডাঙৰ পৰিয়াল বেলেগৰ ওচৰত গধুৰ যেন লাগিলেও তাৰ ওচৰত সাধাৰণ যেন লাগে। এনেকুৱা অৰ্থতেই এই ফাকি ফঁকৰা যোজনা ব্যৱহাৰ হয়।

১৬। **'ভাংগা নাও সি চলে জাগে না'** ঃ এজন ব্যক্তি লাখ লাখ টকা উপাৰ্জন কৰিলেও সঞ্চয় নকৰিলে সেই উপাৰ্জনৰ কোনো মূল্য নাথাকে। ঘৰৰ গৃহিনীয়ে সঞ্চয়ৰ অভ্যাস কৰিব লাগে। গৃহিনী যদি বেছি খৰচী হয় সংসাৰত কোনো দিনেই উন্নতি নহয়।

১৭। **হাগা আইলে বাঘা মানেনা** ঃ পাইখানাৰ জোৰ হ'লে বাঘৰ ভয়কো নেওচিব পৰা হোৱাৰ দৰে প্ৰয়োজন বসত ডাঙৰ বিপদকো আওকাণ কৰি কৰ্মক্ষেত্ৰত যাব লগা হয়। তেনে অৰ্থ এই ফঁকৰা ফাঁকি ব্যৱহাৰ হয়।

ইয়াৰ উপৰিও আৰু কেইটামান ফঁকৰা যোজনা সংক্ষিপ্ত অৰ্থৰে সৈতে উল্লেখ কৰা হ'ল।

১৮। **ঠেলায় পৰলে বাঘেও ঘাস খায়** ঃ বিপদত পৰিলে সাত পুৰুষত নকৰা কামও কৰিব লগা হয়।

১৯। **বাপ পুৰুষে ঘোঁৰা নাই লাগাম ধইৰা টানে** ঃ সামৰ্থ নথকা বস্তু এটা লৈ আশা কৰা।



২০। **বেচা গৰুৰ দাঁত দেহা** ঃ পাৰ হৈ যোৱা কামৰ দোষ বিচৰা।

২১। **যে জাননো টিপেৰ ভাও তাৰ কাছে টিপ-টিপাও** ঃ নজনা মানুহৰ ওচৰত সেই বিষয়ে সোধ-পোছ কৰা।

২২। **চোৰে চোৰে আলি এক চোৰে বিয়া কৰছে আৰেক চোৰেৰ শালি** ঃ বেয়া স্বভাৱৰ মানুহে বেয়া স্বভাৱৰ মানুহৰ লগতহে সম্বন্ধ পাতে।

২৩। **মৰাৰ উপৰে খৰা ঢালা** ঃ দুখীয়াক অত্যাচাৰ কৰা।

২৪। **কয়লা ধুইলেও ময়লা যায়না** ঃ বেয়া স্বভাৱৰ মানুহক ভাল কৰা টান।

২৫। **তেলীৰ মাথায় তেল দেওৱা** ঃ যাৰ প্ৰয়োজন নাই তাক দিয়া আৰু প্ৰয়োজন থকা মানুহক নিদিয়া।

২৬। **মানলে তাল গাছ নামানলে চুল গাছ** ঃ মানি জনক মান্য কৰিব লগা অৰ্থত।

২৭। **যাৰ যেমন মাথা তাৰ তেমন ব্যাথা** ঃ যাৰ যেনেকুৱা প্ৰয়োজন তাৰ তেনেকুৱা আয়োজন।

২৮। **নওসা কন্যা ৰাজী কি কৰবো গেৰামেৰ কাজী** ঃ দুই পক্ষৰ মিল থাকিলে বিচাৰকে একো কৰিব নোৱাৰে।

২৯। **এক দেশেৰ ঠাকুৰ ভিন দেশে কুকুৰ** ঃ এঠাইৰ মান্য ব্যক্তি অন্য ঠাইত সন্মান নাপাবও পাৰে।

৩০। **ছোট মুখে বৰো কথা** ঃ সৰু মুখত ডাঙৰ কথা।

৩১। **মোটা বলদ পালেৰ শোভা** ঃ নোদোকা ব্যক্তি কামত লেহেম।

৩২। **যাৰ মউত যেনে নাও ভাৰা দিয়া যায় হেনে** ঃ যাৰ ভাগ্যত যি আছে সেইটো হ'বই।

৩৩। **নিহাৰ বউ ঘাটে গেলো আইলো বা নাআইলো** ঃ অনাদৰৰ বস্তু হেৰাই গ'লেও বিশেষ আপত্তি নাথাকে।

৩৪। **বিপদে পৰলে চাম চিকাও পিট বায়** ঃ সবলীয়ে বিপদত পৰিলে দুৰ্বলীয়েও ইতিকিং কৰে।

৩৫। **গপ্পে দুৱাৰ ফাটে হাৰি পাতিল কুত্তায় চাটে** ঃ অপদাৰ্থজনে নিজকে ডাঙৰ বুলি জহাই ফুৰা।

৩৬। **পৰেৰ বাৰীৰ পিঠা খাইতে নাগে মিঠা** ঃ বেলেগৰ পিঠা সোৱাদ বেছি।

৩৭। **মাছেৰ তেল দিয়া মাছ ভাজা** ঃ বেলেগৰ বস্তুৰে বেলেগক তুষ্ট কৰা।

৩৮। **যাৰ মনে যা ফাল দিয়া উঠে তা/চোৰেৰ মন পুলিস পুলিস** ঃ

৩৯। **এক ইটে মছজিদ হয় না** ঃ সমূহীয়া কাম অকলশৰে নহয়।

৪০। **কেউ নাচে ধনে জনে কেউ নাচে বোচা কাণে** ঃ অৱস্থা সম্পন্ন মানুহক

দুখীয়া মানুহে অনুকৰণ কৰা।

৪১। খালি হাড্ডি কুত্তায় চাটেনা ঃ স্বাৰ্থ নাথাকিলে কোনোৱে কাকো উপকাৰ নকৰে।

৪২। নাইয়াৰ এক নাও নিনাইয়াৰ হাজাৰ নাওঁ ঃ নিজৰ বস্তু নথকা মানুহে বেলেগৰ বস্তুৰে চলা বুজায়।

৪৩। ব্যেল পাকলে কাঁইয়াৰ আশা নাই ঃ সামৰ্থ নথকা বস্তুলৈ আশা কৰা।

৪৪। সতীনেৰ ছিৰা খেতা দেখলেও শৰীৰ জ্বলে ঃ প্ৰতিদ্বন্দ্বিতাৰ যিকোনো বস্তুতে ঈৰ্ষা হয়।

৪৫। অকামিলা নাপিতেৰ ধামা বোজাই ক্ষুৰ ঃ এলেহুৱা মানুহৰ কামৰ বাবে সা-সৰঞ্জাম বেছি থকা।

৪৬। দৌৰেৰ আগে কিলেৰ পাছে ঃ দুৰ্বলীৰ বাহিৰত দপ্‌দপ্‌নি।

৪৭। জানেনা ইৰিবিৰি কইৰবাৰ চাঁও মুন্সীগিৰি ঃ একো নজনা মানুহে ওস্তাদি কৰা।

৪৮। বাস্ম্যা গেলে ভুৰায় লাথি ঃ কোনো বস্তুৰ প্ৰয়োজনীয়তা পাৰ হ'লে তাক অনাদৰ কৰা।

৪৯। বামুনে বচন পৰে ফকিৰে কয় কাঁৰ ঘণ্টায় শুনে ঃ কাৰোবাৰ প্ৰয়োজনীয় কথা কাৰোবাৰ ওচৰত অপ্ৰয়োজনীয়।

৫০। নাপিত দেখলে নৰুল বাৰে/নাপিত দেখলে কাইয়া আঙুল বাৰে ঃ অপ্ৰয়োজনীয় বস্তু দেখাৰ পিছত প্ৰয়োজন অনুভৱ কৰা।

৫১। পেট ভালোনা আওলা চাইলেৰ দোষ ঃ কাম কৰিব নজনা জনে কাৰবাৰ দোষ বিচাৰি ফুৰা।

৫২। এক কাম কৰলে আৰাক কাম হয়না ; বউ নাইওৰ দিলে পোলাহান হয়না ঃ একেলগে এজনৰ দ্বাৰা দুটা কাম নহয়।

ইয়াৰ উপৰিও শত শত ফঁকৰা যোজনা মিঞা মুছলমান সমাজত অতি প্ৰাচীন কালৰে পৰাই যুগে যুগে চলি আহিছে।

*সংগ্ৰহ ঃ ১। কৰিম পাগলা, নদীয়ালপাৰা, জিলা ঃ বৰপেটা*
*২। গোলাম হুছাইন, কোকিলা, জিলা ঃ বঙ্গাইগাওঁ*
*৩। সহৰ আলী আকন্দ, বগুলামাৰী, জিলা ঃ বৰপেটা*
*৪। মিজানুৰ ৰহমান, সোনাবাৰী, জিলা ঃ বৰপেটা*
*৫। সাহাব উদ্দিন, গাধোৱা, জিলা ঃ মঙ্গলদৈ*
*৬। আব্দুল হামিদ, শাওৰাচৰা, জিলা ঃ বৰপেটা*



# মিঞা সমাজৰ 'মান'/ঠল্লক (সাঁথৰ)

মিঞা মুছলমান জনগোষ্ঠীৰ লোক সাহিত্যৰ অন্য এক সংযোজন হ'ল 'মান'/ঠল্লক (সাঁথৰ) বিভিন্ন সময়ত এই সাঁথৰ বিলাক ব্যৱহাৰ কৰা হয়। বিয়াৰ সময়ত দৰা-কইনাৰ সাধাৰণ জ্ঞান, বুদ্ধিমত্তাৰ পৰীক্ষা কৰাৰ সময়ত বা মাতাব্বৰ (গাওঁৰ মুখীয়াল) সকলে সামাজিক বিচাৰ-আচাৰ আদি কৰা সময়ত এই সাঁথৰ বিলাক ব্যৱহাৰ হয়। সাঁথৰ বিলাকৰ মাজেৰে সাধাৰণ জনজীৱনত সন্মুখীন হোৱা বহু প্ৰশ্নৰ উত্তৰ পোৱা যায়। মিঞা মুছলমান সমাজৰ কথিত দোৱানত সাঁথৰ বিলাকক "ঠল্লক" বা মান বুলি কয়। তলত কিছুমান সাঁথৰ আৰু তাৰ উত্তৰ মিঞা দোৱানত উল্লেখ কৰা হ'ল।

১। এন কেন ছালামালেক নেন
নওসা আইছে বিয়া কইৰবাৰ
আপনেৰা আইছেন কেন?
উত্তৰ ঃ ডোৱা নিল গৰগৰাইয়া
উঠান নিল সোঁতে
নওসা আইছে বিয়া কইৰবাৰ
আমৰা আইছি সাতে।

২। তুমি হাজী, তুমি কাজী
তুমি মুন্সি মৌলবী
মুৰগীৰ গলায় দিয়া ছুৰি
জবহ কৰলা কি?
উত্তৰ ঃ শালা শালা পঙ্গু শালা
তুমি শালা ঠগ
মুৰগীৰ গলায় দিয়া ছুৰি
জবহ কৰ্‌লাম মুৰগ।

৩। তুমি গেছিলা হশুৰ বাড়ী
খাইয়া আইলা আশি টেহাৰ খাসি
সাতে কইৰা নিয়া আইলা
ওইডা মাও না মাসী?
উত্তৰ ঃ আমি গেছিলাম হশুৰ বাড়ী
খাইয়া আইলাম আশি টেহাৰ খাসি
সাতে কইৰা নিয়া আইলাম
আন্দৰ বাড়ীৰ দাসি।

৪। নাজাইনা কইয়ো না কথা
বেশী কওয়া পাপ
উনিৰ হশুৰ হইলগিয়া
আমাৰ হশুৰে বাপ। কওতো আমাগো সম্পর্ক কি?
উত্তৰ ঃ ফুৰা শশুৰ (পেহা শশুৰ)
৫। আইছে যত জন, আৰ আইবো ওত জন
আৰো আইবো তাৰ আধা
আৰো আইবো তাৰ পাই
আৰো একজন আইবো যহন
শত পুৰা হইব তহন
কওতো পৰ্থমে আইলো কয়জন?
উত্তৰ ঃ ৩৬ জন।
৭। তিন তেৰ দিয়া বাৰ, নও দিয়া যোগকৰ
মোৰ স্বোৱামীৰ এই নাম,
পাৰ কইৰা দেও নাইওৰ যাম।
স্বামীৰ নাম কি?
উত্তৰ ঃ শাইটা।
৮। আইয়োৰা বানাইছে পান
তিনটা জোনাৰেৰ তেইশটা কাণ
এই মান ভাঙিয়া পান খাইয়া যান?
উত্তৰ ঃ ৰাবনেৰ বিশ কাণ, মানুযেৰ দুই কাণ
ও হামুকেৰ এ কাণ। মুঠ তেইশ কাণ
৯। হাতুৰ বাটাল বাইশ হান
চোৰে নিল তিন হান
থাকলো কয় হান?
উত্তৰঃ একটাও না।
১০। আমৰা দইডা জামাই হশুৰ
তোমৰা দুইডা ভাই।
গাছে আছে তিনডা নাৰিকেল
একটা কইৰা চাই
উত্তৰ ঃ দুই ভাই এজন শহুৰ।
১১। আশি টেহাৰ খাসি, জলে ডুইবা মইলো



শোৰা শ শগুণে খাইলো
একটাৰ ভাগে কত কইৰা পইলো?
উত্তৰ ঃ ৬৪ পয়সা কইৰা।
১২। আক্কাশেতে তিৰিবিৰি
চৌডালে তাৰ বাসা
আন্ধাৰে গিলিলো ছাও
এত বড় তামসা?
উত্তৰ ঃ মেকুৰী পোৱালী।
১৩। আবায় তন ধাবাইলো বুড়ী
বুড়ীৰ চোক আট কুৰি
উত্তৰ ঃ আনাৰস।
১৪। আবায় তন ধাবাইলো পাঠা
পাঠাৰ গোৰা আঠা আঠা
উত্তৰ ঃ কঁঠাল।
১৫। ধবলাম জাইতা
দিলো মুইতা
উত্তৰ ঃ লেবু।
১৬। তিন অক্ষৰে নাম যাৰ
উইৰা যাইতে পাৰে
শেষেৰ অক্ষৰ বাদ দিলে
হাঁসি তামছা চলে?
উত্তৰ ঃ শালীক ও শালী।
১৭। চালে ধৰে পানীত ঝম্প
ঘৰে বৈসা কৰে কাম
তিন জোনাৰেৰ এক নাম
কওতো কি?
উত্তৰ ঃ কুমাৰ, কুমৰা (কোমোৰা) কুমিৰ (ঘৰিয়াল)
১৮। চাইৰ কলসি উপৰ কৰা
কলসি বোজাই দধ ভৰা
কলসি হইল টাকনি ভৰা
কওতো কি?
উত্তৰ ঃ গাইয়েৰ বাট (গাইৰ ওহাৰ)

১৯। আমাৰ নগে নাই ; তোমাৰ নগেও নাই
হাট বাজাৰেও নাই,
ভাইঙ্গা চুইৰা কইয়া দিলাম, তাওতো বুজ নাই
উত্তৰ ঃ মানুষেৰ নাই (নাভি)
২০। একটা ঘৰে নওটা ধন্যা
একটা ধন্যায় নওটা ছিগা
একটা ছিগায় নাওটা পাইল্লা
একটা পাইল্লায় পাঁচস্যেৰ কইৰা চিনি
কোনটা কতুৰি হইলো?
উত্তৰ ঃ ছিঘা ১৮ টা।
পাইল্লা — ৭২৯ টা
চেনি — ৯১ মোন
২১। ৰূপ সুন্দৰীৰ মুখ কালা
মানুষ দেইহা পলায় ভালা
যদি শয়, তালি আৰ উঠেনা?
উত্তৰ ঃ বুকেৰ দুধ।
২২। খাইবাৰ বস্তু নয় কিন্তু সব লোকেই খায়
যুৱকে খাইলে পৰে চাইৰো দিকে চায়
বৃদ্ধলোকে খাইলে পৰে কৰে হায় হায়
পোলাপানে খাইলে পৰে গৰা গৰি যায়।
উত্তৰ ঃ আছাৰ খোৱা (আছাৰ খাই পৰা)
২৩। খাই যাৱে দেহি নাই
তাও কৰে খাই খাই।
উত্তৰ ঃ বতাহ।
২৪। হাত আছে হাত নাই
হাত বাৰাইলে পাইতে নাই
উত্তৰ ঃ কনুই।
২৫। আগে যায় ফিৰা চায় ওইডা তোমাৰ কে?
ওৰ হশুৰ আমাৰ হশুৰেক বাবা বইলাছে।
উত্তৰ ঃ শাশু আৰু ঘৈণীয়েক।
২৬। অলি অলি পখি গুলা
গলি গলি যায়



সর্ব অঙ্গ খুইলা দিয়া
চোক খুইলা খায়।
উত্তৰ ঃ বিড়ি।
২৭। পাণ খাও পাণুৱা ভাই
কথা কও ঠাৰে
এই পানেৰ জন্ম হইল
কোন অৱতাৰে
যদি না কইতে পাৰো
পানেৰ জন্মেৰ কথা
ছাগল হইয়া খাও তুমি
সৰা গাছেৰ পাতা
উত্তৰ ঃ পাণ খাই পাণুৱা ভাই
কথা কই ঠাৰে
এই পানেৰ জন্ম হইলো
কৃষ্ণ অৱতাৰে
২৮। নৰ নয়, নাৰী নয় সর্ব দেহে আছে
জীৱ নয়, জন্তু নয় ভয় পায় পাছে
মাতৃৰ গৰ্ভে পিতৃৰ ঔৰসে জন্ম তাৰ নয়
সর্ব ৰঙ্গে বিৰাজ কৰে সর্ব শাস্ত্রে কয়
কি নাম বলোহে ভাই জপিলে হয় পূণ্য
তাৰ নাম লইলে সবে হয় ধন্য ধন্য।।
উত্তৰ ঃ আল্লা (ঈশ্বৰ)
২৯। দুই আখৰে নাম যাৰ আছে সর্ব নৰে
ওইডাকে ছাৰিলে তাৰা নাৰীৰ ৰূপ ধৰে
বাল্যকালে নাই সৰে জৈৱনে উদয়
সাধুলোকে পাইলে তাৰে যত্ন কইৰা লয়
কি আচাৰ্য্য শোভা তাৰ অতি মনোৰম
জান' যদি বল' এই কোন জন।
উত্তৰ ঃ দাৰী।
৩০। ওই যে গেল এই যে, আইলো।
উত্তৰ ঃ চকু।
৩১। এক শালিকেৰ দুই মাথা শালিকগেল কলিকাতা।

উত্তৰ ঃ নাও।

৩২। কালাকচু জলে ভাসে হাড্ডি নাই তাৰ মাংস আছে।

উত্তৰ ঃ জোক।

৩৩। তোমাৰ নাই আমাৰ নাই তোমাৰ আছে আমাৰ আছে।

উত্তৰ ঃ নাভি।

৩৪। ইত ঘুগুৰ পিত কাণ কোন ঘুগুৰ তিন কাণ। উত্তৰ ঃ চুলা/হাইসাল।

৩৫। দিলে খায়না না দিলে খায়।

উঃ টোনা।

৩৬। আমি ৰইলাম ডালে তুমি ৰইলা খালে

একদিন দেহা হইব মৰণেৰ কালে।

উত্তৰ ঃ জলকীয়া আৰু মাছ।

৩৭। কান্ধে আহে কান্ধে যায় হাটে যাইয়া পিটন খায়।

উত্তৰ ঃ ঢোল।

৩৮। ফুচকী পাৰে ফুচকী পাৰে ধইৰা আইনা আছাৰ মাৰে।

উত্তৰ ঃ নাকৰ হেঙুন।

৩৯। ইল বিল শুকাইয়া গেল গাছেৰ আগায় পানী।

উত্তৰ ঃ নাৰিকেল।

৪০। ধৰে দশ বলদে মাৰে দুই বলদে।

উত্তৰ ঃ মূৰৰ ওকণি।

৪১। এক থালি শুবাৰী গুণতে লাগে বেপাৰী।

উত্তৰ ঃ আকাশৰ তৰা।

৪২। খাইলে খাৰা হয় নাখাইলে শুইয়া পৰে।

উত্তৰ ঃ বস্তা।

৪৩। এক পাত্রে দুই ৰহম পানী।

উত্তৰ ঃ ডিম/কণী।

৪৪। আবায় থাইকা বাৰাইলো টিয়া নালটুপী মাথায় দিয়া।

উত্তৰ ঃ কলডিলা।

৪৫। ঘৰ আছে তাৰ দুৱাৰ নাই মানুহ আছে তাৰ কথা নাই।

উত্তৰ ঃ কবৰ।

৪৬। [illegible]

[illegible]

উত্তৰ ঃ [illegible]



৪৭। মাইটা দোনা কাঠেৰ গাই ৰাইতে পানাই দিনে খাই।

উত্তৰ খেজুৰ ৰস।

৪৮। আয়ৰে ভাই পাহাৰে যাই, পাহাৰে যাইয়া গোটা খাই

গোটা আছে তাৰ বোটা নাই।

উত্তৰ ঃ ডিম/কণী।

৪৯। প্ৰথম বয়েসে দুই সিং মধ্যেৰ বয়েসে ক্ষয়

আবাৰ শেষেৰ বয়েসে দুই শিং কোণ শাস্ত্রে কয়।

উত্তৰ ঃ চন্দ্ৰ।

৫০। পাণ খাও পাণুৱা ভাই কথা কও ঠাৰে

বিনা বন্ধনে বাইন্ধানেও আপোন আপোন ঘুৰে।

উত্তৰ ঃ স্ত্রী।

সংগ্ৰহ ঃ ১। আব্দুল কৰিম পাগলা, নদীয়াল পাৰা, বৰপেটা

২। গোলাম হুছেন, কোকিলা, বঙ্গাইগাওঁ

৩। হাকিম উদ্দিন তালুকদাৰ, বিলৰটাৰী, বৰপেটা

৪। শওকাত আলী, ডিমাপুৰ, বৰপেটা।

## মিঞা সমাজত চলি থকা কিছু “বচন”

অসমৰ মিঞা মুছলমান জনগোষ্ঠীৰ মাজত প্ৰাচীন কালৰ পৰাই কিছুমান “বচন” মানুহৰ মুখে মুখে চলি আহিছে। এই বচন সমূহ সাধাৰণতে কৃষি কৰ্ম মানুহৰ চলন-ফুৰণ তথা দৈনন্দিন কাম-কাজৰ ক্ষেত্ৰত ব্যৱহৃত হয়। এই বচন বিলাক পৰম্পৰাগত ভাবে মুখে মুখে চলি আহিলেও ইয়াৰ কিছু তাত্বিক মূল্যাংক নথকা নহয়। কৃষি কৰ্মত ব্যৱহৃত “বচন” বিলাকৰ লগত সংগতি ৰাখিয়েই এই কৰ্মত আগবঢ়া পৰিলক্ষিত হয়। মিঞা মুছলমান সমাজত প্ৰচলিত কিছু বচন তলত উল্লেখ কৰা হ'ল।

১। শাওণেৰ পুবা ভাদ্দুৰেৰ বাৰ

এয়াৰ মধ্যে যত পাৰ।।

অৰ্থাৎ গোটেই শাওণ মাহত আৰু ভাদৰ মাহৰ ১২ তাৰিখৰ ভিতৰত শালি ধান ৰুলে শস্য ভাল হয়।

২। যোল্ল চাষে মূলা।

তাৰ অৰ্দ্ধেক তুলা।।

তাৰ অৰ্দ্ধেক ধান।

বিনা চাষে পাণ।।

অৰ্থাৎ মূলাৰ মাটি ১৬ বাৰ চহাব লাগে। তুলা (কঁপাহ) খেতিৰ মাটি তাৰ আধা চহাব লাগে। ধানৰ মাত্ৰ ৪ বাৰ। পাণ খেতিৰ বাবে মাটি চহাবৰ প্ৰয়োজন নাই।

৩। থোড় তিৰিশে।
ফোলে বিশে।।
ঘোঁৰা মুইখা তেৰ জাইন।
বুইঝা সুইজা কাইটো ধান।।

অৰ্থাৎ— ত্ৰিশ দিনত ধান থোৰ হয় আৰু তাৰ পিছত কুৰি দিনত ফুলে। ধানৰ থোক ঘোৰাৰ ডিঙিৰ নিচিনা হালি পৰাৰ ১৩ দিন পিছত ধান কাটিব লাগে। অন্যথায় ক্ষতি হোৱাৰ সম্ভাৱনা থাকে।

৪। আশ্বিনেৰ উন্নিশ কাতিৰ উন্নিশ।
বাদ দিয়ে কালাই বুনিশ।।

অৰ্থাৎ— আহিন আৰু কাতি মাহৰ উনৈশ বাদ দি মাহ ছটিয়াব লাগে। অন্যথায় ফলন ভাল নহয়।

৫। খাটে খাটুয়া লাভেৰ গাঁতি।
তাৰ অৰ্দ্ধেক কান্ধে ছাতি।।
ঘৰে বইসা গল্প কৰে।
তাৰ ঘৰে হাৰি না পৰে।।

অৰ্থাৎ— যি জন ব্যক্তিয়ে নিজহাতে কৃষি কৰ্ম কৰে আৰু কামলাক লগত ৰাখি খটাব পাৰে, তেওঁ কেতিয়াও নিষ্ফল নহয়। তেওঁ প্ৰচুৰ অৰ্থ উপাৰ্জন কৰিব পাৰে আৰু যিজনে নিজহাতে পৰিশ্ৰম নকৰি কেৱল ছাতি কান্ধত লৈ ঘুৰা ফুৰা কৰে তাৰ উপাৰ্জন খুব কম হয়। আকৌ যি জন ব্যক্তিয়ে কেৱল গাল গল্প কৰে কিন্তু কাম নকৰে তাৰ চিৰদিনেই অন্নৰ অভাৱ হয়।

৬। সোম শুক্ৰ গুৰু বাৰ।
ৰাজ্যে নাসয় ফসলেৰ ভাৰ।।

অৰ্থাৎ— সোম, শুক্ৰ আৰু বৃহস্পতি বাৰে শস্য ছটিয়ালে পৃথিৱীয়েও শস্যৰ ভাৰ বব নোৱাৰে অৰ্থাৎ অধিক ফলন হয়।

৭। পাঁচ শনি পায় মীনে (চত মাহ)
শগুণে মৰা নাখায় ঘীণে।।

অৰ্থাৎ— যি বছৰত চত মাহত পাঁচ শনিবাৰ পৰে সেই বছৰ ইমানেই দুৰ্ভিক্ষ হয় যে শগুণেও ঘিণত মৰা নাখায়।

৮। জাতেৰ মাইয়া কালা ভাল



গাংগেৰ পানী ঘোলা ভাল।।

অৰ্থাৎ— ভাল বংশ পৰিয়ালৰ ছোৱালী কলা হ'লেও ভাল যেনেকৈ নদীৰ পানী ঘোলা হ'লেও ভাল। এই বচন ফাঁকি সাধাৰণতে বিয়াৰ সময়ত কইনাৰ বংশ পৰিয়ালৰ গুণাগুণ বুজাবলৈ ব্যৱহাৰ কৰা হয়।

৯। ফাসা দাইতা খৰম পাইয়াযে ৰমনী হয়
তাৰে দেইহা ঘৰেৰ লক্ষী বাইৰে চইলা যায়।

অৰ্থাৎ— বিয়াৰ সময়ত কইনাৰ শাৰীৰিক অৱয়বৰ ওপৰত ভিত্তি কৰি গুণাগুণ চোৱাৰ সময়ত এই বচন ফাঁকি ব্যৱহাৰ কৰে। বচন ফাঁকিৰ অৰ্থ হ'ল যি কইনাৰ দাঁতৰ মাজত ফাঁক থাকে আৰু ভৰিৰ গেৰোহা ওখ অৰ্থাৎ খৰমৰ নিচিনা হয় সেই নাৰী ঘৰত থাকিলে ঘৰৰ আৰ্থিক উন্নতি নহয়।

১০। কম কথায় দোৱা
হাজাৰ কথায় বিয়া।।

অৰ্থাৎ— এই বচন ফাঁকিৰ অৰ্থ হ'ল আল্লা সৰ্বজ্ঞ, কম কথাতে দোৱাকাৰীৰ মনৰ কথা বুজি পায়। গতিকে দোৱা কৰোতে কম কথা ক'ব লাগে আনহাতে বিয়াৰ ক্ষেত্ৰত বিভিন্ন দিশ সামৰি বিভিন্ন কথা পতাৰ প্ৰয়োজন হয় দুয়োপক্ষৰ কিছুমান চৰ্তৰ উপৰিও দৰা-কইনাৰ সাজ-পোছাক আদি লৈও বহু ধৰণৰ কথা পতা হয় সেয়েহে প্ৰচলিত প্ৰবাদ মতে হাজাৰ হাজাৰ কথা খৰচ নহ'লে এটা বিয়া সম্পন্ন নহয়। ইয়াৰ উপৰিও আৰু অলেখ বচন এই সমাজত প্ৰচলিত আছে।

১১। কাৰবান খাইছিলাম কাচা কলাৰ ফানা
সেই জন্যে হুইলো আমাৰ মাও ডাক মানা।।
১২। যে খেলায় টাশ তাৰ হয় সৰ্ব্বনাশ।।
১৩। কইলে কওন যায় না কইলে গগণ শুকায়।।
১৪। চিৰা কও পিঠা কও ভাতেৰ সমান না
খালা কও ফুবু কও মায়েৰ সমান না।।
১৫। অদিনে চিৰা কুটে কাৰা বৰ ধান গাৰছে যাৰা।।
১৬। আগে বাইন্দো খেতেৰ আইল তাৰ পাছে খাইও নানান শাইল।।
১৭। যে জানেনা ব্যাকৰণ তাৰে শিকাও অকাৰণ।।
১৮। হাটেৰ আগে দৰবাৰেৰ শেষে।।
১৯। মাইনষেৰ মতো মানুষ হইলে অল্প কথায় বুজে
কচুৰ মতো কচু হইলে অল্প জালে সিজে।।
২০। বিধিৰ লেখন নাযায় খণ্ডন।।

২১। গাই কিনবা বিয়াইনা। বিয়া করবা শিয়াইনা।।
২২। বাপ ব্যাটাৰ চাষ চাই। তাৰ বাদে সদ্দুৰেৰ ভাই।।
২৩। গাই কিনবা পাছা টান। মাও দেইহা ঝি আন।।
২৪। বলদ কিনবা থাপৰাইয়া ঘাস খায়
জমিন কিনবা সব জাগায় পানী পায়।।
২৫। প্রেমে চিনেনা জাত বেজাত
খিদায় চিনেনা পান্তা ভাত
ঘুমে মানেনা শ্মশান ঘাট।।
২৬। খাইটা মৰে হাইলা চাযা
শ্বুৰিব ঘৰে লক্ষীৰ বাসা।।
২৭। আইজ নগদ কাইল বাকী। বাকী দেওৱাৰ নামই ফাঁকি।।
বাকী দেওৱা বৰই কষ্ট। বাকীতে হয় বন্ধুও নষ্ট।।
২৮। যে যাৰ অনুগত। তাৰে কান্দায় মনেৰ মতো।।
২৯। যত কৰ কশা কশী। তাও হবোনা তকদীৰেৰ বেশী।।
৩০। উছ কপালী চিৰল দাঁতী, পায়েৰ গোছা মোটা
আপনা পিন্ধে বাৰ' হাত কাপৰ স্বামীৰ গলায় খেথা।
৩১। চত্তুৰ মুইৰা উচা মদ্দ্যে সেও। খদ্ বদায়ে হাটে পাও।।
মাও ভাল' তাৰ ছাও ভাল'। বুআওৰে মাঝি ভাই বুআও।।
৩২। সাজ গেলে দেয় বাতি দুপুৰে বানে বাৰা।
সেই মেয়ে হইল লক্ষীছাড়া।।
৩৩। যাছিল খানা ছাইড় না দ্যেহা কথা কইয় না।।
৩৪। দুষ্ট লোকে মিষ্ট কথা। ডাক দিয়া বসায় কাছে।।
কথা দিয়া কথা নেয়। পৰান মাৰে শেযে।।

সংগ্ৰহ ঃ
১। কৰিম পাগলা, নদীয়াল পাৰা, বৰপেটা
২। বাদল খান, শাওৰাচৰা, বৰপেটা
৩। গোলাম হুছেন, কোকিলা, বঙ্গাইগাওঁ
৪। হবিবৰ ৰহমান, খেল্লী, বৰপেটা
৫। আঃ জলিল, জাহ্নৱ পাম, বৰপেটা
৬। আব্দুছ ছালাম, গাধোৰা, মংগলদৈ



# মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত নিচুকণি গীত ও ছৰা

শওকত আলী

মিঞা জনগোষ্ঠীৰ লোক সাহিত্যৰ অন্য এক আকৰ্ষণীয় সংযোজন হ'ল নিচুকণি গীত আৰু ছৰা। সৰু সৰু ল'ৰা-ছোৱালীক টোপনিওৱাৰ সময়ত বা কিবা কাৰণে কন্দা-কটা কৰিলে শান্ত কৰাৰ কাৰণে বিভিন্ন সাধু কথা, ছৰা বা নিচুকণি গীত হিচাপে গোৱা দেখা যায়। তাৰোপৰি কাম-কাজ নথকা আজৰি সময়ত সৰু সৰু ল'ৰা-ছোৱালী বা যুৱকসকলে একেলগ হৈ ছৰা আবৃত্তি কৰা দেখা যায়। কেতিয়াবা ছৰা জনা মানুহবিলাকৰ মাজত অঘোষিত প্ৰতিযোগিতা হোৱাও দেখা যায়। ঠাই ভেদে সাধাৰণতে বহুলভাৱে ব্যৱহাৰ হোৱা কেইটামান গীত বা ছৰা ইয়াত উল্লেখ কৰা হ'ল।

১। ডুলুম ডুলুম
ডুলুম ডুলুম গাছেৰ তলে
সাপ কিল কিল কৰে
সাপেৰ প্যেটে আণ্ডা
আমাগো সোণা ঠাণ্ডা।
২। আয় জোন ধৰিয়া
টাক্কা দিমু ভৰিয়া
ব্যাস্যা মাসে নাও দিমু
খৰা মাসে ঘোৰা দিমু
আমাগো সোণাৰে টুক্কু দিয়া যা।
৩। আমাগো সোণা ভাল
ঘসি কুৰাইবাৰ গ্যাল'
ঘসিৰ মইদ্ধে আণ্ডা
আমাগো সোণা ঠাণ্ডা।
৪। আয়ৰে ভাই বন্ধুৰে
কলা খাইল এন্দুৰে
কলাত নাই বিচি
পাইলাম একটা কেঁচী
কেঁচীত নাই ধাৰ

পাইলাম একটা ষাড়
ষাড়ের নাই লকেট
পাইলাম একটা পকেট, পকেটে নাই টেহা
চইলা গেলাম ঢাহা
ঢাহাত পাইলাম গাড়ী
চইলা আইলাম বাৰী
বাৰীত নাই ভাত
পেট শুকাইয়া থাক।
৫। বাবৰ কয়া শুনুইন হুজুৰ
কিবা সিন্দু নাম তোমাৰ
সভায় আইসা দিলাম পৰিচয়
কাল গেইলৰে অকাল আইলো
ছোট্টলোক সব বড় হইল
কলিৰ ব্যৱহাৰ
চেংৰি আইসা বাদশা নিলো
চইৰা আবাৰ হাতীৰ উপৰ
ভাইৰা বেং হয় বড়ো লাট
কুনি বেং হয় কালেক্টৰ
শগুণ তাব বিচাৰ কাৰক
চাপৰাশী কৈতৰ
কুটুম পক্ষী হইছে ইন্সপেক্টৰ।
কানা কুক্কা দাৰোগা ওৰে
দাৰ কাইয়া তাৰ দফাদাৰ।
হাৰগিলা হয় প্রেচিডেণ্ট
ফেছকা হয় তাৰ মুনসীবদাৰ
গবৰা শালিক কনিষ্টবল
ভাত শাৰুকে বৰো ডাক্তাৰ
এন্দুৰ হয় পঞ্চায়তী
চিকা হয় পেতগিৰি
চোৰোই আৰ পাতি কাইয়া হৈছে চকীদাৰ
মাল পোক্কা যে হশুৰ বাড়ী যায়
ঘুগৰা দিয়া গুণ টানায়



ওৰে মানিক যোৰে নায়েৰ হাইল চালয়
বেজী কৰে মস্তুল খাৰা, বিলাইয়ে বাদাম উৰায়
শংগুই গেল দাৰ টানিতে
চাম চিকায় নগী ফালায়
কানা বগ ছিট টাইনা যায়
মাছা ৰাঙাই কানি খাটাই
শিয়ালে পান বানাইয়া দেয়
উদে বইসা বইসা খায়।
৬। মাগো বাইত্তে বুগো বাইত্তে
ছাগল বিয়াইছে,
কোৰা ফুলেৰ ডোগা দিয়া
বাসী বাজাইছে।
ঐ ছেৰী তৰ নাম কি
হাৰিকেণেৰ বাত্তি,
তৰ কঁপালে নাইচতাছে
কেকৰ কেকৰ নাত্তি।।
৭। বাইৰ বাৰী কৰাতি
দুধেৰ আওটা চৰাইছি।
ভাত থুইছি জুৰাইয়া
কলা থুইছি এৰাইয়া
আমাৰ সোণা খাইবৰে
ছাইকেল দাবৰাইয়া।।
৮। খুদ কলসী খুদেৰ মালা
কম পানীতে গাৰী চালা
ৰেলগাড়ী ফেল পৰে
জামাই বৌয়ে টিকেট কৰে
গাৰী গেল’ ৰইয়া
মানুষ থাকে বৈয়া
বৰ ঘৰেৰ বিয়া
ৰিক্সা মটৰ দিয়া
কণ্ট্রলে চেনী নাই
চা দিবাৰ উপায় নাই।।

৯। নদী দিয়া যায়লো
বিছা কলাৰ ছৰী
আংগো ভাই বিয়া কৰছে
ঝিলমিলা ছেৰী
ছেৰীৰ দাঁতে মেশী
ভাই দেইখা খুশী
ছেৰী যে ভাত ৰান্ধে
চাইল ফুটেনা
ছেৰীৰ তৰকাৰীতে
নুন হয় না
এক দিন যে মাৰছিলি
হাতেৰ চুৰি ভাংছিলি
হাটে জানি যাওৱা হয়
চুৰি জানি আনা হয়
চুৰিৰ মধ্যে কুসুম ফুল
ফেইচকা ডাহে বহু দূৰ।
১০। মামুগো বাইতে বইৰা বাস
কাটতে নাগে আৰাই মাস
মামু তুমি সাক্ষী
পানীৰ তলে পক্ষী
নোট্টা আইনা খোট্টা দেও
কন্যাৰে ধইৰা বিয়া দেও
কন্যাৰ জামাই হুক্কা খায়
গৰ গৰাইয়া ধুমা যায়
সেই ধুমা কালা
কন্যাৰ জামাই আমাৰ শালা।
১১। বাশ তলা কেৰালো ছ-কি-না
কি মাছ মাৰোশলো দা-ৰ-কি-না
কচুৰ পাতা ঢাল্লা ঢাল্লা
ঘোম আশাৰ পাল্লা।
১২। আমাৰ বুবু জপেৰ খই,
পাটী বিছাইয়া টেহা নেই



অত টেহা নিমুনা
বুবুৰে বিয়া দিমুনা
অ বুবু তৰ দুলা ভাইৰ বৰ বৰ দাৰী
কাইলকা তুই চইলা যাবি মজাৰ শশুৰ বাৰী।
১৩। নিন্দ' নিন্দ' কাল বাদুৰেৰ ছাও
বাপ মাও হাটে গেছে কলা কিনে দেও
কলা খাম না কলা খাম না কলসি কিনে দেও
কলসিৰ মদ্দ্যে গুমা সাপ গুম গুম কৰে
তাৰি মদ্দ্যে বউয়েৰ বাপ দাৰী মোছোৰ পাৰে।।
১৪। ভুত' ভুত' ছইলেৰ ফুদ'
ছইল কয় মাছে গেছে
মাছ কয় চিলে নিছে
চিল কয় ডালে বইছে
ডাল কয় ছুইতেৰে কাইটছে
ছুইতেৰে কয় মৰিয়া গেছে
কবৃৰ কয় মিলিয়া গেছে
হাইলে পেল্টি চালে থুয়ে
বৌ মাৰে সোলা দিয়ে। কুকুৰু কুক্ . .

ইয়াৰ উপৰিও পুথি পৰা, কেচ্ছাগীতি, ধুৱাগান, মাগন গান, বাইচালি গান. বিয়াগান, জাৰী গান, মুর্শিদি গান, আদি অসংখ্য গীত-মাত মিঞা জনগোষ্ঠীৰ মাজত প্ৰচলিত আছে।

সংগ্ৰহ ঃ
১। সহৰ আলী আকন্দ, বগুলামাৰী, জিলাঃ বৰপেটা
২। গোলাম হুছাইন, কোকিলা, জিলা ঃ বঙাইগাও
৩। কদভানু খাতুন, বাংকাভাঙ্গা, জিলা ঃ বৰপেটা
৪। জয়গন নেছা, কচুতলা, জিলা ঃ কামৰূপ।
৫। আব্দুল খালেক, গাধোৰা, জিলা ঃ মংগলদৈ।

## পঞ্চম অধ্যায়

# বাইছালি গীত

### আব্দুল মান্নান আহমেদ

পৰিশ্ৰমী মানুহৰ বিশ্ৰাম বা মনোৰঞ্জনৰ কাৰণে খেল-ধেমালিৰ প্ৰয়োজন আছে। খেল-ধেমালি মানুহৰ জীৱনত মৃত সঞ্জিৱনী সুধাৰ কাম কৰে। চহা মানুহৰ শ্ৰমময় জীৱনত এই খেল-ধেমালিয়ে আনন্দৰ উৎসাহৰ সৃষ্টি কৰে। কৰ্মময় জীৱনত হাঁহিৰ খোৰাক দিয়ে আৰু আয়ু বৰ্ধনত সহায় কৰে।

মানুহ মাত্ৰেই অনুকৰণপ্ৰিয়। নিজৰটোক সদায় হেয় বুলি ভাবে আৰু আনৰটো উন্নত বুলি ভাবে। এনে দৃষ্টিভংগীৰ ফলতেই অসমৰ বহুত নিজস্ব খেল লুপ্ত হ'ল। মিঞা জনগোষ্ঠীৰ মাজতো প্ৰাচীন কালৰ পৰা প্ৰচলিত খেলা-ধূলা সমূহ আধুনিকতাৰ হেঁচাত লুপ্ত প্ৰায়। এনেবোৰ লুপ্ত প্ৰায় খেলবোৰ আজিকালি অবিকল ৰূপত উদ্ধাৰ কৰাটো টান হৈ পৰিছে। তেনে ধৰণৰ এবিধ খেল হ'ল নাওখেল।

বাৰিষা কালত নৈৰ বুকুত যেনেকৈ ঢৌৰ হিল্লোল উঠে ঠিক তেনেকৈ মানৰ প্ৰাণত বৰ্ষাৰ আনন্দৰ ঢৌ উঠে। মানৰ প্ৰাণৰ আনন্দৰ ঢৌবোৰ নৈ নলাৰ বুকুৰ ঢৌৰ সৈতে এক কৰি মিলাই দিবলৈ মানুহে নৈৰ বুকুত নাও খেল পাতে। নাওখেলৰ সময়ত খেলুৱৈ সকলে কিছুমান গীত গায়। এই গীতবোৰেৰে মানৰ মনৰ বৰ্ষাৰ আনন্দ প্ৰকাশ কৰা হয়। দ্বিতীয়তে খেলৰ প্ৰতিযোগীসকলে খেলত জিকিবলৈ দুৰ্বাৰ আশা মনত পোষণ কৰে। (নাওখেল) প্ৰতিযোগিতাত বাইছাল সকলক আনন্দ তথা উৎসাহ যোগাবৰ কাৰণে বয়াতি জনে হাতত খঞ্জুৰী লৈ নাচি নাচি গান গায়। আগফালে বহি এজনে দবা সদৃশ "টিকাৰা" বজাই থাকে। টিকাৰা খ্‌জুৰীৰ শব্দৰ তাল আৰু বাইছালৰ বঠাৰ ছেৰে ছেৰে মনোৰম পৰিৱেশৰ সৃষ্টি কৰে। বয়াতি জনে নিজৰ লগতে বাইছাল সকলৰ মংগলাৰ্থে বন্দনা গীত গাই যাত্ৰা কৰে। সেই বন্দনা গীতত সৃষ্টিকৰ্তাকে আদি কৰি চাৰি দিশৰ বন্দনা কৰা হয় বয়াতি ৰুচমত আলীৰ বন্দনা গীত এনেকুৱা—

প্ৰথমে আল্লাজিৰ নাম নামে নায় চাৰিলাম সকলে  
ওৰে চলো খাইগো বাইছালি খেল্‌তে।  
আল্লাহ আমিন বলোৰে মোমিন, ও মোমিনী ভাই,  
সাৰজাহানে আল্লাজিৰ নামগো মিছাৰে দুনাই।  
ঐ ..........................................



পূৰেতে বন্দনা কৰি পূবেৰ বাণু স্বৰ,  
একদিগে উদয়গো বানু চৌদিগে পোহৰ।  
ঐ ..........................................  
পূবেতে উদয়গো বানু পশ্চিমে তল হয়,  
অদলে বদলে দুই ভাই ৰজনী পোহায়।  
ঐ ..........................................  
উত্তৰে বন্দনা কৰি হিমালয় পৰ্বত,  
সেই পৰ্বত ছুটিলে দুনাই কৰিবে গায়ৰত।  
পশ্চিমে বন্দনা কৰি মক্কা মদিনা  
সেই জাগাতে লইছেন জন্ম কিতাব আৰু কোৰাণ।  
ঐ ..........................................  
দক্ষিণে বন্দনা কৰি কিৰ (ক্ষীৰ) নদীৰ সাগৰ  
সেই সাগৰে বাইছেন ডিঙা চান্দু সদাগৰ।

বন্দনা গোৱাৰ পিছতেই নাওখন উজাই নিয়া হয়। সেই সময়ত প্ৰতি পক্ষক শুনাই শুনাই বয়াতিজনে এইদৰে গীত গায়—

আমাৰ সুখ নাইৰে, সুখ পৰাণেৰ মাজি,  
দেশে দেশে ঘূৰি আমি তোমাৰ লাগিয়া।  
আইনা দিও টেল্লিং শাৰী ও মাঝি আৰ বানাৰশী,  
সেই শাৰী পিন্ধিয়া আমি হইলাম বৈদেশী।  
আমাৰ বাৰী বাইও মাঝি এমনি বৰাবৰ।  
উচা ভিটা কলা ভিটু পূৰ দুৱাৰেৰ ঘৰ।  
ঐ ..........................................  
আমাৰ বাৰীত খাইতে মাঝি খালে বিলে পানী  
জল গামছা বিজায়া গেলে আমি দিব ধুতি।  
আমাৰ বাৰীত গেলে মাঝি বসতে দিব মোৰা,  
জলপানো কৰিতে দিব চাইলা ধানেৰ চিৰা।  
ঐ ..........................................  
চাইলা ধানেৰ চিৰা মাঝিৰে বিন্নি ধানেৰ খৈ,  
গাছেৰ পাহনা সবৰী কলা গামছায় বান্ধা দৈ।  
আমাৰ সুখ নাইৰে সুখ পৰাণেৰ মাঝি,  
দেশে দেশে ঘূৰি আমি তোমাৰ লাগিয়া।

নাওখেলৰ গীত সমূহৰ মাজত সম-সাময়িক সমাজৰ সুন্দৰ চিত্ৰ পোৱা যায়।

এটা সময়ত চৰ-চাপৰিত হোকাৰ প্ৰচলন আছিল। ঘৰৰ সকলো মানুহে এই হোকা টানিছিল। তাৰ চিত্ৰ মাইনুদ্দিন বয়াতিয়ে সুন্দৰ ভাবে ফুটাই তুলিছে। গীত বিলাকত ছন্দ অলংকাৰৰ প্ৰয়োগো মন কৰিবলগীয়া যেনেঃ

এক চুলুং তামুক আনলাম গামছা বন্ধক দিয়া,
পুতেৰ বউয়ে কাইৰা নিল তিনডা লাৰা দিয়া।
তামুক যদি খাওৰে কুইৰা যাওগা বাপেৰ বাড়ী,
সাতটি বউয়েৰ সাতটি হোকা, আৰ চৈধ্যটা দেৰি।
সাত পুতেৰ বউয়ে যখন বইসা তামুক খায়,
পাৰাৰ লোকে উইয়া বলে বাড়ী জইলা যায়।
সাত পুতেৰ বৌয়ে যখন হোক্কাৰ ধুমা ছাৰে,
পাৰাৰ লোকে উইটা বলে বোম্বাই জাহাজ ছাৰে।
ডাবা না বাইন্দা বুইৰা আগে বান্‌ছে নৈ,
তামুক বুনিয়া বুঢ়া দিলো ঠাসা মৈ।

বয়াতিয়ে এই গীত গায় আৰু বাইছাল সকলে "আহা বেশ বেশ" এই ধ্বনিৰে বঠা মাৰি নাওখন বাই থাকে। আগফালে এজন বায়নে টিকাৰা বজায়। দুজন মানুহে দুফালে দুখন দীঘল বঠা লৈ বাইছ দিয়ে। মাজত থাকে তক্তা। সেই তক্তাৰ ওপৰত এজন বা ততোধিক বয়াতিয়ে হাতত খঞ্জুৰী লৈ গীত গায়। বয়াতিৰ গীত হ'ল নাওখেলৰ এটা আকৰ্ষণীয় দিশ। বয়াতি জন ধেমেলীয়া প্ৰকৃতিৰ লোক হ'লে ভাল। তেওঁৰ গীতৰ তালে তালে বাইছাল সকলে বঠা মাৰে। বঠাৰ ছেও মনোৰম।

উৎসাহ বঢ়াবলৈ অন্য গীতো পৰিবেশন কৰে। বৰপেটা জিলাৰ খাৰবাল্লী গাঁৱৰ আছমত আলী আৰু হাছেন বয়াতিৰ পৰা সংগ্ৰহ কৰা গীত বিলাকত ভিন্ন চিত্ৰ প্ৰস্ফুটিত হৈছে। হাছেন বয়াতিয়ে গোৱা এটা গীতত কাৰবালাৰ কৰুণ কাহিনীৰ সুন্দৰ বৰ্ণনা পোৱা যায়। সেই কাৰবালা প্ৰান্তৰৰ কৰুণ কাহিনী প্ৰত্যেক জন চাপৰি বাসীয়ে কম-বেছি পৰিমাণে জানে। বয়াতিৰ গীতে বাইছাল তথা দৰ্শক মণ্ডলীক অভিভূত কৰে। কাৰবালা প্ৰান্তৰত যি যুদ্ধ হৈছিল, সেই যুদ্ধত দুইজন ইমামৰ পৰিয়াল বৰ্গ নিহত হৈছিল। নুমলীয়া পুতেক জয়নাল আবেদিনে কেনেদৰে চাচা-হানিফাৰ কাৰণে বাট চাই বিলাস কৰিছে তাৰ বৰ্ণনা তলৰ গীত ফাঁকিৰ মাজেৰে প্ৰকাশিত হৈছে—

জয়নাল কান্দে এ আমাৰ চাচা আইলনা,
আমাৰ মৰণেৰ খবৰ চাচায় শুনলনা।
প্ৰথমে বিছমিল্লাহ বলে ৰণে দিলাম মেলা



ডাল তৰোৱাল হাতে নিয়ে-এ আমাৰ চাচা আইলনা।
কাৰবালাতে বন্দী জয়নাল কান্‌ছে হায়ৰে হায়,
আমাৰ মওতেৰ খবৰ জানে কোন বেটায়।
ঐ ..........................................
শোনৰে মদিনাৰ লোক শোন মনদিয়া,
দামেস্কেতে আছে জয়নাল কাৰাবন্দী হইয়া।
বিছমিল্লাহ বলিয়া কাশেম ৰণে মেলা দেয়,
ঐ ৰণেতে আৰাৰ কাশেম মাৰা যায়।
ঐ ......................................

সাধাৰণ মানুহখিনিৰ বিশ্বাস মতে কাৰবালাৰ যুদ্ধৰ সময়ত এজিদে চক্ৰান্ত কৰিছিল। এই চক্ৰান্তৰ খবৰ ইমাম দুজনে জনা নাছিল। পিছত তেওঁলোকৰ মৃত্যুৰ খবৰ হানিফাই শুনি যুদ্ধৰ কাৰণে প্ৰস্তুত হৈ মদিনালৈ আহে। যুদ্ধৰ প্ৰস্তুতি কিদৰে আবু হানিফাই কৰিছিল তাৰ চিত্ৰত বয়াতিৰ গানত পোৱা যায়—

শাম সোৱাগা ঘৰি লটকাইলো শাৰী শাৰী,
ৰণেতে দিলো মেলা সমৰ্থৰ জোৱালী।
হায়ৰাণ সাজিল হৰিকালি।
সপোন দেখিয়া হানিফা চম্‌কিয়া উঠিল।
কোথায় আছো ইষ্টি কুটুম আসিয়া দাৰাও
দামেস্কেতে আমাৰ জয়নাল, দুনো ভাই।
এই কথা জানিয়া হানিফা ঘোৰায় ছোৱাৰ হয়
ছয় মাসেৰ ৰাস্তা ছয় মিনিটে যায়।

হানিফা ছয় মাহৰ ৰাস্তা ছয় মিনিটত অতিক্ৰম কৰা কথাটো অবাস্তৱ যেন লাগে। জনসাধাৰণে অবাস্তৱকে বাস্তৱ বুলি মানি লয়। কিয়নো নবীজীৰ বংশৰ মানুহে অসাধ্য কাম কৰাটো টান কথা নহয়। হানিফা মদিনালৈ অহাৰ পিছত এজিদক হুছিয়াৰ কৰি বয়াতিয়ে। এইদৰে গাইছে—

এজিদ পলাও পলাওৰে, হানিফা আইলো মদিনায়,
ভাইবা ছিলাম পৰোৱাৰ গো তলব কৰছেন সাই।
ইমামকে মাইৰা এজিদ হইলো যাদেৰ দাৰী,
হেন কালে আসিয়া বসিলো এজিদেৰ কাছাৰী।
ঐ ...............................
মাৰিয়া গোলাম গো ছিলো নবীজীৰ নফৰ,
তাহাৰ ঘৰে লইলো জন্ম দুৰ্জন কুফৰ।

ঐ ............................

কাৰবালাৰ করুণ কাহিনীৰ বাহিৰে কিছুমান ধেমেলীয়া তথা অন্য ধৰণৰ গীতো বয়াতিয়ে পৰিবেশন কৰা দেখা যায়। সেই গীতত কানাই বা ৰাম সীতাৰ কথাও পোৱা যায়। চৰ-চাপৰিৰ মানুহখিনি যদিও মুছলমান কিন্তু গীত-মাতত হিন্দু ধৰ্মৰ বহুতো আখ্যান উপাখ্যান পোৱা যায়।

সোন্দৰ ভাগিনায় বলে মামীলো,
ও মামীৰ গাল দুইডা যেন বাতাশা।
মামী মামী বলুম তোৰে, ভালো মাইন্‌সেৰ জী
ভাগিনীৰ হাতেৰ বাশী দিয়া, তোমৰাই কৰবা কি
ঐ ..................................
আঠু জলে নাইমা কানাই ধৰে টেঙৰা মাছ,
টেঙৰা মাছ ধৰিতে কানাইৰ বাশী নিলো চোৰে গো
ঐ ................................
বাশীটো হাৰাইয়া কানাই যায়ৰে গোৱাল পাৰা
ঘৰে ঘৰে জিজ্ঞাস কৰে বাশী নচাও কেৰাগো
কানাইৰ বাশী টানে থুইয়া কানাই মাৰে মাছ,
বাশীডা হাৰাইয়া কানাই ধৰে নানান বেশ,
ঐ ..........................

ৰামে বনবাসলৈ যাওঁতে সীতাও লগতে ওলাল। ৰাজ-পোচাক খুলি বনবাসৰ সাজ পিন্ধিবলৈ লোৱাৰ করুণ মুহূৰ্তৰ চিত্ৰ বয়াতিয়ে সুন্দৰ ভাবে বৰ্ণনা কৰিছে—

আমাৰ মাথাৰি মটুক ধৰোৰে লক্ষ্মণ
আমি সীতা যাই বনবাসে,
আমাৰ গলাৰি হাসুলি ধৰোৰে লক্ষ্মণ
আমি সীতা যাই বনবাসে।
আমাৰ হাতেৰি বাজু ধৰোৰে লক্ষ্মণ
আমি সীতা যাই বনবাসে
ঐ ..........................

ৰাধা কৃষ্ণৰ প্ৰেমৰ চিত্ৰও নাওখেলৰ গীতত পোৱা যায়। ৰাধাই সখীসকলৰ লগত পানী আনিবলৈ ঘাটলৈ যায়, তাতে কৃষ্ণই বিভিন্ন লীলা কৰে। তেতিয়া ৰাধাই সখীসকলৰ আগত এইদৰে বৰ্ণনা কৰে—

ঐ আমৰা কেনে আই লাম সই,
নাগৰ কানাই আমাৰ কুল মজাইলো।



জলেৰ ঘাটে, কেনে আইলাম সই,
কেমল তোমাৰ মাতা পিতা
কেমন তোমাৰ হিয়া
একেলা পাঠাইছে ঘাটে, কাংকে কলস দিয়া
সখীৰে, কেনে আইলাম জলেৰ ঘাটে।
ভালো আমাৰ মাতা-পিতা
ভালো আমাৰ হিয়া
হাৰে সন্ধ্যাকালে আইলাম ঘাটে
কাংকে কলস লৈয়া।
কেনে আইলাম সই জলেৰ ঘাটে,
নাগৰ কানাই আমাৰ কুল মজাইলো।
ঐ .....................................

গুৰু-গম্ভীৰ গীতৰ উপৰিও কিছুমান প্ৰেমমূলক বা ধেমেলীয়া গীতৰ প্ৰচলন নাওখেলত দেখা যায়। প্ৰেমিক-প্ৰেমিকাৰ মিলনত সদায় সমাজে, ঘৰে বাধা দিয়া দেখা যায়। সেই চিত্ৰও বয়াতিয়ে নাচি নাচি গাই দৰ্শক তথা নাৱৰীয়া সকলক যথেষ্ট আনন্দ দিয়ে—

ও পিৰিত তাৰাই তাৰাই জানেগো
যাৰ সনে যাৰ গুপ্ত পিৰিত গো
অল্‌পো বয়সেৰ বন্ধু আমাৰ গো
বন্ধু মাতাৰ নাহি জানে
মধ্যে গাংগে ডিঙা বাইন্দা গো
পাৰে বইসা টানে গো
ঐ ..............................
আমাৰ বাৰী বন্ধুৰ বাৰী গো
মধ্যে নলেৰ বেৰা
হাত বাৰাইয়া পাণ দিতেগো
আবাৰ দেখলো দেওৰ ছেৰা গো।
ঐ ...........................
আমাৰ বাৰী যাইতে বন্ধুগো
মধে কেদা পানী
জল গামছা বিজায়া থাইও

বন্ধু ধুতি দিব আমি।
ও পিৰিত তাৰাই তাৰাই জানেগো
যাৰ সনে যাৰ গুপ্ত পিৰিত গো।

প্ৰেমিকে ৰাতি প্ৰেমিকা লগ ধৰিবলৈ ৰাস্তা-ঘাট ভালকৈ চিনি নোপোৱাত অসুবিধাৰ সৃষ্টি হয়। সেই কথা প্ৰেমিকাই জনাৰ পিছত প্ৰেমিকক সান্ত্বনা দি এইদৰে কয়—

পান দিলে সুবাৰী লাগে আৰো লাগে চুন,
খয়াৰ না দিলে জইলা উঠেগো, আমাৰ মনেৰি আগুন।
আসবাৰ কথা জোস্নাৰ ৰাইতে আইছাও বন্ধু আন্ধাৰে
ওৰে পাক খায়া পইৰা গেলা পাগাৰে। ঐ ...........

নামনি অসমৰ বয়াতিয়ে নাৱৰ মাজত থিয় নহৈ আগফালৰ টিঙৰ ওচৰত থিয় হৈ গীত পৰিবেশন কৰে। বয়াতি কেইবাজনো থাকে। আগৰ দিনত তাৰ নাৱৰীয়া সকলে বহিবহি বটা মাৰিছিল। আজিকালি থিয় হৈ বটা মাৰে। বিভিন্ন ধৰণৰ গীত বয়াতিয়ে গায়। "বৃদ্ধস্য তৰুণী ভাৰ্য্যা" সংস্কৃত শ্লোকটিৰ চিত্ৰ বয়াতিৰ গীতত পোৱা যায়—

চেংৰাৰ পিৰিতি বুঢ়াৰ পিৰিতি
লাগিবাৰ সময় কাঞ্চা সোনা
ভাঙ্গিলে ছাই মাটি।
কি কৰিব কোথায় যাব
দুঃখে মৰে যাই
ঐ ..............................
নাল গামছা মুগা ধুতিৰে
ও তাৰ মধ্যে মধ্যে ডোৰ
কেনে ঙেৰী পাক পাৰশ
ভাতাৰ আইছে তোৰ

ইয়াৰ উপৰিও পৰিবেশ পৰিস্থিতিৰ ওপৰত নিৰ্ভৰ কৰি বয়াতিয়ে বিভিন্ন গীত পৰিবেশন কৰা দেখা যায়।

## ধুৰা গান

*বহাগ জেঠ মাহত ভৰ দুপৰীয়া ৰ'দৰ তাপত অতি কষ্টকৰ নিৰণী কামৰ কষ্ট লাঘৱ কৰাৰ কাৰণে এই কামত নিয়োজিত কামলাবিলাকে বিভিন্ন ধৰণৰ গান পৰিবেশন কৰা দেখা যায়। বয়াতিজনে প্ৰথমে সৃষ্টিকৰ্তাৰ নাম বন্দনা কৰি গান আৰম্ভ কৰে, অন্যান্য কামলাবিলাকে বয়াতিজনৰ লগে লগে গানৰ কিছুমান নিৰ্দ্দিষ্ট কলি সমবেত কণ্ঠত আওৰাই থাকে। এই কামলাখিনিক "দোহাৰী" বুলি কোৱা হয়। বন্দনাসূচক গানবিলাক ভিতৰত— সম্পাদক*

(১) বিছমিল্লা বলিয়া সবায় কৰলাম আগমণ,
জ্ঞানী-গুণীৰ চৰণ খানি শিৰে লই এখন।
এস্ৰাফিল জীব্ৰাইল আজৰাইলেৰ কসম।
(পঃ) বন্দী ইমাম হুছেন দোমেৰ মাদাৰ— আলী আৰ ফাতেমা
ওলী উল্লা গাউচ কুতুব বন্দীগো সবায়
পীৰ পয়গাম্বৰ আছে যত জন। .........
এমা গুপ্তছিলাম ব্যাক্ত হইলাম দেখালাম নয়নে
কিঞ্চিত দয়া কইৰো মা ৰাইখা চৰণে।
ওৰে নবীৰ বেটি দুনীয়াৰ খাটি বেহেস্তৰ হাওৱালদাৰ
ফুল চিৰাতে হীৰাৰ ধাৰ মা তুমি কৰোপাৰ।
তোমাৰ আশায় বইসা আছি মা
ও মা পাৰ কৰো এইবাৰ। ........
এস্ৰাফিলে শিংগা ফুকিবে জগত হবে পানী
ডিম্ব ৰূপে ভাসপে মা জগত জননী।
মুছলমানেৰ বৰকত মা তুই .........
হিন্দুৰ ভৱানী।
আমি অতি মূৰ্খ মতি তফিজ উদ্দিন নাম
গানেৰ ওস্তাজ ওৱাহেদ আলী জাতে মুছলমান।
(২) লাইলাহা ইল্লাহু মোহাম্মদেৰ ৰাছুল
বিছমিল্লাতে শৰণ ৰাখি গানেৰে অচুল।
এই ধাৰাতে আছে আমাৰ পাক পাঞ্জাতন
পীৰ পয়গাম্বৰ ফেৰেস্তাগণ কৰিলাম বন্দনা।
ও হায় হাজী গাজী পীৰ মুৰশিদ
আউলীয়া আছে যতেক জন।
আৰশ কুৰছি লহু কলম ময়েৰি কদম

ইয়াৰ পিছতেই বয়াতিজনে বিভিন্ন ধৰণৰ দেহ বিচাৰৰ গীত আৰম্ভ কৰে।

(৩) শুনো ভাই গাছেৰ একটি কথা
গাছেৰ দুই দিগে দুইটি পাতা

আছমানেতে গাছের শিকরগো ...
জমিন দিগে মাথা।
ঠিক জানো ভাই গাছের গোৰাটি কাটা
নগ্নিযোগে গাছ মৰেণাগো .............
স্বাদের গাছ ওমনি থাকে তাজা
গাছের মধ্যে নিশান ধইৰা
বেৰায় গাছ নইৰা চইৰা
এক জাগাতে ঠিক থাকেনা গো ........
ঐ গাছের ভিতৰ দমটি ৰাখছে
দমটি যখন হইবে বাহিৰ গো .........
স্বাদের গাছ অমনি ৰবে পইৰা।
গাছের কথা কইতে ও ভাই
ছাতি ফাইটা জায়গো ..................
ছয় মাস ধইৰা গাছের নাইগো পতি
দিন কানা তুই চিনলিনা
স্বাদের গাছ মইলো হবে মাটি গো ........
(৪) ছাৰৰে মনের হিংসা নিন্দা
মিথ্যা কথা তকাব্বৰি ;
ছাৰলে হইবে শ্বৰিয়ত পৰকালেমা .........
ৰোজা নামাজ হজ্ব আৰু জাকাত
জানলে হইবে শ্বৰিয়ত
নাজনলে হইবেনা বলছে নবী মোস্তফা.........
দেহের দাইমী ফৰজ ৰোজা নামাজ
হজ্ব আৰ জাকাত ........................
নব্বৈ হাজাৰ খোদাৰ কালাম
ত্রিশ হাজাৰ তাৰ জাহিৰি
যাইট হাজাৰ বাতিনি ৰইলো
জানা হইলো না .......................
ও তাই কোৰাণে আছে প্ৰমাণ
বুৰজুব ছাৰা ছেজদা যে হাৰাম ............।
শ্বৰিয়ত আৰ হকিকত
মাৰফতে সাই ডুইবা ৰয়



জ্ঞান স্বৰূপে মুৰশিদ ধইৰা ভজ' তাৰ পায়

বয়াতিবিলাকে সামাজিক ও পাৰিবাৰিক সমস্যাৰাজিৰ ওপৰত আলোকপাত কৰি বিভিন্ন সমস্যাৰাজিৰ ওপৰত আলোকপাত কৰি বিভিন্ন কটাক্ষমূলক গান গোৱা দেখা যায়।

(৫) ও বৌ পাণ শুবাৰি আউলা পাতা খায়
তিন বেলা বেৰাইতে চায় ; শেযে বাৰাটি ওশায় .........
ও ৰে এক কুলা ধান নোটে দিয়া
ঢেঁকীৰ সনে বইছে যে খেলায় ..........................
ঢেঁহী বলে ঠেকলাম বিষম দায় ........................
তিন পৰ বাদে একটি পাৰ দেয়
অৱশেযে হালের বেলা যায় ........................
ও ৰে আৰু পতি ধন বাড়ীতে আইলে
কোলের ছাইলা দেয় ফালাইয়া
ও ৰে ঝগৰা লাগায় শাশুৰিৰ স্বনে
চাইল দিলিনা ডাইল দিলিনা
ভাত দেগা তৰ বাবাৰে ............................
মায়ে কাইন্দা ছাইলাৰ কাছে কয়
অমন জালা পৰাণে না স্বয় .............................
মাইৰে বলে ফেইচকা চুলি
বৌয়ের মাথায় তেল
খোদাৰ কাছে নালিশ কৰে
বিচাৰ কৰবে খোদায়।

এই ধুৱা গান বিলাকৰ মাজেৰে কেতিয়াবা হিন্দু শাস্ত্ৰৰ তথ্য কথাও প্ৰকাশ কৰা দেখা যায়।

(৬) আপনাৰা শুনেন সৰ্ব জন ;
আইজ আমাৰ পৰাণ,
কৰলেন জিজ্ঞাসন
ও ৰে বাল্মিকী পুৰাণের কথা
ৰাষ্ট্ৰ আছে ত্ৰিভূবন
দশৰথের ঘৰে জন্ম লইয়াছে
ৰাম আৰ লক্ষ্মণ

আমি সে কথাটি সবায় বলি
আপনাৰা শুনেন।
পঃ ৰামকে ৰাজ্য দিতে চান
সেই কথাটি শুইনা ৰাণী
হইলো বিৰাশন
সেই জন্য ৰাম লক্ষণ
বনবাসে যান ........
ও ৰে তাই দেইখা দশৰথ
হইছে অজ্ঞান ..........................
আমি ৰামায়ণে পাইছি প্ৰমাণ............
ৰাৱণৰ ভগ্নি সুৰপণখা ছিল?
ৰামচন্দ্ৰকে দেইখা তাহাৰ
কাম ভাব জাগিলো
সেই জন্যে লক্ষণ তাহাৰ
নাক কাটিয়া দিলো
ওৰে তাই দেখিয়া দুষ্ট ৰাৱণ
যুদ্ধেতে আসিলো ..............................
ও ৰে ৰামেৰ সংগে যুদ্ধ দিয়া
সীতাকে হৰিলো। ..............................
এই ধৰণৰ বিভিন্ন বিষয়ত বয়াতিবিলাকে বিভিন্ন গান গোৱা পৰিলক্ষিত হয়।

(সংগ্ৰাহক ঃ হুৰমুজ আলী)

## ধুৱা গীত ঃ

ওৰে গোলাম হুসেনেৰ মনেৰ দুঃখ,
আইওপাছে ভাই কলিৰ যুগ—
শুনেন তবে সবি বৌয়েৰ বিবাদেৰ কথা ..........
ওৰে দুই সবি বৌ ঝগড়া কৰে; আগুণ দিতে চায় ঘৰে ঘৰে,
একি হইলো যন্ত্ৰণা—
(দুই সতীনেৰ মতোন কৰে; সবি, বৌৰ মান্য ৰইলোনা)২।।
ওৰে বাবে যায় তাৰ মেয়াৰবাড়ী, মেয়েতো আল্লাদেৰ পুৰী;
আল্লাদেৰ আৰ সীমা ৰইলোনা
ওৰে খাওয়া দাওয়া আগে-পাছে; মেয়ে যায়না তাৰ বাপেৰ কাছে;



মনে মনে ৰাগ কৰে
(চোখ খাইয়া বিয়া, মনে কয় ফাঁসী লৈ গলে)২।।
এই বিয়াই বলে বিয়াইন সাফ্, কন্‌ছে কতাৰ মনস্তাপ;
বিয়াইৰেতো বাইস্তে দেহিনা;
ওৰে খ্যত্ খোলাৰ কি অবস্থা; খিদা নাগ্‌ছে আনো নাস্তা;
খিদায়তো প্ৰাণ বাচেনা
(ওৰে মাস্ তিনি গত হইলো-ম্যয়াতো নাইয়্যেৰ নিলানা)২।।
এই বিয়াইন বলে বিয়াই সাফ্; পচা মুখে গল্প সপ;
এমুন ম্যয়া ছিলো তোমাৰ ঘৰে ঃ—
ওৰে তিন বেলা তিন মাৰে ঠেলা, খাইনা আমি দুপুৰ বেলা;
খিদায়তো প্ৰাণ বাচেনা— .
ছেলাৰ কাছে বিচাৰ দিলে কুত্ত্যায়তো (গুইখাইকায়) বিচাৰ কৰেনা)২।।
বৌয়ে বলে ও বুৰি, পচা মুখে বৰাই কল্লি—
(আষ্টো দিনেৰ দুদেৰ পয়সা ও পয়সা পাণ সাদায় দিলি)২।।
আমি গোলাম অল্প বয়েসে, গিয়াছিলাম দক্ষিণ দ্যশে;
দেইখ্যা আইলাম অসম্ভব কাৰবাৰ—
ওৰে দক্ষিণ দ্যশেৰ এইনা ৰীতি, তাৰাই কৰে পাটেৰ খেতি;
শুকনায় বইস্যা পাট ছিলায়—
(আহাৰে সোণাৰ জী বৌ, তাগোৰে খাইলো পাট পচলায়)২।।
পায়েৰ শোভা পায়েৰ পাতামল, গোলখাইৰা বাগনল;
দেখতে যেমুন কৰে ঝলমল—
ওৰে পুৰুষ লোকেৰ এম্‌নি ৰীতি, মাথায় কৰে ত্যৰা শিতি;
বাংলায় বইসা টাস্ খ্যলায়
(আহাৰে সোণাৰ জী-বৌ, তাগো কৈল কামকৰ্‌তে দিন যায়)২।।
ওৰে দক্ষিণ দ্যশেৰ এমুন ৰীতি, তাৰাই কৰে পাটেৰ খেতি;
পাটেৰ টাকা তাইগো হাতে হয় ........
ওৰে পাটেৰ টাকা হাতে হইলে,
ছিপোল জুতা পায় দিয়ে,
কলেজ পাইৰা ধুতি পিন্ধিয়ে,
বিস্কুট গুণজী গায় দিয়ে,
সমাইল গামছা কান্ধে নিয়ে,
কালেৰ একখান ছাতি ফুটাইয়ে,

বাংলা পাণ মুখে দিয়া,
গোল্ড ফিলটাৰ ছিক্ৰেট লাগাইয়া,
ৰাস্তা দিয়া হাইটা যায় ঃ—
(পাটেৰ টাকা ফুৰাইয়া গেলে, বাইশাপ্ৰা গুহাটীতে যায়)২।।

এবাৰ কাল কলি কালে, বিয়া কৰায় ভাই চ্যাংৰা ছাইলে গো .....
তাৰা সে ৰংগেৰ ধুৰা গায় ..... আয় .... ওৰে

(সেই ৰং ওপুৰে দিয়া উইড়্যা যায়, তাই গোলাম হুছেন কয়)২।।
তাল ধইৰাছে খাইজৰ গাছে, দেখি নাই কোনো কালে;
একি হইলো দা-য় ... আ-য়।।
শৰি আইসা জিজ্ঞাস কৰে, বৌ-বৌ-তুমি কথা কওনা ক্যা-ন.....
(আইজ বুজি বৌ-ৰ ধৰছে মাথা, সেই জুন্নে বৌ কয়না কথা খাওয়াৰ সময় খা-য় ...)২।।
(স্বামী আইসা জিজ্ঞাস কৰে প্ৰাণ প্ৰাণ তুমি কথা কওনা ক্যান)২;
তুমি যে আমাৰ গুণেৰ স্বামী, কি কথা বল্‌বো আমি গো .....
স্বামী আমায় গয়না দেওনা ক্যান' অৰে, ছিকোল বিনে মান্‌জা খালীৰে
(আবাৰ ঝম্‌কা বিনে খালী কাণ, আমাৰ এ্যতই অপমান)২।।
(স্বামী আইসা বৌৰে কয়, প্ৰাণ-প্ৰাণ তুমি কথা কওনা ক্যান)২,
আইজ নিশি থাকো শুইয়ে, কাইল দিবো তোমায় গয়না কিনে বেইচা তোলেৰ দান।। ঐ।

ছাইলা তাক বইলা যায় — বৌ ডাক পাৰিয়া কয়;
(কোন বা দ্যশে যদিহে পতি কও আমাৰ ঠাই)২ ওৰে
শ্ৰীঘ্ৰ কইৰা এস বাড়ী-হে .... অ ..... ৰে ....
আমাৰ ৰংগ প্ৰাণ কৈল জ্বইল্যা যায়—
(কাৰবা জন্য এ্যতো খাটো কয়জন তোমাৰ খায়)২ ওৰে
(আংগো ছাইল্যা পাইল্যা নাই, আমৰা দুখিনীৰ দুই ছাও
এই সংসাৰে খাইট্যা আইনা কাৰে বান খাওয়াও)২ অহায়—
ওৰে বাইত্তে আছে বুইঢ়্যা বুঢ়ীৰে ..... ও .... অ ..... অ .... ৰে .....
তাৰা ৰাইত্ৰো দিনে ক্যাচ্‌ক্যাচায়—
(ননদ, নোনাশেৰ জ্বালায় আমি কোনক দ্যশে যাই)২ অহায়।।



(আংগো কামে কৰবো কি, বইসা কাটুগ্‌গা শিতি;
সামাইল গামছা কান্ধে নিয়ে পৰুগ্‌গা ধূতি)২,
(ওৰে সামাইল গাম্‌ছা কান্ধে নিয়াৰে .... আবাৰ বিউটি গুণ্‌জী গায় দিয়ে
(ৰাস্তা দিয়া হাইট্যা যাওগো, তাম্‌সা দেখুমনি)২ অহায় ...।।

গোলাম বলে ভাই আমি সবাতে জানাই;
(লোকায় চৰিয়া মোৰা শোগুড় বাড়ী যাই)২ অহায়।।

আবাৰ শাওড়ী বলে পাই দেয়াই— .... অ .... অ ..... ৰে;
(শাল সুমুন্‌ধিৰ বৌৰা বলে, জিৰা গুল মইচ্‌ নাই)২ অহায়।।
মোৰোগ্‌ জবাই কৰিলো— মাটিৰ তলেৰী গৈজা আলু তৰকাৰী দিলো)২,
আলু ৰইলো কাচা কুচা হে .... অ .... ৰে ....;
জামাই খাইলো নইলো খুব ভালো—
(আইচ্‌ নাগাদি বুজা গেলো বাবুৰ্চি ভালো)২ অহায়।।
(খাওয়া খুব ভালো হইলো, এদিগেতে কুদ্দুছ আলী নায়ে বিড়ি দৰাইলো)২
খাওয়া-দাওয়া অবশেষে হে .... অ ... অ ... ৰে ...,
আবাৰ গোলাম কুদ্দুছ শুইয়া পৰলো—
(বালুৰ চৰে নাওঁ লাগাইয়া আবাৰ ঘূম আসিলো)২ অহায়।।

ওৰে গোলাম হুসেন কয় শোনৰে ছায়েদ আলী
আমি বাৰে বাৰে তোমায় বলি
গুৰুৰ চৰণ ছাড়া তুই ক্যানেৰে ৰইলি ই .... ই .... ই ....;
ওৰে খোদাৰ দোস্তো মোহাম্মদ নবী, কোৰাণেতে তাই শুনি .....
তেনাৰ নূৰে ছাৰে জাহান পয়দা, বলতে আছি সবাৰ হেতা;
বুকেতে পা-থৰ বাইন্দে, কান্‌ছেন উম্মতি বলে;
ঐ আল্লায় তৰাইবেন আমাৰ উম্মতি—
আমি ডাক্‌ছি তোমায় ৰাত্ৰ দিনে এ .... এ .... এ ....।।
ৰাছুলেৰ নাভীৰ নূৰে সাত সুমুদ্দুৰ হয়
ও তাৰ ত্যৰো নদী শুন্‌তে পাই কত
সাধুলোকে জোৱাৰ ভাটা খ্যলায় আ ... আ ... আয়;
যেজন ১৬ আনা নৈয়াইসাছে, অন্যাসে পাৰ হইয়া যা .....
ও যেজন পোনে ১৬ আনা নৈয়াইসাছে—

কালো কুম্ভীৰে তাৰে ধইৰাছে—
সে নদী প্রেমেৰ খনি মুৰশিদেৰ মুখে শুনি,
সে কুম্ভীৰ খোদাৰ সনে পৰিচয় ভালো ৰয়,
কুম্ভীৰ চিনা বড় দায় আ ... আ .... আয়।।
আমাৰ মুৰশিদ চান কয় শোন্‌ৰে গোলাম
দেহো .... খুইল্যা বলি তৰে .... এ .... এ ...
ওৰে গুৰুৰ কাৰণে চৰণ সাধন না কইৰে—
যাইস্ না তুই ভৱ পাৰে,
ভৱ পাৰেতে গেলে ; বিপদ ৰবেনা তাতে,
তুমি ঐ নাম নিয়ে যাও ভৱ পাৰে,—
ও কালো কুম্ভীৰে কি কৰতে পাৰে ... এ... এ... হে।।

**(সংগ্রহ ঃ গোলাম হুছেইন)**

## বিয়া গীত

**(সংগ্রহ ঃ গোলাম হুছেইন)**

- ১নং-

উত্তৰে থিকা আইলোগো শিংৰি, কাগজে জিলিমিলি গো
দক্ষিণা বেপাৰী।।
সেইনা শিংৰি পিন্ধানা মমতাজ
মায়েৰ কোলে এইবাৰ বইসাগো
দক্ষিণা বেপাৰী।।
মায়েৰ কোলে বইসানা মমতাজ
একবাৰ মাওঁ বিলা ডাকো গো
দক্ষিণা বেপাৰী।।
আহাৰে আমাৰ সোনাৰ মাওঁ গো
যাওয়াৰ কালে কিছু দুধভাত খাইতে গো
দক্ষিণা বেপাৰী।।
যাওয়াৰ কালে কি নাবুজ কতা কইলা
ও সোনাৰ মা গো।।
ও পৰাণৰ মা গো।।



যাওয়াৰ কালে কি নাবুজ কতা কইলা
ও সোনাৰ মা গো।।

- ২নং-

হায় আমি তো জানি না, মনেৰ দুঃখে বাচিনা।
অতো দূৰে দাদী মায় ক্যেন দিল বনবাসে।।
দয়াৰ দাদা কৈছিলে বিয়া দিবো কাছে কূলে
এ্যহন দেহি তাগো বাড়ী সাত সুমুদ্দুৰ ওপাৰে।।
ঘটক বুইড়্যা কাণা চইক্যা কয় কতা ফাস্‌ফুস্ কইৰ্‌যা
বাজান কৈলো আমাৰ মাইয়া, পৰবো সুকেৰ সাগৰে।।
বাংগা চৰে বাংগা বাৰী, কিবায় থাকমু সেই ঘৰে।
ইসক্যা চালায় নওঁসা আমাৰ গুৱাহাটীৰ শহৰে।।

চন্দন গাছো কাইট্যা কৰাতি বানাইছেন কতো ৰংগেৰ ফিৰি ৰে
সেইনা ফিৰিতে বইসা গোছল কৰবো
বাপেৰ বড় বেট্যী ৰে।।
গোছোল-আছল কইৰা ৰোস্‌না - কিসেৰ বাবন ভাবৰে।
ৰোসনা যাবো পৰেৰ দ্যেশে - কে কে যাবি সাতেৰে
ঘৰে আছে আপোন দাদী - সেইডি সাথে যাবোৰে।।
ৰোস্‌না যাবো পৰেৰ দ্যেশে - কে কে যাবি সাতেৰে
ঘৰে আছে আপোন নানী সেইডি সাথে যাবোৰে।।
ৰোস্‌না যাবো পৰেৰ দ্যেশে -- কেকে যাবি সাতেৰে
ঘৰে আছে আপোন ছুট বুইন -- সেইডি সাতে যাবেৰে।।
ৰোস্‌না যাবো পৰেৰ দ্যেশে -- কেকে যাবি সাতেৰে
ঘৰে আছে আপোন গো দুলা ভাই -- সেইডিও যাবে সাতে গো।।

## মাগুন গীত

- ১নং-

আইলাম ৰে ভাই ঘুৰিয়া - গৰু বাছুৰ চৰাইয়া।
আমৰা হইলাম বাহাল ভাই -- থাকি আমৰা ঠাই ঠাই।
কৰকৰা ভাত খাইয়াৰে -- গৰু বাছুৰ লইয়াৰে।

গাংগে যাইয়া গোছোল দেই -- নয়া বই পাগাবই।
মাঘ বিহুৰ সান্দহ গুড়া -- পুশুৰাৰো চিতি পিঠ্যা।
টুনকী বাড়ী গুডু খেলা -- মদনগুটি নাওঁখেলা।
মাঘ বিহু আৰ পুশুৰায় -- ৰাহাল ভাই মাগুন গায়।
মাগুন নাৰে দুঃখেৰ গান -- শীতে ঠাণ্ডায় যায় পৰান।
পুশুৰা আৰ মাঘেৰ ৰাত -- খামু আমৰা ৰাহাল ভাত।
চাউল, ডাইল কিছু চাই -- আমৰা কিছু মাগুন চাই।
নয়া দানেৰ নয়া ভাত -- ৰাহাল ভাইৰা পাত্‌ছে হাত।
নয়া বৌয়েৰ হলদি -- মাগুন দেন জলদি।

- ২নং-

ওপাৰ যে জনতি গাছ - বড়ই জনতি দৰে।
একটা জনতিৰ পাতা ছিল্লে উলুট পুলুট কৰে।।
উলুট মাৰে পুলুট মাৰে গলায় উঠলো কাশ।
কতক খনে যাবিৰে মাতাশ্‌পুৰেৰ হাট।।
মাতাশপুৰেৰ হাটেৰে পাক্কা পাক্কা পাণ।
একটা পানেৰ বোটা ছিল্লে যাবো দাদাৰ বাড়ী।
দাদা দাদা ডাক পাৰি দাদা নাই বাড়ী।
সবুল সবুল ডাক পাৰি সবুল আছে বাড়ী।।
আইচ্ সবুলেৰ নদীৰ পাৰ কাইল সবুলেৰ বিয়া।
সবুল ৰে তুইল্যা নিবো ঢোল ঢোগোৰা দিয়া।
ঢোল ঢোগোৰাৰ দুইটি কন্যা ৰথে চইৰাছে --
একটা নিলো গোল ঠাকুৰে আৰোকটা নিলো টিয়া।
টিয়াৰ মাৰ বিয়াৰে নাল শাড়ীখান দিয়া।।
নাল শাড়ীখান উইড়া গেলো টিট্‌টি ৰাজাৰ বাড়ী -
টিট্‌টি ৰাজা টিট্‌টি ৰাজা কি কৰেন বসিয়া।
আৰ মাইৰেন না আৰ মাইৰেন না যোৰা ব্যেতেৰ বাড়ি।
কাইল সকালে উইঠ্যা দেখবেন কতো ৰংগেৰ ঘড়ী।।
কচেৰে অলদি। মাগুন দেন জলদি।।
দেন মাগুন যাই দূৰ। আংগো বাড়ী বহুত দূৰ।।

(সংগ্ৰহ ঃ গোলাম হুছেইন)



আব্দুল লতিফ (সভাপতি)



ডাঃ ছাহিদুল ইছলাম (সম্পাদক)

## প্ৰকাশন উপ-সমিতিৰ একাংশ



বহি (বাওঁফালৰ পৰা) ঃ ড° শ্বেইখ শ্বাহজামাল, আব্দুল লতিফ, ডাঃ ছাহিদুল ইছলাম, মহছীন আলী খান।

থিয় হৈ (বাওঁফালৰ পৰা) ঃ শ্বাহি-উজ-জামান, হাফিজুৰ ৰহমান, জাহিদুল ইছলাম, আনোৱাৰ হুছেইন, মোছলেম উদ্দিন আৰু ছুৰমান আলী।